

# অশান্ত প্ৰহৰ

কাঞ্চন বৰুৱা

গুৱাহাটী বুক ষ্টল
শিলপুখুৰী, গুৱাহাটী-৭৮১০০৩ ঃ দিছপুৰ, গুৱাহাটী-৭৮১০০৬



**ASHANTA PRAHAR**

*A Novel written by Kanchan Baruah and Published by Bangshidhar Sarmah, M/s. Gauhati Book Stall, Gauhati-781003. Price Rupees Ten only.*



। প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ।

। প্ৰথম প্ৰকাশ : অক্টোবৰ, ১৯৭৭ চন ।

। বেটুপাতৰ ছবি : গুৱাহাটী আৰ্টিষ্ট গীল্ড ।



। ছপা : শ্ৰীঅজিত কুমাৰ ৰায় ● শ্ৰীসাৰদা প্ৰিণ্টিং ● ঘোষ লেন ● কলিকতা-৬ ।

। বন্ধা : শ্ৰীশিবসাধন ঘোষ ● জবা বাইণ্ডিং ওৱাৰ্কচ্ ● কলিকতা-৬ ।

। মূল্য : দহ টকা মাথোন ।

বুকু তোলপাৰ কৰি তোলা যি অদম্য তৃষ্ণাই এদিন তেওঁলোকক ঘৰৰপৰা বাহিৰ কৰি নিছিল, জীৱন পণ কৰি যিসকলে বৰণ কৰি লৈছিল সুখ-আৰামৰ পৰিবৰ্তে নিৰ্দয় পুলিচৰ লাঠিৰ কোব, জেইলৰ জঘন্য অত্যাচাৰ, ফাঁচীৰ মঞ্চ—বুকুপাতি নিৰ্ভয়ে থিয় দিছিল ৰাইফলৰ গুলীৰ সন্মুখত, সেইসকল দেশৰ মৃত্যুঞ্জয়ী শ্বহীদ, ভাৰতৰ হেজাৰ-বিজাৰ কুশল কোঁৱৰ, কণকলতাৰ জ্বলন্ত স্মৃ[illegible] বেদীমূলত অৰ্ঘ্য হৈ ৰওক— আমাৰ কৃতজ্ঞ অ[illegible]ৰ দৈন্য একেষাৰ শ্ৰদ্ধাঞ্জলি।

## ॥ আগকথা ॥

জল, স্থল, অন্তৰীক্ষ ছাটি পৃথিবীৰ ইমূৰৰ পৰা সিমূৰলৈকে কঁপাই তোলা দ্বিতীয় বিশ্ব-যুদ্ধৰ প্ৰচণ্ড বা-মাৰলীৰ মাজত আৰু বেছি উত্তপ্ত, আৰু বেছি দুৰ্বাৰ হৈ উঠা অসম তথা সমগ্ৰ ভাৰতৰ কোটি কোটি নিষ্পেষিত জনতাৰ অপৰিসীম ত্যাগেৰে ভৰা দেশৰ মুক্তি-আন্দোলন—স্বাধীনতাৰ ৰক্ত-ৰঞ্জিত পবিত্ৰ [illegible]ত, অপৰাজয়ী লক্ষজনাৰ জীৱন আহুতি, অন্তহীন সংগ্ৰাম ইত্যাদিক কেন্দ্ৰ কৰি ৰচনা কৰা এইখন উপন্যাস যদিও, ইয়াৰ কাহিনীভাগ আৰু চৰিত্ৰাঙ্কন সম্পূৰ্ণ কাল্পনিক।

গুৱাহাটী বুক ষ্টলৰ সাহিত্য-প্ৰেমী প্ৰকাশক শ্ৰীবংশীধৰ শৰ্মাই কিতাপখন প্ৰকাশ কৰি উলিয়াত তেওঁক আন্তৰিক ধন্যবাদ জনালোঁ। পাঠকসকলৰ ওচৰত কিতাপখনে সমাদৰ পাব বুলি আশা ৰাখিলোঁ।

—লেখক

শেষ প্ৰহৰৰ অখণ্ড নীৰৱতাৰ দৰেই ক্ৰমবৰ্ধমান চহৰখনৰ বুকুত অস্বাভাৱিক-ভাৱেই বিৰাজ কৰিছে এটা গভীৰ মৌন স্তব্ধতা। অথচ গধূলি আঠেই বজা নাই।

মাত্ৰ অলপ সময় আগলৈকে যিটো প্ৰধান ৰাজআলি শত শত যানবাহন, সহস্ৰ পথচাৰীৰ সন্মিলিত কোলাহলত মুখৰিত হৈ আছিল, সিয়েই এতিয়া শান্ত—জনশূন্য—আন্ধাৰ।

প্ৰাগ্ ঐতিহাসিক যুগৰ বিৰাট সৰীসৃপ এডালৰ দৰেই ক'লা আস্ফাল্টৰ দীঘল আলিটো মৃতবৎ পৰি আছে। দাঁতিৰ দুয়োকাষে থকা অসংখ্য দালান, অফিচ, দোকান-বজাৰৰ সৰু-বৰ ঘৰবোৰৰ ক'লা ক'লা ছাঁবোৰ অন্ধকাৰ মৃতপুৰীত প্ৰেতাত্মাৰ দৰেই থিয় দি আছে।

ৰং-বিৰঙৰ সহস্ৰ প্ৰদীপেৰে চৌদিশ দীপান্বিত কৰি পেলাব পৰা সকলো ব্যৱস্থা থকা সত্ত্বেও সকলো আন্ধাৰ। সম্পূৰ্ণভাৱে আন্ধাৰ।

অৱস্থাটো গুৰুতৰ! সৰু চহৰখনৰ কাৰণেই নহয়, সমগ্ৰ দেশখনৰ কাৰণেও নহয়, সমগ্ৰ বিশ্বৰ লক্ষ লক্ষ, কোটি কোটি মানৱৰ কাৰণেই এই অশুভ পৰিস্থিতিটোৱেই হৈ উঠিছে জীৱন-মৰণ সমস্যা।

বলিয়া বতাহে খেদা বনজুইৰ দৰেই মহাসমৰৰ ধ্বংসলীলাই ছাটি পেলাইছে সমগ্ৰ পৃথিৱী। সেই ধ্বংসলীলা চলিছে মাটিত—চলিছে সাগৰত—চলিছে সীমাহীন অন্তৰীক্ষত।

চফল ডেকাৰপৰা আশীতিপৰ বৃদ্ধলৈ—বুঢ়ীৰপৰা শিশুলৈ জাকে জাকে জাহ গৈছে সেই ধ্বংস-যজ্ঞত। পূৰ্ণোদ্যমে চলিছে বৰ্ণ-বৈষম্যৰ অহঙ্কাৰ নেওচি বগা, ক'লা, হালধীয়া, মাটিয়াৰ সন্মিলিত শোণিত শ্ৰোতত মহাপ্ৰস্থানৰ পূৰ্ণ-যাত্ৰা।

এক কথাত সমগ্ৰ বিশ্বজুৰি চলিছে 'মাচ্-মাৰ্ডাৰ'।

কিন্তু কিহৰ কাৰণে এই 'মাচ্-মাৰ্ডাৰ'? হয়তো এটা পদানত, পৰাজিত, নিঃশেষিত জাতিক চূড়ান্ত শাস্তি বিহি অপমানিত কৰাৰ প্ৰায়শ্চিত্ত এই 'মাচ্-মাৰ্ডাৰ'।

বিজয়ী মিত্ৰশক্তিৰ দাবীত, বিজিত জাৰ্মান জাতিয়ে এদিন চকুৰ পানী টুকি টুকি বাধ্য হৈয়ে স্বাক্ষৰ কৰিবলগীয়া হৈছিল 'ভাৰ্চাই-সন্ধিত'—বহু প্ৰচাৰিত সেই Treaty of Versailles,' ১৯১৯ চনৰ জুন মাহত, কম্পেন অৰণ্যৰ মাজেদি যোৱা ৰেলৰ দবাত বহি চহী কৰিবলগীয়া হৈছিল জাৰ্মানীয়ে। তাৰ ফলতে জাৰ্মানীয়ে ফ্ৰান্সক দিবলগীয়া হৈছিল আফ্ৰিকা আৰু দক্ষিণ সাগৰত থকা জাৰ্মান উপনিবেশসমূহ। লগত গ'ল আল্চাছ আৰু লোৰেন অঞ্চল। পোলেণ্ডক দিবলগীয়া হ'ল পূবৰ ফালে থকা পোছেন আৰু পশ্চিম প্ৰুছিয়াৰ বেছিভাগ অংশ। লিথুনিয়াই পালে মেমেল। ডানজিগে গঢ় ললে বেলেগ ৰাষ্ট্ৰৰূপে। আন্তৰ্জাতিক কমিটিৰ হাতত এৰি দিব লগা হ'ল 'চাৰ্' অঞ্চল। ইয়াৰ বাহিৰেও ওপৰঞ্চি হিচাপে বিশ্বযুদ্ধৰ ক্ষতিপূৰণ দিবলগীয়া হ'ল প্ৰায় সাতশ কোটি পাউণ্ড।

কিন্তু দিয়ে ক'ৰপৰা? ৰাজ-কোষ শূন্য। মাৰ্কৰ কোনো মূল্য নাই। ফলত আধামৰা এটা জাতিৰ মুখৰ শেষ আহাৰকণো কাঢ়ি লোৱাৰ দৰেই, ৰুৰ্ অঞ্চলৰ শিল্পকেন্দ্ৰবোৰো বিজয়ী ফৰাছীয়ে জাৰ্মানীৰপৰা কাঢ়ি ললে—ৰাইন্ নদীৰ পাৰৰ অঞ্চলবোৰ এৰি দিবলগীয়া হ'ল মিত্ৰপক্ষৰ হাতত।

মূঠতে এটা মৃতপ্ৰায় সৰ্বহাৰা জাতিক সেইদিনা অদূৰদৰ্শী, আত্মগৰ্বী বিজয়ী মিত্ৰশক্তিয়ে নিৰ্দয়ৰূপে চেপি-খুন্দি মাৰি আশা কৰিছিল অদূৰ ভৱিষ্যতলৈ জাৰ্মান জাতি একেবাৰে পঙ্গু হৈ যাওক আৰু কোনোদিন মূৰ তুলি উঠিব নোৱাৰক।

কিন্তু সি হ'ল জানো? মাত্ৰ চৈধ্য বছৰৰ পিচতে সেই ভগ্ন, মৃতপ্ৰায় জাতিটোৱেই আকৌ মূৰ তুলি উঠিলে। ভাৰ্চাই সন্ধিৰ অভিশাপ, অপমানৰপৰা নিজক মুক্ত কৰি হিট্‌লাৰৰ নতুন সঞ্জীৱনী মন্ত্ৰেৰে দীক্ষিত হৈ কঁপাই তুলিলে ইউৰোপ।...'ডয়েচ্ লেণ্ড্ উইবাৰ আলেছ।' লক্ষ লক্ষ কণ্ঠত ধ্বনিত সেই নিনাদৰ তলত তাপ মাৰি গ'ল মিত্ৰশক্তিৰ এদিনৰ বিজয় উল্লাস।

ত্ৰাসত, শঙ্কাত চাই থাকোঁতে থাকোঁতেই সেই পদানত জাতিটোৱে একালৰপৰা জলাই গ'ল সমগ্ৰ ইউৰোপৰ বুকুত প্ৰাক্ বিশ্বযুদ্ধৰ দাবানল। এটাৰ পাচত এটাকৈ ঘূৰাই ললে, 'ভাৰ্চাই সন্ধি'ত আনে কাঢ়ি লোৱা সকলো সম্পদ। তাৰ লগত যোগ দিলে নতুন দাবী—নতুন ৰাজ্যসম্পদ।



যুদ্ধৰ আখৰা হিচাপে প্ৰথমেই অধিকাৰ কৰিলে 'চাৰ্' অঞ্চল। তাৰ পাচত একালৰপৰা ৰাইন্‌লেণ্ড, অষ্ট্ৰীয়া, চুদেতান্ অঞ্চল।

শতাব্দীৰ পাচত শতাব্দী ধৰি মিলিটাৰী বুটৰ তলত ভাৰতবাসীৰ কণ্ঠ চেপি অহা মহাপৰাক্ৰমী বৃঠিছ সিংহই সিংহত্ব পাহৰি, প্ৰায় ভিক্ষাৰ্থী হৈয়ে ঢপলিয়াব-লগীয়া হ'ল মিউনিকলৈ। এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ। লগত ফ্ৰান্সৰ দালাডিয়াৰ। আশা আছিল—জাৰ্মানীৰ ক্ৰোধানলৰপৰা জানোচা পৃথিবীখন ৰক্ষা পৰিব পাৰেই।

কিন্তু লাভ একো নহ'ল। মিত্ৰপক্ষই সৰু সৰু মিত্ৰৰ লগত চূড়ান্ত বিশ্বাসঘাতকতা কৰি মেমেল্, ডানজিগ্ জাৰ্মানীক উপঢৌকন দিও একো লাভ নহ'ল।

পাচ পাকতে জাৰ্মানীয়ে আক্ৰমণ কৰিলে পোলেণ্ড। আনমূৰৰপৰা ৰাছিয়াই। এইবাৰ আৰু যুদ্ধ ঘোষণাৰ বাহিৰে কৰিবলৈ একো নাই। ফলত ইমানদিনে ধোঁৱাই থকা জুইকুৰা দপকৈ জলি উঠিল। প্ৰচণ্ড ধুমুহাৰ দৰেই সি ছাটি পেলালে সমগ্ৰ ইউৰোপ।

কিন্তু তাতেই সীমাবদ্ধ থকা হলে কথা নাছিল। হঠাৎ পৃথিবীৰ আন এটা মূৰত নতুনকৈ জলি উঠিল জুই। সাত ডিচেম্বৰত জাপানে অতৰ্কিত আক্ৰমণ কৰি বিধ্বস্ত কৰি দিলে আমেৰিকাৰ সৰ্ববৃহৎ নৌ-ঘাটি পাৰ্ল-হাৰ্বাৰ। ফলত ইউৰোপৰ সীমাবদ্ধ গণ্ডি চেৰাই বন-জুইৰ দৰে যুদ্ধ বিয়পি পৰিল সমগ্ৰ বিশ্বত। জল-স্থল-অন্তৰীক্ষ জোৰা দুৰ্দমনীয় বা-মাৰলীৰ ক্ৰুদ্ধ গৰ্জনত সেয়ে হয়তো আই বসুমতীৰ বক্ষস্থল ভেদি ওলোৱা মৃত্যু-কাতৰ আৰ্তনাদৰ প্ৰতিধ্বনি শুনা গ'ল হয়তো মেৰুৰপৰা কুমেৰুৰ বৰফৰ শিখৰত।...ইয়াৰ মাজত টিকি থকাটোৱেই অনিয়ম। গতিকে...

সৰু চহৰখন বাদ পৰা কথা নহয়। এনে পৰিস্থিতিত সেয়ে ক্ষুদ্ৰ চহৰখনকো অসময়ত ডুবাই ৰাখিবলগীয়া হৈছে আন্ধাৰৰ মাজত। শত্ৰুৰ পাইলটকেইটাৰ শেন-দৃষ্টিৰ আঁৰত নথলে হয়তো সমবাগিৰ দুই-এটা ফিৰিঙটি ইয়াতো ছিটিকি পৰিবহি পাৰে। কৰ্তৃপক্ষৰ সেয়ে এই সাৱধানতা।

কিন্তু এই মুহূৰ্তত শত্ৰুৰ পাইলটকেইটাতকৈয়ো চহৰৰ ডেকা-গাভৰু, কিশোৰ-কিশোৰীহঁতৰ নৈশ কাৰ্য্য-কলাপৰ কাৰণেই কৰ্তৃপক্ষ বেছি সাৱধান হব লগা হৈছে।

ৰাজতন্ত্ৰৰ মেৰুদণ্ড কঁপাই তুলিছে ডেকা-ধমনিৰ তপ্ত প্ৰবাহে। তাৰ পৰিপ্ৰেক্ষিতত চহৰৰ বুকুত অন্যায় জোৰ-জুলুম, অত্যাচাৰ-উৎপীড়ন নিত্য-নৈমিত্তিক

ঘটনা হৈ উঠিছে। যুদ্ধৰ মাজতে যেন সৰু সৰু, খণ্ড খণ্ড একোখন যুদ্ধ। একালে ধনে-জনে, বৰটোপে-বাৰুদে একপক্ষৰ আকাশলঙ্ঘা শক্তি—আনফালে, ধুকু ধুকু কৰি থকা এমুঠি কোমল বুকুৰ মাজত জমা হৈ উঠা আত্মত্যাগৰ জ্বলন্ত উত্তাপ। দিন-ৰাতিৰ পোহৰত অবিশ্রান্তভাবে চলে এচামৰ উন্মত্ত হুঙ্কাৰ—আনচামৰ অস্ফুট প্রত্যুত্তৰ শুনা যায় আন্ধাৰ নিশাৰ অন্তৰালত। কোনো পক্ষই হাৰ নেমানে।

তাৰ ফলত দেখাত সমাধিস্থ—অন্ধকাৰত আচ্ছন্ন যদিও, প্রকৃততে চহৰৰ প্রতিটো আলি, প্রতিটো চুক সজাগ—সক্রিয়।

অখণ্ড স্তব্ধতাৰ মাজত মৃতবৎ পৰি থকা তাৰে এটা আলিৰ আন্ধাৰৰ মাজে মাজে আহি আছে অস্পষ্ট এটা কিশোৰ ছায়ামূর্তি। ইফালে-সিফালে সতর্ক দৃষ্টি বুলাই সন্তর্পণে আহি থকা মূর্তিটো কিন্তু হঠাৎ এবাৰ আলিৰ মাজ বুকুতে থমকি ৰৈ গ'ল। খন্তেক উৎকর্ণ হৈ কিবা যেন শুনিলে। তাৰ পাচত একেজাঁপেই আলিৰ দাঁতিৰ প্রকাণ্ড আঁহতজোপাৰ আঁৰত লুকাই পৰিলগৈ। ওচৰৰ কচুৰনিৰ মাজত হাতত থকা বটলটো লৰালৰিকৈ লুকুৱাই পেলালে।

সমুখৰ ফালৰপৰা ...স্কাণ্টৰ বুকুত এম্যুনিচন্ বুটৰ খট্‌খট্ আৱাজ তুলি আহি আছে দুটা তহলদাৰী পুলিচ।...তাৰে এটাই প্রতি খোজৰ লগত গোটেই দুনীয়াখনৰ ওপৰতে যেন মনত জমা হৈ উঠা খং, বিৰক্তি, আক্রোশ পূর্ণমাত্রাই প্রকাশ কৰি আহিছে অবাচ্য ভাষাত। ৰজাৰপৰা ৰাইজলৈকে কোনো বাদ পৰা নাই। কিন্তু তাৰ মাজত চহৰখনৰ ডেকা-গাভৰুহঁতৰ ওপৰতে যেন আক্রোশটো তাৰ আটাইতকৈ বেছি। খোজেপতি মুখ চলাই অহাৰ লগে লগে জেপত খেপিয়াই খেপিয়াই কিবা এটা সি বিচাৰিছেও।

'কি বিচাৰিছ?'

'বিড়ী···।'

'বিড়ী? তই পাগল নেকি?' উত্তৰ শুনি সঙ্গীয়ে অলপ শঙ্কিত হৈয়ে তাৰ মুখলৈ চায়—'এই ব্লেক-আউটত তই বিড়ি জ্বলাবি? সেইবোৰ এতিয়া থ। ডিউটি শেষ কৰি একেবাৰে বেৰেকত থামগৈ।'

'আৰে বাদ দে তোৰ বেৰেক্! ডিউটি শেষ হবলৈ এতিয়াও তিনি ঘণ্টা বাকী। এই চুৰাব্‌কা বাচ্চা ল'ৰাবোৰৰ কাৰণেই আজি ছুটীৰ দিনাও আঠ ঘণ্টা অভাৰ-টাইম্ ডিউটি দিবলগীয়াও হ'ল।···আৰে থলোঁ ক'ত? চালা চৰ! আজি অ'ত ঘৰ জ্বলাব, কালি ত'ত বেলগাড়ী গিৰাব···অহ্ পাইছোঁ ৰহ···।'



'এই অ'-চি বা হাবিলদাৰ কোনোবাই দেখিলে কিন্তু মৰিব লাগিব।'

'আৰে নমৰ দে! আজি ৰাতি শুনিছোঁ, হাবিলদাৰ নেলাগে খোদ বৰা চাহাবৰপৰা এছ-পি, ডি-এছ-পি, ইন্সপেক্টৰলৈকে চব ব্যস্ত আছে। ক'ত কি ঘটে বোলে ঠিকনা নাই। তোক বা মোক কোনেও ইয়াত কি কৰিছোঁ চাবলৈ নাহে। আহ, এই ডাঙৰ গছডালৰ গুৰিলৈকে আহ, তাৰ আঁৰতে জ্বলাওঁ।'

দুয়ো গছডালৰ গুৰিলৈ চাপি যায়। সিদাঁতিয়ে গছৰ লগত চেপেটা লাগি উশাহ বন্ধ কৰি ৰয় কিশোৰ মূর্তিটো।

'তোৰ টুপীটো খুলি আঁৰ কৰি ধৰ···।' টুপীৰ আঁৰত বিড়ীটো জ্বলাই দুটামান দীঘল হোপা দি সঙ্গীক দিয়ে। সিও হোপাদিয়েক মাৰি লৰালৰিকৈ বিড়ীটো পেলাই জোতাৰে গৰকি নুমাই পেলায়।

'এইবাৰ ব'ল যাওঁ।'

দুয়ো আকৌ খোজ আৰম্ভ কৰে। লগতে বিড়ীৰ ধোঁৱাই যোগোৱা নতুন এনাৰ্জি লৈ গালিও। লাহে লাহে দূৰত দুয়োৰে জোতাৰ শব্দ নাইকিয়া হৈ যায়।

গছডালৰ সিদাঁতিয়ে এইবাৰ দীঘলকৈ এটা উশাহ লয় কিশোৰে। তাৰ পাচত বটলটো আকৌ বুটলি লৈ সন্তর্পণে আলিত উঠেহি। এবাৰ ইফালে-সিফালে চাই সাউৎ কৰে আলিটো পাৰ হৈ ওচৰৰ গলি এটাৰে সোমাই আন্ধাৰৰ লগত খন্তেকতে মিলি যায়।

তাৰ প্রায় পোন্ধৰ মিনিটৰ পাচত, বহু দূৰৰ আন এটা গলিৰ মুখত কিশোৰৰ ছাঁটো আকৌ এবাৰলৈ দেখা যায়।

সমুখৰ আলিটোৰ সিপাৰে আছে সৰু এখন উইকেট গেট্—সৰু এডৰা ল'ন্। তাৰ সীমাত ঘৰ এটাৰ পৰ্টিক। সমুখত বন্ধ দুৱাৰ।

অস্পষ্ট আন্ধাৰতে হিচাপ কৰি কিশোৰে একেটা দৌৰতে আলি পাৰ হৈ গেটেৰে সোমাই একেবাৰে ঘৰটোৰ পৰ্টিকত উঠেগৈ।···কাকো মাতিবলগীয়া নহয়। দুৱাৰৰ ওচৰ পোৱাৰ লগে লগেই আপোনা-আপুনি নিঃশব্দেই যেন দুৱাৰখন সামান্য মেল খাই যায়। দুৱাৰৰ সিদাঁতিয়ে দেখা দিয়ে ওঠৰ বছৰীয়া গাভৰু এজনীৰ উৎকণ্ঠিত অস্পষ্ট এখন মুখ।

'তই আহিলি অকণ?'

'আহিলোঁ বাইদেউ।'

'আহ ভিতৰলৈ আহ।' কথাৰ লগতে বায়েকে কিশোৰ ভায়েকৰ হাতত ধৰি ঘৰৰ ভিতৰলৈ টানি নি দুৱাৰখন জপাই দিয়ে।

'তই ইমান কোপাইছ কিয় ? কিবা বিপদ হৈছিল নেকি ?'

'আৰু সুধিছ কিয় বাইদেউ ! আমাৰ দেখোঁ প্ৰতি খোজতেই বিপদ।'

'এই লাহে লাহে কথা ক, মাই শুনিব।' বায়েকৰ নিৰ্দেশমতেই অৰুণে এইবাৰ প্ৰায় ফুচফুচাই আৰম্ভ কৰে : 'বুজিছ বাইদেউ, অলপ আগতে বৰ বেয়া অৱস্থাত পৰিছিলোঁ, কথমপিহে সাৰিলোঁ··· ।'

'ক'ত ?···বাৰু তইনো এতিয়া আহিলি ক'ৰপৰা ? আৰু বটলত সেয়া কি ?'

'এইটোৱেই আনিবলৈ গৈছিলোঁ। মামৰ গুছুৱা পেনিট্ৰেটিং অয়েল্।'

'অৰুণ, তইতৰ আজি নিশা যি কৰাৰ কথা আছিল, সি জানো ইমান সোনকালে শেষ হ'ল ?

'আৰে শেষ হব ক'ত ? আৰম্ভই হোৱা নাই। এম্ স্পেচিয়েলখনৰ সময় বহুত পাচুৱালে। চাৰি ঘণ্টামান পলমকৈ আহি পাব। সেই কাৰণেই তোক এবাৰ কথাটো কৈ যাম বুলি আহিলোঁ। আৰু···আৰু কিবা অলপ খাই যাব খুজিছোঁ। বৰ ভোক লাগিছে বাইদেউ ! আছে কিবা ?'

'আছে, ৰান্ধনি ঘৰলৈ আহ।'

অৰুণক লগত লৈ তৰুণী ৰান্ধনি ঘৰত সোমায়গৈ। তাৰ পাচত প্লেট এখনত কিবাকিবি খোৱা বস্তু লৈ টেবুলত থৈ অৰুণৰ ওচৰত নিজেও বহি লয়।

'ট্ৰেইন লেট্ আহিব বুলি কোনে খবৰ দিলে ?'

'সুধীৰ বাবুৱে।'

চহৰৰ গাতে লগা ৰেল ষ্টেচনটো। ষ্টেচন মাষ্টৰ জগদীশ বিশ্বাসৰ তিনি-চাৰিজন সহকৰ্মীৰ মাজত সুধীৰবাবুও এজন। বয়সত তৰুণ। চাৰি বছৰ ধৰি ৰেলত চাকৰি কৰিছে যদিও জগদীশবাবুৰ দৰে প্ৰভুভক্ত হৈ উঠিব পৰা নাই।

চহৰৰ ডেকা বন্ধুসকলৰ লগ লাগি সক্ৰিয়ভাৱে একো এটা কৰাৰ সুবিধা-সামৰ্থ্য সুধীৰৰ নাই। তথাপি সমগ্ৰ দেশৰ বুকুৰ ওপৰেদি বৈ থকা আন্দোলনৰ ধুমুহাজাকে সুধীৰৰ তেজটোপাও উত্তপ্ত কৰি তোলে। সেয়ে হয়তো প্ৰকাশ্যে নৈশ অভিযানকাৰী দলত যোগ দিব নোৱাৰে দেখিয়েই সুধীৰে অৰিহনা যোগায় নেপথ্যৰপৰা।



মিলিটেৰী স্পেচিয়েলখন চাৰি ঘণ্টা পলমকৈ অহাৰ খবৰটো সুধীৰেই 'ৰিচিভ্' কৰি বৰাবাবুক জনায়। কামৰ ৰুটিনো সেইমতেই পৰিৱৰ্তিত হয় দেখি সুধীৰে ভালেই পায়।

এইবাৰ খবৰটো পঠাব লাগিব। সৰু কাগজ এটুকুৰাত ক'ড ভাষাত ট্ৰেইনৰ সময়টো লিখি সুধীৰে কামৰ মাজতো উৎকৰ্ণ হৈ অপেক্ষা কৰি ৰয় বিশেষ ধৰণৰ এটা সংকেত শুনাৰ আশাত।

লাহে লাহে সময় পাৰ হৈ যায়। সেই অনুপাতে সুধীৰো ভিতৰি ভিতৰি অস্থিৰ হৈ উঠে। ইয়াৰ আগতে দুই-এবাৰ উচিত খবৰটো উচিত ঠাইত ঠিক সময়ত যোগাব নোৱাৰাত বন্ধুদলৰ দুটাকৈ অভিযান ব্যৰ্থ হৈ গৈছে। এইবাৰো তাৰেই পুনৰাবৃত্তি হ'বলৈ দিলে বন্ধুদলে সুধীৰৰ ওপৰত হয়তো আস্থাই হেৰুৱাই পেলাব। পিছে অলপ সময়ৰ পাচতে সুধীৰৰ দুশ্চিন্তাৰ অন্ত পৰে।

ঘপহ কৰি সুধীৰক চকীৰপৰা উঠা দেখি বৰাবাবুৱে প্ৰশ্ন কৰিলে, 'কি হ'ল সুধীৰ ? যোৱা ক'লৈ ?'

আকস্মিক প্ৰশ্নটোত সুধীৰ চমক্ খাই উঠে যদিও খৰপাকতে উত্তৰ দিয়ে, 'পান এখন খাই আহোঁ ছাৰ ; পাছে গুমটিখন খোলা পাওঁগৈ নে নেপাওঁ তাক হে কব পৰা নাই।'

'যোৱাঁ বাৰু, পালে মোলৈকো দুখনমান আনিবা।'

'ভাল ছাৰ।'

সুধীৰ ওলাই যায়। ষ্টেচনৰ আন্ধাৰ প্লেটফৰ্মৰ মজিয়াত ইফালে-সিফালে শুই থকা কুলীবোৰৰ মাজেদি আগবাঢ়ে খিলিপানৰ সৰু গুমটিখনলৈ। কিন্তু ওচৰ পাই দেখে সেইখন ইয়াৰ ভিতৰতে বন্ধ হৈ গৈছে। তাৰ ওচৰত বহি আছে ফেৰীৱালা সুখন।

সৰু সৰু মাটিৰ মলা, বাঁহৰ কাঠি, তাঁৰ আদি লৈ সজা খেলনাৰ বাজনা কিছুমান লৈ চহৰৰ বাটে বাটে ফেৰী কৰি ফুৰাই সুখনৰ কাম। প্ৰায় সকলোৱে চিনাকি। বাজনা খেলনাৰ হলেও তাৰ মাজেদিয়েই ফেৰীৱালা সুখনে অপূৰ্ব সুৰ লহৰী সৃষ্টি কৰাৰ ক্ষমতা ৰাখে।

গুমটিৰ ওচৰত সুধীৰক দেখি সি বাজনা বজাবলৈ এৰে। সুধীৰেও বিশেষ কাকো উদ্দেশ্য নকৰাৰ ভাব লৈয়ে যেন প্ৰশ্ন কৰে : 'এহ্ দোকানখন বন্ধ হৈ গ'ল নেকি !'

'হাঁ বাবু বন্ধ হৈ গৈছে, অলপ আগতেই হৈছে।'

সুখনেই উপযাচি উত্তৰ দিয়ে। পাচত সুধীৰক যাবলৈ ঘূৰা দেখি ওচৰ চাপি আহে।

'এই বাবু! তোৰ সৰু ভাইটোৰে একটা বাজনা লৈ গৈছে। কৈছে পইচাটো তই দিবি।'

'মই?'

'হাঁ। দেনা বাবু, আজি দিনভৰ একো খোৱা নাই। বাজনা ভি একটাও বিক্ৰী নহ'ল।'

দুয়োৰে ওচৰেদি আৰ্মি গাৰ্ড দুটা পাৰ হৈ যোৱাত সিহঁতক শুনাবলৈকে যেন সুধীৰে উত্তৰ দিয়ে: 'বিক্ৰী নহ'ল বেছ হ'ল, মই কি কৰিব লাগে? এই যুদ্ধৰ বজাৰত মানুহে চাউল-আটা কিনিব নে তোৰ সেইচব বাজনা কিনিব? যা যা ভাগ, পাচে পাচে নাহিবি···।'

'নহয় বাবু', সুখন যেন মিনতিত গলি যাব তেনে এটা ভাব লৈয়ে পাচে পাচে যায়—'বাৰু আৰু অনা নিদিয়—চাৰি অনা দিলেও হব। দে বাবু!'

'আস্! তই বৰ জুলুম কৰ বে সুখন! আচ্ছা ল।' এইবুলি জেপৰপৰা ভঙা পইচা কেইটামান উলিয়াই সি সুখনৰ হাতত গুজি দিয়াৰ লগতে কিটিপতে সৰু কাগজডোখৰো দিয়ে।

'এতিয়া ভাগ, একদম ভাগ।'

'আচ্ছা, আচ্ছা চেলাম সুধীৰবাবু!'

পাচফালে আৰু ঘূৰি নেচাই সুধীৰবাবুৱে অফিচৰ ফালে খোজ লয়। সুখনে ফটুৱাৰ জেপত সকলো থৈ নিৰ্বিকাৰভাৱে ইফালে সিফালে বাজনা বজাই ঘূৰে। তাৰ পাচত লাহে লাহে এসময়ত প্লেট্‌ফৰ্মৰপৰা নামি কোনোবা টলকত আন্ধাৰৰ লগত মিলি যায়।

চহৰৰ মাজতে থকা মজলীয়া ধৰণৰ ঘৰটো একালত অখ্যাত আছিল যদিও লাহে লাহে বহুতৰে ওচৰত সি প্ৰখ্যাত হৈ উঠিছে।

সেই ঘৰতে মেচ কৰি থকা এদল তৰুণৰ ওপৰত লাহে লাহে পুলিচৰ চকুও পৰিছে। তাৰ দুই-চাৰি তৰুণে অ'ত ত'ত চাকৰি কৰে যদিও বেছি ভাগেই নামত আজিও কলেজৰ ছাত্ৰ।

শিখণ্ডী হিচাপে মেচৰ অ'ত ত'ত দুই-এখন কেৰমবৰ্ড, দবাৰ ঢাল আছে যদিও নিতান্ত প্ৰয়োজন নহলে সেইবোৰৰ ব্যৱহাৰ খুব কমেই হয়।



মাজে মাজে আজিকালি বিশেষ একোটা দিনত, বিশেষ একো একোটা সময়ত, ভালেখিনি কিশোৰ ল'ৰায়ো তৰুণহঁতৰ লগত যোগ দিয়েহি।

সেই মেচৰে এমূৰীয়া কোঠা এটাৰ বন্ধ খিৰিকী এখনৰ ওচৰত গগন গোহাঁই বহি আছে। মনটো ডুবি আছে অগণন চিন্তা-স্ৰোতৰ গভীৰত। সময়বোৰ পাৰ হৈ যায়। তাৰ মাজতে হঠাতে এবাৰ গোহাঁইৰ চিন্তা-স্ৰোতত বাধা পৰে। ওচৰৰ বন্ধ খিৰিকীখনত বাহিৰৰ ফালৰপৰা কোনোবাই টুক্-টুক্ শব্দ কৰাত গোহাঁয়ে লাহেকৈ খিৰিকীখন খুলি মূৰটো উলিয়াই চায়। পাচ মুহূৰ্তত চিৰাচৰিত নিয়মে অস্ফুটভাৱে চিঞৰি উঠে: 'আই বাপ্! মাতাহাৰী!'

খিৰিকীৰ বাহিৰত সুখন থিয় দি আছে। গোহাঁইৰ প্ৰসাৰিত হাতত সৰু কাগজ টুকুৰা দি সুখনে ঘূৰি যাওঁতে কৈ যায়: 'মই আহিছোঁ, লেকিন্ বাজনাৰ দামটো বাকী ৰ'ল গোহাঁইবাবু! জালনাটো লগাই দে।'

'Oh sure!'

গোহাঁয়ে খিৰিকীখন লগাই দিয়ে। ভিতৰত এইবাৰ জীৰ' পাৱাৰৰ বাল্বটো জলাই কাগজ টুকুৰাৰ ওপৰত এবাৰ চকু ফুৰাই লয়। তাৰ পাচত আকৌ নুমাই দি কোঠাৰ এমূৰে থকা দুৱাৰখনৰ ফালে আগবাঢ়ে।

'মুকুলদা!'

'কি পুতুকণ?'

'খবৰটো অহাত ইমান বেলি হৈছে কিয়?···ষ্টেচনৰ ফালে ময়ে এপাক মাৰি আহিম নেকি?'

কিশোৰ পুতুকণৰ প্ৰস্তাৱ শুনি দলৰ নায়ক মুকুল খাউণ্ড অলপ ব্যস্ত হৈ উঠে: 'নাই, নাই অসম্ভৱ! তুমি বা আমাৰ মাজৰ কোনো এটাই তালৈ যোৱাটো সম্ভৱ নহব। খবৰ পাইছোঁ প্ৰত্যেক ৰেল ষ্টেচনে ষ্টেচনে আৰ্মি গাৰ্ড আৰু চহৰৰ প্ৰতিটো ষ্ট্ৰেটেজিক্ পইণ্টত একো একোটা পুলিচ ফ'ৰ্চ গাৰ্ডত আছে। গতিকে বুজিছাই নহয়, আজি নিশা তোমালোকৰ প্ৰত্যেকেই খুব সাৱধান হব লাগিব।'

মুকুলৰ কথাত বন্ধুবৰ মহেশে তাৰ মুখলৈ চায়।

'কিয় অ' মুকুল! আজি নিশাৰ কথা সিহঁতে কিবা সন্দেহ কৰিছে নেকি?'

'কি ঠিক, আজিকালিতো তোৰ এচ্-পি দত্ত চাহাব এণ্ড কোম্পানীয়ে নিজৰ ছাঁটোকে সন্দেহ কৰিবলৈ লৈছে।'

কোঠাৰ জপাই থোৱা দুৱাৰৰ ফালে সৰু এটা শব্দ হোৱাত মুকুলৰ লগতে কোঠাৰ গোটেইবোৰেই নিঃশব্দে দুৱাৰৰ ফালে চায়। দেখে দুৱাৰখন সামান্য মেলি, তাৰ ফাঁকেৰে মূৰটো উলিয়াই গোহাঁয়ে কোঠাৰ সকলোৰে ওপৰত চকু দুটা এবাৰ ঘূৰাই লৈছে।

'আই বাপ্ ! দেখিছোঁ গোটেই বেটেলীয়ানেই ইয়াত। হেই কমাণ্ডাৰ···।'

কোঠাৰ মাজত সোমাই দুৱাৰ জপাই গোহাঁই মুকুলৰ ওচৰ চাপি যায়।

'এই! মাতাহাৰিয়ে মেছেজ দি গৈছে, শুন······। সুধীৰবাবুৰ ক'ড ভাষা······APPX. Cost, Main Tap Rs. 115/- Sale Tax Rs 10/- Reball Rs. 10/- .'

'চাওঁ দে······আনিলে কোনে?'

'কলোঁ নহয়, our great Matahari···অৱশ্যে নাৰী নহয়—পুৰুষৰ ৰূপসজ্জাত···।'

মুকুলে লৰালৰিকৈ গোহাঁইৰ হাতৰপৰা কাগজ টুকুৰা লৈ তাৰ ওপৰত এবাৰ চকু ফুৰাই লৈ সম্বোধন কৰে: 'শুনা তোমালোকে, ক'ড ভাষাৰ দৰকাৰ নাই। মোটামুটি খবৰ হ'ল, 'মেইন্ টেপ্' মানে টাৰ্গেট—এপ্ৰচিং পজিশ্যন, ৰাতি এটা পোন্ধৰ মিনিট। দহ মিনিটকৈ আগ-পাচ হব পাৰে। গতিকে এটাৰপৰা এটা পঁচিশৰ ভিতৰতে হব পাৰে। আমি সেইমতেই সাজু হব লাগিব। এতিয়া তোমালোক সকলো যোৱাঁ। হাতত ভালেখিনি সময় আছে।'

কিশোৰৰ দলটোলৈ চাই মুকুলে যোগ দিয়ে: 'শুনা বীৰু, অৰুণ, মৃণাল, বন্তু, ধীৰেন, তোমালোক সকলোৱে পাৰা যদি কিবা অলপ খাই লৈ এঘণ্টাৰ ভিতৰতে গুপ্ত ঠাইত লগ লাগি আমালৈ অপেক্ষা কৰিবা। যোৱা, কিন্তু খুব সাৱধানে।'

নিৰ্দেশমতেই কিশোৰ দলটো এজন-দুজনকৈ নিঃশব্দে কোঠাৰ বাহিৰ হৈ যায়।

'আৰু পুতুকণ, তুমিও যোৱাঁ। তোমালোকৰ কেম্পত সদলবলে ৰঞ্জিতে নিশ্চয় এই খবৰটোৰ কাৰণেই বাট চাই আছে। সময়টো মনত ৰ'ল নহয়?'

'মুকুলদাই যে কি কয়; মনত নৰব কিয়? বাৰু মই তেন্তে আহোঁ।'

'যোৱাঁ, কিন্তু তুমিও খুব সাৱধানে যাবা। তোমালোকৰ ফালে পুলিচ বহুত। মনত ৰাখিবা। ধৰা পৰিলে সকলো পণ্ড হৈ যাব।'

'ধৰা মই নপৰোঁ মুকুলদা। আপুনি নিশ্চিন্ত থাকক।'



কথাৰ লগে লগে পুতুকণ কোঠাৰপৰা ওলাই যায়। পুতুকণ কিশোৰ দলৰ যদিও মুকুলৰ দলৰ নহয়, দ্বিতীয় দলৰ। যি দলৰ প্ৰধান হ'ল ৰঞ্জিত। সেই দলৰ টাৰ্গেট বেলেগ, কৰ্মপন্থাও বেলেগ। কিন্তু দুয়োদলৰ মাজত যোগাযোগ অপৰিহাৰ্য্য। সমূহীয়া নিৰাপত্তাৰ কাৰণেই তাৰ প্ৰয়োজন।

সকলো ওলাই যোৱাৰ পাচত প্ৰথমেই হাতৰ কাগজডোখৰ টেবুলৰ চুকত থৈ মুকুলে দিয়াচলাইৰ কাঠিৰে জুই জ্বলাই দিয়ে।

'এই কমাণ্ডাৰ! আজি ৰাতি এই ফৰ্ট চম্ভালিব কোনে?'

'কৃষ্ণকে জোৰ কৰিব লাগিব। এতিয়া বল গোহাঁই, আয়োজনটো সম্পূৰ্ণ কৰি পেলাওঁগৈ।'

মেচৰ বিশেষ কোঠা এটাৰ উদ্দেশ্যে দুয়ো আগবাঢ়ে।

নিশাৰ আন্ধাৰৰ গভীৰতাৰ লগে লগে প্ৰহৰৰ পাচত প্ৰহৰ আগবাঢ়ে। চহৰৰ আন এঠাইত পিতৃহীন পৈত্ৰিক বাসস্থানত দ্বিতীয় দলৰ নায়ক ৰঞ্জিতে সকলোকে লৈ অপেক্ষা কৰিছে বিশেষ এজনাৰ আগমনলৈ।

'ক'তা ন বাজি গ'ল, ইয়াৰ দেখোঁ এতিয়াও দেখা-সাক্ষাতেই নাই! ডলী-খগেনহঁতো আহি নেপালে দেখোন ৰঞ্জিতদা!'

'এৰা এতেপৰে আহিব লাগিছিল।' অলপ অধীৰভাৱেই যেন ৰঞ্জিতে কোঠাৰ মাজত ঘূৰা-ঘূৰি কৰি থাকে।

'···এই ভৰ্তি হোৱাৰ লগে লগেই জনাবি। মাটিত পৰিলে ধৰা পৰিব লাগিব।···তইঁতৰ ড্ৰাইভাৰটোহে যি···'

'আৰে থ, সি কেনেকৈ জানিব ময়ে যে ঘৰৰ গাড়ীৰপৰা পেট্ৰোল চুৰি কৰিছোঁ···।'

চহৰৰ নাম কৰা ডাক্তৰ হাজৰিকাৰ একমাত্ৰ পুত্ৰ পোন্ধৰ বছৰীয়া ডলীয়ে সমবয়সীয়া বন্ধুক উত্তৰটো দিয়াৰ লগতে সাৱধানে সন্মুখৰ টিনটো পৰীক্ষা কৰে আৰু ক্ষন্তেক পাচতে নিৰ্দেশ দিয়ে: 'হৈছে খগেন! এইবাৰ পাইপডাল উলিয়াই পেলা।'

নিৰ্দেশমতেই খগেনে লৰালৰিকৈ গাড়ীৰ পেট্ৰোল টেঙ্কৰপৰা, চাইফ'ন কৰিবলৈ ব্যৱহাৰ কৰা ৰবৰৰ পাইপডাল উলিয়াই পেলায়।

নিঃশব্দতাৰ মাজতে দুয়ো প্ৰয়োজনীয় বাকী কামখিনি ততাতৈয়াকৈ শেষ কৰি অলপ পাচতে বুদ্ধি কৰি দিনতে খুলি ৰখা গেৰেজৰ সৰু খিৰিকীখনেৰে বাহিৰলৈ ওলাই আহে।

বেছ গধুৰ হৈ পৰা পেট্ৰোলৰ টিনটো দুয়ো ধৰাধৰিকৈ কঢ়িয়াই আন্ধাৰৰ মাজেৰে আন্দাজ কৰি কৰি নিৰ্দিষ্ট বাটটোৰে গৈ থাকে বহুত সময়। তাৰ পাচত এঠাইত পৰিত্যক্ত গোহালি এটাৰ গাতে লগা সৰু কোঠা এটাত টিনটো সাৱধানে লুকুৱাই থয়হি। ওচৰত ভালেখিনি প্ৰয়োজনীয় আহিলা-পাতি আগতেই সাজু কৰি থোৱা আছে।

সেই ঘৰৰপৰাও দুয়ো পাচ পাকতে ওলাই আহি আকৌ খোজ আৰম্ভ কৰে। কিছু সময়ৰ পাচতে এঠাইত ডাঙৰ ঘৰটোৰ ভিতৰ চোতাল পাৰ হৈ এমূৰৰ দুৱাৰ এখনৰ শিকলি এডাল লাহেকৈ খুলি পেলায়।

কিন্তু লাহেকৈ খুলিলেও তাৰ অস্পষ্ট শব্দ ঘৰৰ ভিতৰফালে সজাগ হৈ থকা ল'ৰাহঁতৰ কাণত পৰেগৈ।

'সেইয়া ৰঞ্জিতদা। শুনক, পুতুকণ আহিছে হবপায়।' ৰমেশৰ কথাত ৰঞ্জিতৰ লগতে বাকীবোৰেও অপেক্ষা কৰে পুতুকণৰ আগমনলৈ। কিন্তু পুতুকণৰ পৰিবৰ্তে কোঠালৈ সোমাই আহে খগেন অৰু ডলী।

'অ' তহঁত!' মৃণালে ডলীৰ মুখলৈ চাই প্ৰশ্ন কৰে—'আনিব পাৰিলি?'

'নিশ্চয়, নোৱাৰিম কিয়? আমাৰ সকলো ৰেডী। কিন্তু ৰঞ্জিতদা, পুতুকণ ক'ত?'

'এতিয়াও নাই অহা ডলী! বাৰীনক ওলাই চাবলৈ কৈছোঁ।'

আন্ধাৰ পদূলিমূৰত থিয়াথিয়িকৈ বাৰীনে অধীৰভাবে চাই থাকে আন্ধাৰত ডুবি থকা আলিটোৰ এটা মূৰলৈ। কিন্তু একো এটাই তাৰ চকুত নপৰে। ভালেমান সময়ৰ মূৰত বিপৰীত ফালৰপৰা নিঃশব্দে আহি পুতুকণ প্ৰায় তাৰ গাৰ ওপৰতে উঠেহি। উচপ্ খাই বাৰীনে অস্ফুটভাবে চিঞৰি উঠে: 'অহ্, তই! মই ভাবিছিলোঁ তই সিফালৰপৰাহে আহিবি!'

'সেই ফালেই আহিছিলোঁ, কিন্তু চাৰিআলিৰ ঠিক মাজতে এদল পুলিচ। ঘূৰি আহিব লগা হ'ল।'

'সময়টো পালি?'

'হুঁ, চাৰি ঘণ্টা লেট্ আহিব···ৰঞ্জিতদাহঁত ক'ত?'



ব'ল তোৰ খবৰৰ কাৰণেই সকলো ৰৈ আছে।' কথাৰ লগে লগে দুয়ো ঘৰৰ ভিতৰৰ ফালে আগবাঢ়ে।

'অৰুণ!'

'কি বাইদেউ?'

'ঠাইডোখৰ কেনেকুৱা? নিৰাপদ নে?'

'হুঁ!'

'টাউনৰপৰা কিমান দূৰত?'

'আঠ-ন মাইলৰ ভিতৰতে হব। ৰেল-লাইনৰ দুয়ো দাঁতিতে বেছ হাবি। গতিকে বেছ নিৰাপদ। প্ৰায় এমাইল দূৰত নদীৰ ঘাট···।'

কথাৰ লগতে একে সোহাই পানী গিলাচ শেষ কৰি হাতৰ তলুৱাৰেই মুখ মচি মচি বহাৰপৰা উঠে অৰুণ।

'কিন্তু বাইদেউ, এইবাৰ মই হলে যাওঁ দেই। নহলে বেলি হব। মুকুলদাহঁত ইমানপৰে নিশ্চয় আমাৰ কাৰণে ৰৈ আছে।···বীৰুটো এতিয়াও নাহিল দেখিছোঁ!'

'ক'লৈ অহাৰ কথা আছিল?'

'ইয়ালৈ। দুয়ো ইয়াৰপৰা একেলগে যোৱাৰ কথা। কিন্তু তালৈ আৰু ৰবলৈ গলে···অহ্, বাইদেউ, সেইয়া শুন, নিশ্চয় বীৰুৱেই হব।'

এক মুহূৰ্ত দুয়ো কাণ থিয় কৰি বাহিৰফালৰপৰা অহা অস্ফুট শব্দটো শুনে; তাৰ পাচত ভিতৰৰপৰা দুৱাৰ খুলি নিঃশব্দে পৰ্টিক'লৈ ওলাই আহে।

'আহিলি বীৰু! এইমাত্ৰ তোৰ কথাই কৈছিলোঁ। ব'ল, মই ৰেডী!'

'ব'ল অৰুণ···আইমণি বাইদেউ, আমি তেন্তে যাওঁ।'

'গেটৰ ওচৰলৈকে ময়ো গৈছোঁ ব'ল।'

চিৰি নামি তিনিও লনখন পাৰ হৈ গেটৰ ওচৰ পায়হি।

'বীৰু, ককাইদেউক তহঁতে ক'ৰবাত দেখিছিলিনে? পুৱাতেই গ'ল, অথচ এতিয়ালৈকে ঘূৰি নাহিল।'

'আহিব আহিব বাইদেউ! মৌবাৰীতো ইয়াৰপৰা বহুত দূৰত, জানাই দেখোন।'

'জানো···'

গেটখন খুলি দুয়োকে ওলাবলৈ আইমণিয়ে বাট এৰি দিয়ে।

'আমি তেন্তে যাওঁ বাইদেউ!'

'যা, তুয়ো কিন্তু খুব সাৱধান হবি। উৎসাহত অবিবেচকৰ দৰে যিহকে পাৰ তাকে কৰিবলৈ গৈ যেন বিপদত নপৰগৈ। যা অকণ, মই কোঠাৰ খিৰিকীখন খুলি থম।...আৰু বীৰু, তই বেধাক কৈ থৈছ নহয় ?'

'থৈছোঁ বাইদেউ।'

'বেছ যা তেন্তে।'

গেট পাৰ হৈ অকণ আৰু বীৰু আলিত উঠেগৈ। সাৱধানে ইফালে সিফালে এবাৰ চাই লৈ নিঃশব্দে আলিটো পাৰ হৈ গলিটোৰেদি আন্ধাৰৰ মাজলৈ সোমাই যায় দুয়ো।

বহু সময় ধৰি আইমণি একে ঠাইতে থিয় দি থাকি গেট বন্ধ কৰি ঘৰৰ ভিতৰলৈ অকৌ সোমাই আহে।

নিজৰ শোৱা কোঠাত বিছনাত বহি আইমণিয়ে স্থিৰ দৃষ্টিৰে চাই ৰয় ওচৰৰ সৰু টেবুলখনৰ ওপৰত থকা সৰু ঘড়ীটোলৈ। কোঠাৰ ভিতৰৰ ঘড়ীটোৰ অবিৰাম টিক্ টিক্ শব্দৰ বাহিৰে আন কোনোফালে ক'তো কোনো শব্দ নাই।

বহু সময় ধৰি একেৰাহে একে ঠাইতে বহি থকাৰ পাচত হঠাৎ এবাৰ আইমণি খপহকৈ বিছনাৰপৰা উঠি আহে। বহু নিশাৰ বহু নৈশ অভিযানত সক্ৰিয়ভাবে নহলেও পৰোক্ষভাবে সহযোগ কৰি আহিছে আইমণিয়ে আৰু তাইৰ লগত বহুতো গাভৰুৱে। অনাৱশ্যক কোনো ধৰণৰ চিন্তা-ভাবনাই কোনোদিন মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। কিন্তু আজি যেন এই প্ৰথম আইমণিয়ে অনুভৱ কৰে মনৰ কোণত কিবা এটা অচিন অস্থিৰতাই ভুমুকি মাৰি আইমণিক সামান্যভাবে অস্থিৰ কৰি তুলিছে।

সেয়ে হয়তো একে ঠাইতে স্থিৰ হৈ থাকিব নোৱাৰে আইমণি। কোঠাৰ মাজতে কিছু সময় ঘূৰাঘূৰি কৰি এসময়ত আকৌ ঘৰৰ বাহিৰলৈ ওলাই আহে। তাৰ পাচত লাহে লাহে এখোজ-এখোজকৈ আগবাঢ়ি গেটখনৰ ওচৰত ৰয়গৈ। গোটেই পৃথিৱীখনেই যেন চৌদিশে আবৰি থকা আন্ধাৰৰ মাজত সমাধিস্থ হৈ আছে। বন্ধ গেটখনতে আঁউজিলৈ দূৰৰ অন্ধকাৰ দিগন্তলৈ চাই ৰয় আইমণিয়ে।

টেবুলৰ সন্মুখত দণ্ডায়মান এছ-পি দত্ত চাহাবৰ মুখলৈ দুটা ৰঙা হৈ থকা চকু তুলি চায় ৰয় পুলিচৰ সৰ্বময় কৰ্তা মেকেঞ্জী চাহাবে। মুখত ফুটি উঠে বিৰক্তি।

...'I am not pleased—not at all pleased Dutta! মই তোমাৰ ওপৰত বহুত আশা কৰিছিলোঁ; কিন্তু এইবোৰ কি চলিছে? দিনৰ পাচত



দিন···? At this rate...how would you propose to justify your promotion?'

'I—I am trying my best Sir! মোক বিশ্বাস কৰক ছাৰ! মই কথা দিছোঁ।...I do hope to prope Sir, that I am as faithful and efficient police officer...'

'Well then go ahed and prove it.'

খোদ পুলিচ চাহাবে স্বয়ং এছ-পি দত্ত চাহাবক ইমান টানকৈ কেতিয়াও কথা নকয়। তাৰ উপৰিও অফিচতে হাতত মদৰ গিলাচ লৈ মেকেঞ্জী চাহাবক দত্তই কেতিয়াও দেখা নাই। কিহৰ কাৰণে এই ব্যতিক্ৰম দত্ত চাহাবে বুজিব নোৱাৰে।

'You can go now···'

'Yes Sir.' চেলুট দি দত্ত চাহাব কোঠাৰপৰা ওলাই যায়।

দত্ত যোৱাৰ লগে লগে মেকেঞ্জী চাহাবে যেন দত্তৰ সম্পূৰ্ণ অস্তিত্বটোৰেই খন্তেকতে পাহৰি যায়। পাহৰি যায় গোটেই পুলিচ বাহিনীৰ লগতে হয়তো নিজকো।

শেষ হোৱা হাতৰ গিলাচটো আকৌ ভৰ্তি কৰি লৈ চকীৰপৰা উঠি গৈ থিয় দিয়েহি খিৰিকীৰ ওচৰত। প্ৰায় খৰ লাগি চাই ৰয় বাহিৰলৈ। কিন্তু একোৱেই যেন নেদেখে—একো এটাই যেন চকুত নপৰে। মনৰ চকু দুটা কিন্তু বহুত দূৰলৈ যায়গৈ।

লণ্ডনৰপৰা ষোল মাইল আঁতৰত থকা সৰু এটা আটোম্-টোকাৰি ঘৰ। সমুখত গোলাপ ফুলৰ নাৰ্চাৰি। তাৰ আপদাল কৰাত ডৰোথী ব্যস্ত হৈ আছে। সামান্য আঁতৰত হুলস্থুল কৰি গাড়ী ধুই তাক পালিচ্ কৰিছে ওঠৰ বছৰীয়া গাভৰু কন্যা মাৰ্গাৰেট।

চাৰি বছৰ আগতে সেই স্মৃতি লৈয়ে মেকেঞ্জী ভাৰতলৈ আহিছিল। উৎসাহেৰেই শাসকৰ গৰ্বলৈ কামত যোগ দিছিল। এৰি অহা আনন্দমুখৰ ঘৰখনৰ সেই মধুৰ স্মৃতিয়েই পৰিপূৰ্ণ কৰি ৰাখিছিল মেকেঞ্জীৰ দীঘলীয়া বছৰবোৰ। কোনো আক্ষেপ নাছিল। সাত দিন আগলৈকে অক্ষুণ্ণ আছিল মেকেঞ্জীৰ ঘৰ-বাৰী, পত্নী-কন্যা সকলো। আজি কিন্তু আৰু একো নাই।

বিশেষ 'ওয়াৰ-লেচ' যোগে আগনিশা হঠাৎ শুনি আহিছে, জাৰ্মান বোমাৰু বিমানৰ নৈশ আক্ৰমণত সেই সকলো একেবাৰে ধূলিসাৎ হৈ গৈছে।

মেকেঞ্জীয়ে জানে, যুদ্ধ আৰম্ভ হোৱাৰপৰাই ঘৰখনৰ পৰিবৰ্তে ডৰোথী আৰু মাৰ্গাৰেটৰ কৰ্মভূমি হৈ উঠিছিল লণ্ডনৰ মাজ বুকুত। ডৰোথীয়ে বাছি লৈছিল ভলণ্টিয়াৰী নাৰ্চিং আৰু মাৰ্গাৰেটে চলাবলৈ লৈছিল এম্বুলেন্স্। দুয়োৰে চৌপাশে কেৱল ধ্বংস যজ্ঞ—প্ৰতিমুহূৰ্ত্তৰ অনিশ্চিত জীৱন। সেই কৰ্মব্যস্ততাৰ মাজতো কিন্তু দুয়ো ইমানদিন সম্পূৰ্ণ অক্ষত হৈয়ে আছিল।...তদুপৰি ভালেকেইদিন ৰাছিয়াৰ ৰণাঙ্গনত উপৰ্য্যুপৰি অভাৱনীয় বিপৰ্য্যয়ৰ সন্মুখীন হোৱা জাৰ্মান সৈন্য-বাহিনীৰ সাময়িক শৈথিল্যৰ লগতে শিথিল হৈ আহিছিল লণ্ডনৰ ওপৰত তেওঁলোকৰ বিমান বাহিনীৰ নিয়মিত নৈশ আক্ৰমণ। অলপ সকাহ পাইছিল লণ্ডনবাসীয়ে।

সেই অৱসৰতে মাক-জীয়েক দুয়ো গৈছিল নিজা ঘৰলৈ মাত্ৰ এৰাতিৰ কাৰণে। মাৰ্গাৰেটৰ জন্মদিন। দুয়ো ঠিক কৰিছিল নিশাটো ঘৰত কটাই, পুৱা ছয় বজাৰ লগে লগে আকৌ গুচি আহিব নিজ নিজ কৰ্মভূমিলৈ।

কিন্তু সেই অভিশপ্ত নিশা আৰু শেষ নহ'ল। হঠাৎ দুগুণ দৃঢ়তা লৈ, বিস্তীৰ্ণ এলেকা জুৰি আৰম্ভ কৰা জাৰ্মান বিমান বাহিনীৰ প্ৰবল বোমা-বৰ্ষণত পত্নী-কন্যা, ঘৰ-দুৱাৰ সকলো নিঃচিহ্ন হৈ গ'ল ধ্বংসস্তূপৰ মাজত।

মেকেঞ্জীৰ মনটো শূন্য হৈ যায়। প্ৰায় এবছৰৰ আগতে ঠিক এই একেবিধ শূন্যতাকে অনুভৱ কৰিছিল সেইদিনা। মেকেঞ্জীৰ মনত আছে সেইদিনা আছিল দহ তাৰিখ।...পূব ৰণাঙ্গনত ক্ষিপ্ৰ গতিৰে আগবাঢ়ি অহা জাপানী নৌবহৰক বাধা দিবলৈকে সদম্ভে আগবাঢ়ি গৈছিল বৃটিছ নৌ-শক্তিৰ গৰ্বৰ সম্পদ দুৰ্ভেদ্য ৰণতৰী 'প্ৰিন্স অব ওৱেলছ, ৰিপালছ।' শত্ৰুৰ বুকুত কঁপনি তোলা দুটা নাম—দুখন ৰণতৰী।

কিন্তু শত্ৰু-মিত্ৰ সকলোকে স্তম্ভিত কৰি মাত্ৰ কেইমিনিটমানৰ ভিতৰতে জাপানী বৈমানিক কেইজনমানে অতল সাগৰৰ তলিত ডুবাই দিলে সেই নাম—সেই ৰণতৰী। খবৰটো শুনি বজ্ৰাহতৰ দৰেই স্তব্ধ হৈ গৈছিল মেকেঞ্জী। আত্ম-সন্মানত আঘাত লাগিছিল। শূন্য হৈ গৈছিল মনটো।

কিন্তু সেই শূন্যতাৰ লগত এই মুহূৰ্তৰ শূন্যতাৰ তুলনা নহয়। আজি মেকেঞ্জী যেন সকলোফালৰপৰা সম্পূৰ্ণভাৱে ৰিক্ত হৈ গৈছে।

লাহে লাহে মেকেঞ্জীৰ মানস চকুৰ আগত ভাঁহি উঠে সমগ্ৰ বিশ্বৰ ক্ষত-বিক্ষত লাঞ্ছিত ছবিখন। যুদ্ধ—কেৱল যুদ্ধ। চাৰিওফালে জীৱন-মৰণ পণ কৰি উন্মাদ হৈ উঠা সমগ্ৰ বিশ্ব-মানৱতাৰ ৰক্তক্ষয়ী যুদ্ধ।...সি চলিছে সমগ্ৰ ইউৰোপত,



ৰাছিয়াৰ ৰণাঙ্গনত, আফ্ৰিকাৰ মৰুভূমিত, পূৰ্ব সীমান্তৰ দ্বীপে দ্বীপে। চলিছে আকাশত, ভূমধ্য সাগৰত, আটলাণ্টিকত, প্ৰশান্ত মহসাগৰত, ভাৰত মহাসাগৰত।

সকলোতে কেৱল ধ্বংস। ৰক্তস্নাত জীৱন আহুতি। বন্ধু-বান্ধৱ, শত্ৰু-মিত্ৰ, চিনাকি-অচিনাকি লক্ষ লক্ষ আপোনজনৰ সেই ৰক্ত-ৰঞ্জিত বিপৰ্য্যয়ৰ বা-মৰলীত নিজেও মনে বিচৰা সক্ৰিয় অৰিহণা যোগোৱাৰপৰা মেকেঞ্জীক কিন্তু বঞ্চিত কৰি ৰাখিলে ঘৃণীয়া আঁঠুটোৱে। মেকেঞ্জীৰ আক্ষেপৰ সীমা নাথাকে। পৰিহাস হিচাপেই যেন হেজাৰ হেজাৰ মাইল আঁতৰত থকা সৰু অখ্যাত চহৰ এখনৰ সুৰক্ষিত, সম্পূৰ্ণ নিৰাপত্তাৰ মাজত মেকেঞ্জীয়ে আজি শাসন কৰিবলগীয়া হৈছে এদল সৰু সৰু উৎপতীয়া ল'ৰা-ছোৱালীক।

বিকৃত হাঁহি এটা মেকেঞ্জীৰ ডিঙিৰপৰা ওলাই আহে। খিৰিকীৰে দেখা সৰু চহৰখনৰ শান্ত পৰিবেশৰ ওপৰত এবাৰ চকু ফুৰাই লৈ, লাহে লাহে ঘূৰি আহি আকৌ বহেহি নিজৰ চকীখনত। বটলত বাকী থকা গোটেইখিনি পানীয় এইবাৰ ঢালি লয় গিলাচত। খন্তেক আগতে এছ-পি চাহাবক দিয়া ধমকিটোৰ লগতে দত্ত চাহাবৰ সম্পূৰ্ণ অস্তিত্বটোৱেই আৰু মনত নেথাকে।

বৰ চাহাবৰ দৰেই একেটা ভঙ্গীত, এছ-পি দত্ত চাহাবেও নিজৰ অফিচৰ চকীত বহি, সমুখত দণ্ডায়মান ইন্সপেক্টৰ ৰাজেনক প্ৰায় দবিয়াই উঠিছে: 'ইউজলেছ, তোমালোক সকলো ইউজলেছ! যদি পুলিচৰ কাম কৰাৰ সামৰ্থ্য নাই তেন্তে পুলিচত চাকৰি লৈছিলা কিয়? দিনে-নিশাই চকুৰ আগত গুণ্ডাবোৰে ঘৰ জলাইছে, ৰেল বগৰাইছে, মিলিটাৰী ছাপ্লাই লাইন অচল কৰি দিছে, তাক বন্ধ কৰিবলৈ তুমি কি কৰিছা?'

ৰাজেনে তলমূৰ কৰি নীৰৱে ধুমুহাটো পাৰ হবলৈ দি পাচত লাহেকৈ উত্তৰ দিয়ে: 'ছাৰ, মইতো আপুনি আৰু ডি-এছ-পি চাহাবে যেতিয়াই যি কৰিবলৈ কৈছে তাকেই কৰিছোঁ।'

'তাকেই কৰিলে নহব, আৰু কৰিব লাগিব। মই কেতিয়াবাই অৰ্ডাৰ দি থৈছোঁ, ডেকা ডেকা ল'ৰা থকা চহৰৰ প্ৰতিটো ঘৰেই চাৰ্চ কৰিবলৈ। কৰিছিলা?'

'হয় ছাৰ কৰিছিলোঁ। তাৰ সকলো ৰিপৰ্ট পৰহিয়েই দিছোঁ।'

ৰিপৰ্ট নেলাগে মোক, উত্তেজিত হৈ দত্তই প্ৰায় গৰজি উঠে—'মোক লাগে

সেই গুণ্ডাবোৰৰ লীডাৰ কেইটাক। শুনিছোঁ, সেই ডেকা দল—একালত তোমাৰেই কলেজৰ বন্ধু আছিল। সিহঁতক এৰেষ্ট কৰা নাই কেলেই ?'

ৰাজেনে অলপ বিস্ময়েৰে দত্তৰ মুখলৈ চায়।

'এৰেষ্ট! বিনা কাৰণে ? একো এটা প্ৰমাণ নোপোৱাকৈ ছাৰ ?'

'প্ৰমাণ ? নন্‌চেন্স! প্ৰমাণ নাই পোৱা যদি প্ৰমাণ তৈয়াৰ নকৰা কিয় ? Why not create some ? যোৱাঁ, তোমাৰ কোনো excuse মই শুনিব নোখোজোঁ। I want work. ডি-এছ-পিয়ে মোক জনাইছে, ইয়াৰে কোনোবা এঠাইত ডেকা ল'ৰাৰ এটা নে দুটা মেচ্ আছে। সেই কেইটাই ঘাটি বুলি তেওঁ ছাছপেক্ট্ কৰে। সেই মেচ্ তুমি চাৰ্চ কৰিছিলা ?'

'হয় ছাৰ, আজি পুৱাই কৰিছিলোঁ।'

'কিবা পালা ?'

'ছাৰ্চপিছিয়াছ একো এটাই নেপালোঁ।'

'কেলৈ নেপাবা ? বিনা সৰঞ্জামেৰে কোনেও ৰাতিটোৰ ভিতৰতে ৰেলৰ লাইন এটা তুলি পে[illegible]ৰ নোৱাৰে; সুদা হাতেৰে কোনেও বিৰাট একো একোটা ঘৰ জলাই দিব নোৱাৰে। সিহঁতে সেইবোৰ মাল-মছলা কেনেকৈ পায় ? ক'ত পায় ? ক'ত লুকুৱাই থয় ? You must find it out Inspector! এতিয়া যোৱাঁ, যোৱাঁ, dont stand there,…আকৌ সেই মেচ্ এতিয়াই চাৰ্চ কৰাগৈ আৰু যিহকে পোৱা, যাকে পোৱা ধৰি আনিবা।'

'ভাল ছাৰ, মই তাকেই কৰিম,…ছাৰ, যদি অনুমতি দিয়ে '

'হোৱাট্ ?'

'পাঁচ মিনিটৰ কাৰণে মই মোৰ কোৱাৰ্টাৰৰপৰা এবাৰ আহিব খোজোঁ। মোৰ বেমাৰী পৰিবাৰৰ কথা আপুনিতো জানেই ছাৰ। তিনি বছৰ শয্যাশায়ী। যোৱা নিশা অলপ টান হৈ গ'ল, অথচ আজি গোটেই দিন মই কাম লৈ বাহিৰতে আছোঁ। এবাৰ গৈ দৰবকণ খুৱাই আহিবলৈকো সময় পোৱা নাই।'

'I am sorry Inspector! দৰব, পৰিবাৰ সেইবোৰ এতিয়া নহয়, পাচত হব। প্ৰথমে তোমাৰ duty। সকলো কাম আগতে শেষ কৰিব লাগিব, তাৰ পাচত ছুটীৰ কথা, যোৱা, go now.'

বহুত আশা লৈ ৰাজেনে অনুৰোধটো কৰিছিল। ভাবিছিল গোটেই দিনৰ অদৰ্শনৰ মূৰত হয়তো ক্ষন্তেকৰ কাৰণে হলেও অনুক এবাৰ চাই আহিব পাৰিব। কিন্তু দত্ত চাহাবে সেই আশাৰ মূৰত চেঁচাপানী ঢালি দিয়াত ৰাজেনৰ



মনটো মৰহি যায়। তলমূৰ কৰি অনুচ্চস্বৰে লাহেকৈ জনায়: 'ভাল ছাৰ, সেয়ে হব।'

এছ-পি চাহাবক চেলুট দি লাহে লাহে কোঠাৰপৰা ওলাই যায় ৰাজেন।

পুলিচ ষ্টেচনৰ ডাঙৰ লোৰ গেটখনৰ ওচৰত পহৰা দি থকা চন্তৰীটোৰ ওচৰ পাই ৰাজেন মুহূৰ্তলৈ ৰৈ যায়। ৰাজেনৰ লগত হাবিলদাৰ আৰু এটা কনিষ্টবল।

'শুনা দেওধাৰী! ছাব-ইন্সপেক্টৰ ৰয় অফিচলৈ আহিলে মোৰ কাৰণে অপেক্ষা কৰিব নেলাগে বুলি কবা। মই চাৰ্চ পাৰ্টিলৈ ওলাইছোঁ, আহোঁতে ৰাতি হব বুজিছা ?'

'হয় ছাৰ মই তাকে কম।'

'হাবিলদাৰ! এইবাৰ ব'লা…'

গেট পাৰ হৈ তিনিও আলিত উঠেগৈ আৰু আন্ধাৰ বাটেদি এফালে আগবাঢ়ি গৈ থাকে। লাহে লাহে এমুনিচ্‌ন বুটৰ খট্‌খট্ শব্দটো অস্পষ্ট হৈ হৈ এসময়ত সম্পূৰ্ণ নাইকিয়া হৈ যায়।

মেচৰ সমুখৰ আন্ধাৰ পদূলিমূৰত তিনিও ৰয়হি। সেইখিনি পাবলৈকে যথেষ্ট সময় লাগে ৰাজেনৰ। নিজৰ অসহায় অৱস্থাটোৰ বাবে ধিক্কাৰৰ লগতে শাৰীৰিক ক্লান্তিত ভৰি চলাবলৈকো যেন ইচ্ছা নহয় ৰাজেনৰ। তাৰ উপৰিও সমুখত অপ্ৰিয় কৰ্তব্য এটা সমাধান কৰাৰ দায়িত্ব।

'পালোঁহি ছাৰ! মই যিজনৰ কথা কলোঁ সেইজনকে বিচাৰিব ছাৰ…!'

হাবিলদাৰৰ অনাৱশ্যক উপদেশত ৰাজেন বিৰক্ত হৈ উঠে। মানুহটোক ৰাজেনে সময়ে সময়ে সহ্য কৰিব নোৱাৰে। ৰাজেনে জানে, সুবিধা পালে এই মানুহটোৱে ডি-এছ-পি, এছ-পিৰ আগত তলৰ থাপৰ অফিচাৰৰ কামৰ গাফিলতি প্ৰকাশ নকৰাকৈয়ো নেথাকে। স্বয়ং এছ-পি চাহাবেই তাক প্ৰশ্ৰয় দিয়ে বুলিও তেওঁ জানে। এতিয়াও সি লগত নথকা হলেই ৰাজেন সুখী হ'লহেঁতেন, কিন্তু সময় বিশেষে আন এটাক তাৰ পৰিবৰ্তে লগত অনাৰ উপায় নাছিল। সেয়ে হয়তো তাৰ উপদেশ শুনি যথেষ্ট উষ্মাৰে ৰাজেনে উত্তৰ দিয়ে: 'মই জানো কাক বিচাৰিব লাগিব হাবিলদাৰ! এতিয়া আহাঁ মোৰ লগত।'

কথাৰ লগে লগে ৰাজেন পদূলিৰপৰা ঘৰটোৰ ফালে আগবাঢ়ে আৰু বন্ধ দুৱাৰত ঢকিয়াই বেছ মিজাজতে হুকুম কৰে: 'এই কোন আছ, দুৱাৰ খোল!'

ঘৰৰ ভিতৰত প্ৰথম কোঠাটোতে কৃষ্ণই টেবুলৰ ওপৰত ভালেকেইখন কিতাপ মেলি লৈ, কাগজ-পেন্সিলৰ যোগেদি বিবিধ ৰাসায়নিক সাৰ-মছলা বেলেগ বেলেগ percentageত যোগ-বিয়োগ কৰি সাংঘাতিক কিবা এটা বিস্ফোৰক বস্তু আবিষ্কাৰ কৰাৰ চেষ্টাত মগ্ন আছিল। কিন্তু আবিষ্কাৰৰ আগতেই হঠাৎ দুৱাৰৰ ওপৰত আকস্মিক শব্দ আৰু হুকুম শুনি উচপ্ খাই উঠে। মুহূৰ্ততে সজাগো হৈ যায়।

লৰালৰিকৈ কিতাপ-বহীৰ মাজত আবিষ্কাৰৰ অমূল্য তথ্য-পাতিবোৰ লুকুৱাই থৈ উপন্যাস এখন সমুখত মেলি লয়। তাৰ পাচত ইচ্ছা কৰিয়েই দুৱাৰত দ্বিতীয়টো ঢকা পৰাৰ প্ৰত্যুত্তৰত মহা বিৰক্ত হোৱাৰ ভাও ধৰি চিঞৰি উঠে— 'আস্ কি মস্কিল! সেইটো কোন তাত? কি লাগে এই ৰাতি?'

'দুৱাৰ খোল!'

ৰাজেনৰ মাতটো চিনিবলৈ কৃষ্ণৰ এটা মুহূৰ্তও নালাগে। একালৰ বন্ধু; কিন্তু ইচ্ছা কৰিয়েই চকীৰপৰা উঠি দুৱাৰ খোলাৰ লগতে মহা বিৰক্তিত যোগ দিয়ে: 'এইবোৰৰপৰা শান্তিৰে নভেল এখনো যদি···অহ্ অহ্ দাৰোগা চাহাব! আহক, আহক! আমাৰ মেচটোৰ কি সৌভাগ্য, একেদিনৰ ভিতৰতে এই দ্বিতীয়বাৰ আপোনাসৱৰ এই শুভাগমন! পদধূলি দান···আহক আহক ভিতৰলৈ আহক, থিয় দি ৰ'ল কিয়?'

একে ঠাইতে থিয় দি ৰাজেনে ক্ষন্তেক স্থিৰ দৃষ্টিৰে কৃষ্ণৰ চকুলৈ চাই ৰয়। তাৰ বিদ্ৰূপটো নিঃশব্দে হজম কৰি, বেছ অৱজ্ঞা কৰিয়েই কোঠাৰ মাজলৈ সোমাই আহে। পাচে আহে হাবিলদাৰ আৰু চিপাহীটো।

'মুকুল ক'ত?'

ৰাজেনৰ গুৰু-গম্ভীৰ প্ৰশ্নটো কৃষ্ণৰ বাহিৰেও ওচৰৰ আন এটা কোঠাৰপৰা ওলাই আহিব খোজা গোহাঁইৰ কাণতো পৰেগৈ। ক্ষন্তেক তাতেই থমকি ৰৈ পাচ পাকতে ওলাই অহাৰ পৰিবৰ্তে তৎক্ষণাৎ ঘৰৰ আন এটা মূৰলৈ নিঃশব্দে ঢাপলি মেলে গোহাঁয়ে।

ধূলি, মকৰা-জালেৰে আৱৰা, ষ্টোৰ ৰুমৰ নিচিনা পৰিত্যক্ত সৰু কোঠা এটাত মুকুলে লোহা-লক্কৰ থকা কাঠৰ বাকচ এটাৰ মাজত হাত ভৰাই কিবা বিচৰাত ব্যস্ত আছিল। গোহাঁয়ে সেইখিনি পায়ে ফুচ্‌ফুচাই হুকুম দিয়ে: 'এই, এই কমাণ্ডাৰ উঠ; সেইবিলাক এতিয়া থ। বাৰীৰ ফালে পলা, পুলিচ লৈ ৰাজেন আহিছে।'



'ৰাজেন?' গোহাঁইৰ কথাত মুকুল ব্যস্ত হৈ পৰে: 'ক'ত আছে সি?'

'আগ কোঠাত কৃষ্ণৰ লগত। তই যা, মই উভতি গৈ যিমান পাৰোঁ পলম কৰি দিম। যা, যা···'

কথামতেই তৎক্ষণাৎ কোঠাৰপৰা ওলাই মুকুলে পাচ বাৰীৰ আন্ধাৰৰ মাজত থিতাতে অদৃশ্য হৈ যায়। গোহাঁয়ে ক্ষন্তেক কোঠাটোৰ ওপৰত চকু ফুৰাই সন্দেহজনক প্ৰতিটো বস্তু লুকুৱাই পেলাই পুনৰ ঘৰৰ ভিতৰৰ ফালে বেগাবেগীকৈ ঘূৰি আহে।

'মুকুল ক'ত?'

ঘৰৰ ভিতৰফালে কি হৈছে তাক অনুমান কৰিবলৈ কৃষ্ণৰ অসুবিধা নহয়। সেয়ে ৰাজেনক ওচৰত ৰাখিবলৈকে প্ৰায় বুৰ্বকৰ দৰেই ৰাজেকৰ মুখলৈ চায়।

'মুকুল? কোন···কোন মুকুল?' জীৱনত যেন মুকুলৰ নাম সি শুনাই নাই তেনে এটা ভাব লৈয়ে উত্তৰ দিয়ে। ৰাজেনে কিন্তু তাক গ্ৰাহ্য নকৰি প্ৰায় দাবি মাৰি উঠে: 'নকৰ কিয় মুকুল ক'ত?'

'চাওক দাৰোগা চাহাব! মুকুল নামৰ মানুহ হয়তো পৃথিৱীত বহুত আছে। আপুনি বা কোন মুকুলৰ···'

'Stop it কৃষ্ণ! চা I am serious, সি ঘৰত আছেনে নাই?'

'আপুনি ছিৰিয়াছ যেতিয়া ময়ো ছিৰিয়াছলিয়েই কওঁ, মুকুল ঘৰত নাই।'

'গ'ল ক'লৈ?'

'সিপাৰলৈ।'

'সিপাৰলৈ?'

'হয়। ভনীয়েকৰ খুব অসুখ। দৰৱ-জাতি লৈ পুৱাতেই পাৰ হৈ গৈছে।'

'ভনীয়েকৰ অসুখ? মুকুলৰ আকৌ হঠাৎ ভনী এজনী ক'ৰপৰা ওলাল?'

'ভনী—মানে নিজৰ আপোন নহয়, পেহীয়েকৰ জীয়েক ভনী।'

'আই ছিঃ, বাৰু দেখা যাওক···'

কথাৰ লাগে লাগে ৰাজেন কৃষ্ণৰ ওচৰৰপৰা ভিতৰৰ ফালে আগবাঢ়ে; কিন্তু দুখোজমান দিয়াৰ লগে লগে ঘৰৰ ভিতৰফালৰপৰা 'কৃষ্ণ, কৃষ্ণ' বুলি চিঞৰি চিঞৰি উধাতু খাই সোমাই অহা গোহাঁয়ে ৰাজেনৰ প্ৰায় গাৰ ওপৰতে উঠেহি, আৰু থতমত খোৱাৰ দৰেই ৰাজেনক চেলুট দিয়ে।

'অহ্ অহ্ দাৰোগা চাহাব! চেলাম···।'

নিৰ্বিকাৰ নিৰ্লিপ্তভাৱেই ৰাজেনে স্থিৰ দৃষ্টিৰে চায় গোহাঁইৰ মুখলৈ; আৰু

সেই সুযোগতে পাচফালৰপৰা কৃষ্ণই মাত দিয়ে : এই গোহাঁই ; মইতো দাৰোগা চাহাবক কৈছোঁ, মুকুল আজি ৰাতিপুৱাই নদীৰ সিপাৰে থকা ভনীয়েকৰ তালৈ গৈছে। মোৰ কথা তোৰ এই দাৰোগা চাহাবে কিন্তু বিশ্বাস কৰিব খোজা নাই।'

'হাঁ হাঁ ? কিয়, কিয় ? কৃষ্ণতকৈ এখোপ বেছি নিৰ্বোধৰ ভাও লৈ গোহাঁয়ে কৈ যায়—'কিয় ? কিয় নকৰিব ? বিশ্বাস নকৰিবলৈ কিটো আছে ? হয় দাৰোগা চাহাব, কৃষ্ণই ঠিকেই কৈছে। আজি পুৱাই মুকুল সিপাৰলৈ গৈছে।'

'ভনীয়েকৰ ওচৰলৈ ?'

'Sure. নিশ্চয় ভনীয়েকৰ ওচৰলৈ, নহলে আৰু কাৰ ওচৰলৈ যাব ? আৰু ··আৰু সি নগলে হব কেনেকৈ ? পৰহিলৈ যে তাইৰ বিয়া···।'

'বিয়া ? কিন্তু কৃষ্ণৰ মতে সেই ভনীয়েকৰ কিবা বোলে অসুখহে··· ?'

'অসুখ ? ভ-ভনীয়েকৰ···? সামান্য থত্‌মত্‌ খাই গোহাঁয়ে কৃষ্ণৰ মুখলৈ চায়।'

'কোন—কোন ভনীয়েকৰ ?'

'কিয় ? পেহীয়েকৰ জীয়েক ভনীয়েকৰ!' কৃষ্ণই তপৰাই উত্তৰ দিয়ে। গোহাঁয়ে যেন থিতাতে থাউনি পাই নিশ্চিন্ত তৃপ্তিত প্ৰায় উৎসাহেৰে চিঞৰি উঠে : 'অহ্, তাকে নকৰ কিয় ? yes, yes he is quite right। কৃষ্ণই ঠিকেই কৈছে দাৰোগা চাহাব। পেহীয়েকৰ জীয়েক ভনী সেই যে জুনমণি। তাইৰ অসুখ হোৱাটো সঁচা ; কিন্তু মই তাইৰ কথা কোৱা নাই, মই কৈছোঁ মুনমুণিৰ কথা, মোমায়েকৰ জীয়েক ভনী—তাইৰে বিয়া···'

'অ' মুকুলৰ তেন্তে মোমায়েকৰ জীয়েক ভনী এজনীও আছে ?'

'Sure, Sure, কিয় নেথাকিব ? হিচাপ কৰি চালে···'

অতীতৰ দিন হোৱা হলে পৰিস্থিতিটো ৰাজেনেও উপভোগ কৰিলেহেঁতেন। কিন্তু তাৰপৰা বঞ্চিত হৈ যোৱাত বেজাৰৰ লগতে তাৰ খঙো উঠে। তদুপৰি হাবিলদাৰটোৰ উপস্থিতিয়ে মগজুটো গৰম কৰি তোলে ৰাজেনৰ। পুলিচী মিজাজতে আকৌ প্ৰায় দবিয়াই উঠে : 'Stop it, I warn you গোহাঁই !··· এই, উঠ তই···।'

হুকুমৰ লগতে চকীত আকৌ বহিপৰা কৃষ্ণৰ বাউসীটোত ধৰি তাক তুলি দিয়ে : 'মুকুলক মোক লাগে, তই ক ক'ত আছে··· ?'



ৰাজেনৰ আকস্মিক ব্যৱহাৰত এইবাৰ কৃষ্ণৰো হঠাৎ খং উঠি যায়। খন্তেক স্থিৰ দৃষ্টিৰে ৰাজেনৰ চকুলৈ চায়। তাৰ পাচত বিদ্ৰূপৰ হাঁহি এটা ওঁঠত লৈ গম্ভীৰ হৈ কয়, 'তই' সম্বোধন নহয় দাৰোগা চাহাব ; 'আপুনি' কওক।

'আপুনি ? কোনদিনা তইঁতক মই সেই সম্বন্ধ ধৰিছিলোঁ ?'

'যিদিনা ধৰা নাছিল সেইদিনা আপুনি আমাৰ কলেজৰ সহপাঠি আছিল—অন্তৰঙ্গ বন্ধু আছিল। কিন্তু আজিতো সেই বন্ধুত্বৰ দাবী লৈ ইয়ালৈ অহা নাই ; আহিছে পুলিচৰ দাৰোগা হৈ। ছলে-বলে কোনো প্ৰকাৰে আমাক হাতকেৰেয়া লগাই যাতে পুলিচ ষ্টেচনলৈ চোঁচোৰাই টানি নিব পাৰে, তাৰ কাৰণেই আপোনাৰ এই শুভাগমন। আজি আৰু আপোনাৰ মুখত অতীতৰ সেই মধুৰ সম্বোধন নুশুৱায় দাৰোগা চাহাব···।'

কৃষ্ণৰ বিদ্ৰূপত, নিষ্ঠুৰতাত হঠাৎ ক্ষন্তেকৰ কাৰণে বিবৰ্ণ হৈ যায় ৰাজেনৰ মুখখন। মুহূৰ্তৰ কাৰণে তলমূৰ কৰি পাচত জেপৰপৰা কাগজ এখন উলিয়াই কৃষ্ণৰ মুখৰ আগত তুলি ধৰে : 'এইখন ব্যৱহাৰ কৰাৰ ইচ্ছা নাছিল, but you have compelled me···হাবিলদাৰ···।'

'ছাৰ !'

'যোৱাঁ, ভিতৰৰ কমবোৰ চাৰ্চ কৰা। তুমি এটা, আৰু চিপাহী, তুমি আন এটা। সৌ কোঠাটো মই নিজেই কৰিম।'

'সেইটো মোৰ কোঠা, তাত আকৌ কিটো পাব! মই মানুহটোৰেই ইয়াত'—গোহাঁয়ে টপৰাই মাত দিয়াত ৰাজেনে অৱজ্ঞাৰে তাৰ মুখলৈ চায়।

'কাৰ কোনটো কোঠা মোৰ জনা আছে। যোৱাঁ তোমালোক, সন্দেহজনক যিহকে পোৱা লৈ আনি মোক জনাবা।'

হুকুমমতেই হাবিলদাৰ আৰু কনিষ্টবলটো ভিতৰলৈ সোমাই যায়। সিহঁত চকুৰ আঁৰ হোৱাৰ পাচত ৰাজেনক কোঠাৰ এদাঁতিলৈ থকা বন্ধ দুৱাৰৰ ফালে আগবাঢ়ি যোৱা দেখি গোহাঁয়ে লগে লগে যাব খোজাত ৰাজেনে বাধা দিয়ে : 'No, not you···'

'মই অলপ সাহায্য কৰি দিব পাৰিলোঁহেঁতেন···'

'Thanks, তাৰ দৰকাৰ নহব।'

বন্ধ দুৱাৰখন ঠেলা মাৰি খুলি ৰাজেনে কোঠাটোৰ ভিতৰলৈ সোমাই দুৱাৰখন ভিতৰৰপৰা আকৌ জপাই দিয়ে।

বন্ধ হৈ যোৱা দুৱাৰখনলৈকে ক্ষন্তেক নিঃশব্দে চাই থাকি পাচত কৃষ্ণৰ

ওচৰলৈ আগবাঢ়ি যায় গোহাঁই। কৃষ্ণই তাৰ মুখলৈ চাই ফুচ্‌ফুচাই প্ৰশ্ন কৰে ঃ 'বাহিৰত পোৱাকৈ তাত কিবা আছে নেকি ?'

'ক'ব পৰা নাই। হাতুৰি বেঞ্চৰ বেগটো টেবুলৰ তলতে আছে হবপায়। অৱশ্যে মুকুলে যদি আন ক'ৰবাত আঁতৰাই থৈছে নেজানো।'

কৃষ্ণই আৰু প্ৰশ্ন নকৰে। গোহাঁয়ো মনে মনে ৰয়। হয়তো দুয়ো সামান্য চিন্তিত হৈ উঠে। জানে ৰাজেন মূৰ্খ নহয়। ইচ্ছা কৰিলে সি সিহঁতক যথেষ্ট হাৰাশাস্তি কৰিব পাৰে। কোঠাৰ ভিতৰত সি-বা এতিয়া ক'ত কি আৱিষ্কাৰ কৰে কি ঠিক!

কিন্তু কোঠাৰ ভিতৰত সোমাইপৰা ৰাজেনৰ লগত হাবিলদাৰ বা কৃষ্ণহঁতৰ সমুখৰ ৰাজেনৰ আৰু কোনো মিল নাথাকে।

জপাই লোৱা দুৱাৰখনতে আঁউজি বহু সময় ধৰি ৰাজেনে স্থিৰ করুণ দৃষ্টিৰে তলমূৰ কৰি মজিয়ালৈ চাই ৰয়। তাৰ পাচত লাহে লাহে অসীম ক্লান্তিত যেন এখোজ-দুখোজকৈ আগবাঢ়ি টেবুলৰ ওচৰত থকা চকীখনত বহি পৰেগৈ।

খন্তেক পাচত অলসভাবে টেবুলৰ ওপৰত এবাৰ চকু ফুৰায়। দেখে এচুকত পুৰি পেলোৱা কাগজখনৰ ছাইখিনি। তেতিয়াও ছাইখিনি ভাজে ভাজে অক্ষত হৈ আছে। ইচ্ছা কৰিলে তাৰপৰাই ৰাজেনে বহুত কিবা উলিয়াব পাৰে কিন্তু কৃষ্ণহঁতে নুবুজিলেও কিবা এটা উলিয়াবলৈকে ৰাজেন সেই কোঠাত সোমোৱাহি নাই।

ৰাজেনৰ চকুত পৰে, সামান্যভাবে মেল খাই থকা টেবুলৰ ডাঙৰ ড্ৰয়াৰটো। যন্ত্ৰচালিতৰ দৰেই যেন সেইটো পূৰাকৈ খুলি তাৰ ভিতৰত থকা ডাঙৰ বেগটো ৰাজেনে উলিয়াই আনে—যদিও তাক মেলি চোৱাৰ পৰিবৰ্তে কোঁচত লৈ বহি থাকে। ৰাজেনে ভালকৈয়ে জানে বেগৰ ভিতৰত কি পাব। তথাপি সেইবোৰ উলিয়াই পৰীক্ষা কৰিবলৈ তাৰ যেন অলপো আগ্ৰহ নহয়।

কিন্তু তথাপি কোনোবা তলকত কব নোৱাৰাকৈ কেতিয়া যে বেগৰ ভিতৰৰপৰা ডাঙৰ হাতুৰীটো আৰু ৰেঞ্চপাট উলিয়াই লৈ অন্যমনস্কভাবে লিৰিকি-বিদাৰি আছে, তাক ৰাজেনে হয়তো কবও নোৱাৰে। বহুত পৰৰ পাচত হঠাৎ এবাৰ সাৰ পাই উঠাৰ দৰেই ৰাজেন সজাগ হৈ উঠে।

ছাইখিনিৰ ওপৰত আকৌ এবাৰ চকু পৰাত ৰাজেনৰ ওঁঠত ক্ষীণ হাঁহি এটা খেলাই যায় ঃ 'কেয়াৰলেছ ইডিয়ট চব!'



অস্ফুট মন্তব্যটোৰ লগতে এটা এটাকৈ হাতৰ বস্তুকেইটা আকৌ বেগত ভৰাই, বেগটো আগৰ দৰেই ড্ৰয়াৰত থৈ দি সেইটো বন্ধ কৰি পেলায়। ফু মাৰি টেবুলৰ ছাইখিনিও উৰুৱাই দিয়ে। তাৰ পাচত বহাৰপৰা উঠি, প্ৰথমেই মূৰৰপৰা খুলি টেবুলত থোৱা টুপীটো পুনৰ পিন্ধি লৈ দুৱাৰৰ ফালে আগবাঢ়ি যায়। আপোনা-আপুনি এবাৰ চকু যায় দাঁতিৰ বেৰত ওলমি থকা ডাঙৰ গ্ৰুপ ফটোখনলৈ। কলেজ এৰাৰ আগে আগে তোলা অন্তৰঙ্গ পাঁচজন বন্ধুৰ ফটো সেইখন। সকলোৰে মুখত নিৰ্মল আনন্দৰ হাঁহি—জ্যোতিৰ, মুকুলৰ, কৃষ্ণৰ, গোহাঁইৰ আনকি তাৰ মাজত জিলিকি থকা স্বয়ং ৰাজেনৰো।

কিন্তু এই মুহূৰ্তত ৰাজেনৰ মুখত সেইদিনাৰ সেই হাঁহি নাই। সি কেতিয়াবাই হেৰাই গৈছে। খন্তেকৰ কাৰণে সৰ্বহাৰা জীৱন এটাৰ নাম নোহোৱা অব্যক্ত বেদনা এটা, বুকুৰ কোনোবা এডোখৰত ৰাজেনে অনুভৱ কৰে। আৰু যেন কোঠাটোত থকাও তাৰ পক্ষে কষ্টকৰ হৈ পৰে। জোৰ কৰি মনটোক সংযত কৰি লৈ এইবাৰ দৃঢ় পদক্ষেপেৰে ৰাজেনে কোঠাৰ দুৱাৰ খুলি বাহিৰলৈ ওলাই আহে।

কোঠাত এফালে গোহাঁই আৰু কৃষ্ণ আৰু প্ৰায় মাজমজিয়াত থিয় দি আছে হাবিলদাৰ আৰু কনিষ্টবলটো। সন্তৱ ৰাজেনলৈকে দুয়ো অপেক্ষা কৰি আছে। সিহঁতৰ কাষ চাপি ৰাজেনেই প্ৰশ্ন কৰে ঃ 'কিবা পালা হাবিলদাৰ ?'

'নাই ছাৰ একো নেপালোঁ।'

'আৰু তুমি ?'

'ওঁহো, চব চালোঁ, কিন্তু একোকে নাপালোঁ ছাৰ!'

'Alright…ব'লা যাওঁ…।'

কথাৰ লগে লগে ৰাজেনে আৰু কোনোফালে ভ্ৰূক্ষেপ নকৰি গপ্‌গপাই বাহিৰলৈ যোৱা দুৱাৰেদি ওলাই যায়। ৰাজেনৰ পাচে পাচে যায় হাবিলদাৰ আৰু কনিষ্টবলটো।

তিনিও ওলাই যোৱাৰ পাচতো কৃষ্ণ আৰু গোহাঁয়ে নিঃশব্দে দুয়োয়ে দুয়োৰো মুখলৈ চাই থাকে। তাৰ পাচত দুয়ো একেলগে খোলা দুৱাৰেদি চাই ৰয় আন্ধাৰ পদূলিমুখলৈ। ক্ৰমাৎ অস্পষ্ট হৈ যোৱা তিনিযোৰ বুট জোতাৰ গিৰিপ্-গাৰাপ্ শব্দৰ বাহিৰে চৌদিশ একেবাৰে শান্ত হৈ পৰে।

I

ৰাজেন, মুকুল, এছ-পি চাহাব আৰু কৃষ্ণৰ চহৰ জুৰি থকা সহস্ৰজনৰ সহস্ৰবিধ কাৰণত মনবোৰ অশান্ত। নিশব্দে বৈ থকা চহৰৰ বতাহজাকো অশান্ত।

তাৰ মাজতো কিন্তু বহু পৰিমাণে শান্ত, উদ্বেগহীন, স্থিৰ মন এটা লৈ আন্ধাৰ আলি এটাৰে খোজৰ পাচত খোজ পেলাই আহি আছে জ্যোতি।

প্ৰায় চাৰি মাইল বাট একেবাহে খোজ কাঢ়িবলগীয়া হোৱাত জ্যোতি অলপ ক্লান্ত হৈয়ে পৰে। তথাপি খোজৰ গতি মন্থৰ হবলৈ দিয়া নাই। ৰাতি বাঢ়ি আহিছে। ঘৰলৈ যোৱাৰ বাটত এঠাইত সোমাই যাব লাগিব।

নিৰুদ্বেগ চিত্তেৰে জ্যোতি আগবাঢ়ে। মনটো কিন্তু ডুবি থাকে অতীত আৰু বৰ্তমানৰ অসংখ্যজনাৰ অসংখ্য ঘটনাৰ ৰোমন্থনত।

মনৰ পটত মুহূৰ্তৰ কাৰণে খেলাই যায়, চাৰি বছৰ আগৰ নিজৰ জীৱনটোৰেই চিত্ৰ-বিচিত্ৰ ঘটনাৱলী। কিন্তু তাকে লৈ জ্যোতি বেছি সময় ডুবি থাকিব নোৱাৰে। অতীত ৰোমন্থনৰ মাজৰপৰা মনটো ঘূৰাই আনি জ্যোতিয়ে ভাবিবলৈ আৰম্ভ কৰে বৰ্তমানৰ জগতখনৰ কথা। ভাবে সৰু চহৰখনৰ বুকুত সিচঁৰতি হৈ থকা বন্ধু-বান্ধৱবোৰৰ কথা। মনত পৰে মুকুল, ৰঞ্জিত, গোহাঁই, ৰাজেনহঁতৰ কথা। মনত পৰে অণুৰ কথা; আইমণি, অৰুণ, বীৰুহঁতৰ কথা। তাৰ লগতে উপলব্ধি কৰে এই মুহূৰ্তত আন্ধাৰৰ মাজত ডুবি থকা এই সৰু চহৰখনৰ উত্তপ্ত পৰিবেশটোৰ কথা।

সমুখৰ চৌদিশ অন্ধকাৰৰ মাজত দেখাত শান্ত-নিস্তব্ধ হৈ আছে যদিও জ্যোতিয়ে জানে সি শান্তও নহয়, নিস্তব্ধও নহয়।

চহৰখনৰ কথা ভাবিবলৈ গৈয়ে জ্যোতিয়ে ভাবিবলৈ আৰম্ভ কৰে আন আন চহৰবোৰৰ কথা—অসমৰ কথা—সমগ্ৰ ভাৰতৰ বুকুত চলা বিৰামহীন আন্দোলনৰ কথা।

তাৰ লগে লগে ভাৰতৰ গণ্ডী চেৰাই আপোনা-আপুনি জ্যোতিৰ মনটো বিয়পি পৰে সমগ্ৰ বিশ্বৰ ৰণোমত্ত ছবিখনৰ ওপৰত। চাৰিওফালে কেৱল ধ্বংস আৰু ধ্বংস। নাৰী-পুৰুষ নিৰ্বিশেষে লক্ষ লক্ষ নিৰাপৰাধ অসহায় জীৱন আহুতি দিবলগীয়া হৈছে—বিনা দোষত জাহ গৈছে মহাসমৰৰ জুইত।

এফালে, চল্লিশৰ সাতাইশ ছেপ্টেম্বৰত অনুষ্ঠিত বাৰ্লিন চুক্তিত মিত্ৰতা কৰি গঢ় লোৱা মিত্ৰ-শক্তি—জাপান, জাৰ্মানী আৰু ইটালিৰ মিলিত এক্সিছশক্তি আৰু আনফালে এক কথাত সমগ্ৰ বিশ্ব।

ইউৰোপৰ কথা ভাবিবলৈ গৈয়ে জ্যোতিৰ প্ৰথমেই মনত পৰি যায় জাৰ্মান জাতিটোৰ কথা।...কি অকল্পনীয় গতিবেগ! উনচল্লিশৰ এক ছেপ্টেম্বৰত আক্ৰমণ কৰিছিল পোলেণ্ড। তাৰ পাচত ইউৰোপৰ কোনো এখন দেশকে উশাহ



লবলৈকো সময় নিদি এফালৰপৰা গ্ৰাস কৰি গ'ল ডেনমাৰ্ক, নৰওৱে, হলেণ্ড, বেল্‌জিয়াম, লুক্সেমবাৰ্গ, ফ্ৰান্সকে আদি কৰি সমগ্ৰ ইউৰোপ।

কিন্তু জ্যোতিৰ ধাৰণা হয়, জাৰ্মানীতকৈয়ো যেন, পূৱ সীমান্তত জাপানৰ অগ্ৰগতি আৰু ক্ষিপ্ৰ—আৰু অকল্পনীয়।...আৰম্ভ কৰিছিল একচল্লিশৰ সাত ডিচেম্বৰত। তাৰ পাচত মাত্ৰ পাঁচ মাহৰ ভিতৰতে সমগ্ৰ দক্ষিণ-পূৱ এছিয়া গ্ৰাস কৰি ভৰি দিয়েহি ভাৰতৰ দুৱাৰমুখত।

স্থল-বাহিনী, নৌ-বাহিনী আৰু বিমান-বাহিনীৰ সম্মিলিত শক্তি লৈ, প্ৰচণ্ড শক্তি লৈ, প্ৰচণ্ড ধুমুহাৰ গতিৰে এফালৰপৰা অধিকাৰ কৰি গ'ল গুৱাম, ওয়েক, হংকং, মেনিলা, ফিলিপাইন, চাংহাই, মালয়, নিউগিনি, অলিবিছ দ্বীপ, পেনাং, কেডা, চিঙ্গোৰা, কুৱাণ্টান্, ছিঙ্গাপুৰ বাটাভীয়া মুঠতে একো আৰু বাদ নগ'ল।

হেজাৰ হেজাৰ মাইলৰ দূৰত্বৰ ব্যৱধানো আৰু নেথাকিল। একেবাৰে ৰৰঘৰৰ দুৱাৰ-খিৰিকীৰ কঁপনি তুলি, ভাৰতৰ ভিজাগাপট্টম্, কোকনাদ, চট্টগ্ৰামৰ লগতে অসমৰ মাজ-মাজিয়াতেই জাপানী বিমান বাহিনীৰ আক্ৰমণত বিধ্বস্ত হৈ গ'ল, দিনজান-চাবুৱাৰ এয়াৰফিল্ড্। গোটেই দেশজুৰি কি প্ৰবল উত্তেজনা।

কিন্তু জ্যোতিয়ে উপলব্ধি কৰে, লাহে লাহে সেই সকলো যেন পুৰণা হৈ আহিছে।...ভৰ-দুপৰীয়া ডিব্ৰুগড়ৰ আকাশত দেখা পোৱা বিমান-যুদ্ধৰ নতুনত্ব আৰু সৰু চহৰখনৰ, সৰু সৰু কিশোৰ-কিশোৰীবোৰৰ ওচৰতো নোহোৱা হৈ পৰিছে।

মূৰৰ ওপৰত জাপানী বিমানে টিঘিল-ঘিলাই ফুৰিছে; পিছে তাৰ উন্মাদনাতকৈয়ো, অৰুণ-বীৰুৰ নিচিনা কিশোৰহঁতে নিজে সক্ৰিয়ভাবে অংশ লোৱা নৈশ-যুদ্ধখনৰ উন্মাদনাইহে যেন সকলোকে মতলীয়া কৰি তুলিছে।

যুদ্ধৰ মাজতে আৰু এখন যুদ্ধ।

...এয়ে সুযোগ। বিশ্বজোৰা সাম্ৰাজ্য খান্‌বান্ হৈ যোৱা ৰাজশক্তিক পদে পদে আঘাত কৰি পৰাধীনতাৰ নাগপাশৰপৰা মুক্ত হৈ, স্বাধীনতা কাঢ়ি লোৱাৰ এয়ে সুযোগ।

চহৰৰ মুক্তিকামী সৈনিক তৰুণ দল, কিশোৰ-কিশোৰীৰ দল, সকলোৱেই এই সুযোগৰ পূৰ্ণ সদ্ব্যৱহাৰ কৰিবলৈ দৃঢ়সংকল্প।

কিন্তু জ্যোতি? তৰুণ দলৰ মুখীয়াল জ্যোতি। সকলোৱে বিনা দ্বিধাই, স্বতঃস্ফূৰ্ত হৈয়ে স্বীকাৰ কৰি লৈছে জ্যোতিৰ প্ৰাধান্য। অথচ জ্যোতিয়ে ভাবি

নেপায়, সকলোৰে মাজত থাকিও কিয় বন্ধুদলৰ উগ্ৰ পথ এৰি বাছি ললে মুক্তি-যুদ্ধৰ আন এটা বেলেগ পথ।

জ্যোতিৰ চিন্তা-স্ৰোতত হঠাৎ বাধা পৰে। মুহূৰ্ততে অতীত ৰোমন্থন এৰি বাস্তৱলৈ ঘূৰি আহে জ্যোতি। সমুখৰ আলিৰ এদাঁতিয়ে, আন্ধাৰৰ মাজত ডুবি থকা সৰু দোকান এখনৰ ওচৰত থমকি ৰৈ যায়। তাৰ পিচত কাষ চাপি গৈ বন্ধ দুৱাৰত টুকুৰিয়াই মাত দিয়ে: 'মহাজন!'

সাধাৰণ দেচুৱালী মানুহ এটাৰ সৰু দোকান সেইখন। ভিতৰত গদীত বহি হিচাপ-পত্ৰ লৈ ব্যস্ত থকা মহাজনে জ্যোতিৰ মাত শুনি সেইবোৰ সামৰি থৈ উঠি আহে। দুৱাৰখন সামান্যভাৱে খুলি সন্তৰ্পণে বাহিৰলৈ চায়। ভিতৰৰ পোহৰ বাহিৰলৈ যায় বুলি আজিকালি সকলো সাৱধান।

'কোন! জ্যোতিবাবু?'

'অঁ মই মহাজন।'

'আহক, আহক জ্যোতিবাবু! মই আপনাৰ জিনিচটো অনাই ৰাখিছোঁ, লেকিন বেছি নেপালাঁ। লেবাইৰ কাৰণে কোনো মালেই আজিকালি ঠিক টাইমত নাহে। আৰু এইৰকম মালতো বজাৰত পাবলৈকে নাইকিয়া হৈছে। মই কোনোৰকম মাত্ৰ দুইটা জোগাৰ কৰিব পাৰিছোঁ……।'

কথাৰ মাজতে মহাজনে একালে আচুতীয়াকৈ থোৱা দুটা আপেল কাগজৰ বেগ এটাত ভৰাই জ্যোতিৰ ফালে আগবঢ়াই দিয়ে।

'সম্ভহতে দুটাবেই হব দিয়া। তাকে যে পালা সেয়ে বহুত। এইয়া ধৰা পইচা।' দহটকীয়া নোট এখন জ্যোতিয়ে আগবঢ়াই দিয়াত মহাজনে নোটখন লোৱাৰ লগতে প্ৰশ্ন কৰে: 'আচ্ছা জ্যোতিবাবু, একটা কথা; আজি পুলিচ, মিলিটাৰী চব খুব ঘূৰা-ঘূৰি কৰিছে। ইয়াতো কিবা গোলমাল হব নেকি?'

'গোলমাল? কিহৰ গোলমাল? কবতো নোৱাৰো মহাজন!'

'আপ্‌নি এতিয়ানো ক'ৰপৰা আহিলে?'

'মৌ-বাৰী কেম্পৰপৰা। কেম্প পৰহিৰেপৰা হাস্পাতাল হৈ উঠিছে শুনিছাই বোধকৰোঁ।'

'সেইটো শুনিছোঁ জ্যোতিবাবু! পৰহি তাৰ প্ৰচেছনৰ ওপৰত পুলিচে লাঠি-চাৰ্জ কৰাৰ কথা ভি শুনিছোঁ…আচ্ছা বহুত খুন-জখম হৈছে নেকি? এইয়া আপ্‌নাৰ চেঞ্জ…।'



ভঙা পইচাখিনি লোৱাৰ লগতে জ্যোতিয়ে উত্তৰ দিয়ে: 'এৰা, কিছু হৈছে। পোন্ধৰ-বিশজনমানেই হব। তাৰ ভিতৰত চাৰি গৰাকী ছোৱালীও আছে। আমাৰ শান্তি-সেনাবোৰেই সিহঁত সকলোকে শুশ্ৰূষা কৰিবলগীয়া হৈছে।…বাৰু মহাজন, আহোঁ দেই। খোজ কাঢ়ি ভাগৰেই লাগি গৈছে।'

'তেন্তে ইয়াতে অলপ বহি জিৰাই যাওক জ্যোতিবাবু! চাহ খাব খুজিলে সিও ভি আনি দিব পাৰোঁ…'

'নাই নাই, সেইবোৰ এতিয়া নেলাগে মহাজন! বহুত ৰাতি হ'ল, এঠাইত সোমাই যাবও লাগিব।…এতিয়া যাওঁ, তুমি দুৱাৰ মাৰা…'

'আচ্ছা জ্যোতিবাবু! আৰু লাগিলে কব, মই আনাই ৰাখিবৰ চেষ্টা কৰিম।'

'বাৰু।' জ্যোতি আহি আকৌ আলিত উঠেহি।

পুলিচ ষ্টেচনৰ বিৰাট চৌহদৰ সতে সংলগ্ন এমুৰীয়া কোৱাৰ্টাৰটোৰ পদুলিমুখত সৰু ছাঁয়ামূৰ্তি এটি আন্ধাৰত থিয়-থিয়ি কৰি থকা দেখি জ্যোতি থমকি ৰয়।

'কোন অ' সেইটো?'

'মই নালীয়া।'

'তই ইয়াত কি কৰিছ?'

'দেউতা আজি অফিচৰপৰা এতিয়ালৈকে অহাই নাই। আহিছেনে নাই তাকে চাবলৈ ওলাই আহিছিলোঁ…।'

'হয় নেকি? এতিয়া বাৰু আহচোন মোৰ লগত…।'

দুয়ো ঘৰটোৰ ফালে আগবাঢ়ে।

'আইদেউ আজি কেনে আছে অ?'

'ভাল নহয় দেউতা! যোৱা নিশা বৰ অসুখ কৰিছিল; এতিয়া তেওঁ বহুতখিনি ভাল।'

দুয়ো নিঃশব্দে আগবাঢ়ে। দুটা কোঠা পাৰ হৈ এমুৰৰ সৰু বেড্‌-ৰুমটোৰ দুৱাৰমুখত আহি জ্যোতি থিয় হয়হি। নালীয়াই জ্যোতিৰ দাঁতিয়েদিয়েই আগবাঢ়ি গৈ কোঠাত সোমাই মাত দিয়ে—'আইদেউ! জ্যোতি দেউতা আহিছে!'

দুৱাৰৰ ফালে পিঠি দি বিছনাত শুই থকা অণুৱে লাহে লাহে মূৰটো ঘূৰায়।

'কোন আহিছে?'

'মই অণু!'

উত্তৰৰ লগে লগে জ্যোতিয়ে বিছনাৰ ওচৰলৈ আগবাঢ়ি আহি অণুৰ কাষত

অণুৱে আঁউজি গাকত মূৰ থয় আৰু জ্যোতিয়ে আগবঢ়াই দিয়া প্লেটৰপৰা এটুকুৰা আপেল তুলি লৈ জ্যোতিৰ মুখলৈ চায়।

'দেশ-মাতৃকাৰ সেৱাৰ লগতে আপুনি দেখিছোঁ বেমাৰীক সেৱা-শুশ্ৰূষা কৰাটোও নিয়ম কৰি ললে, নহয় ?'

পুনৰ চকীত বহি লাহে লাহে বাকলি গুচাই গুচাই জ্যোতিয়ে উত্তৰ দিয়ে : 'মানৱতাৰ সেৱাইতো দেশ-মাতৃকাৰো সেৱা অণু! কিন্তু মইনো কিমানকণ কৰিব পাৰিছোঁ। এই বিৰাট দেশখনৰ প্ৰয়োজনলৈ চাই তাৰ মূল্যাই বা কিমান ? ···খোৱা, আৰু এডোখৰ খোৱা,···দৰব খাই খাইতো মুখখন নিশ্চয় তিতা হৈ গৈছে !'

'সঁচাই তিতা হৈ গৈছে, লগতে জীৱনটোও।'

আগবঢ়াই দিয়া প্লেটৰপৰা অণুৱে আৰু এচকল তুলি লৈ সৰুকৈ একামোৰ মাৰে। গাকত মূৰ পেলাই, চিলিঙলৈ চাই চাই অলপ অলপকৈ চোবাবলৈ ধৰে। নিজ কৰ্তব্যৰত জ্যোতিও মগ্ন হৈ থাকে। দুই-এবাৰ কামৰ লগতে মূৰ তুলি যেন বিনা কাৰণতে, টেবুলৰ ওপৰৰ বস্তুবোৰৰ ওপৰেদি অলসভাবে চকু বুলাই, ওচৰৰ বেৰখনত সজাই থোৱা 'অণু-ৰাজেন'ৰ যুগ্ম ফটোখনৰ ওপৰত দৃষ্টি নিৱদ্ধ কৰে। কিছুপৰ একেভাবে ছবিখনলৈ চাই চাই জ্যোতি তন্ময় হৈ যায়। হাতৰ কাম কোনোবা টলকত বন্ধ হৈ পৰে।

এনেতে অণুৱে নিঃশব্দে জ্যোতিৰ ফালে ঘূৰি চায়। তেওঁৰ দৃষ্টি অনুসৰণ কৰি ফটোখনৰ ওপৰত এবাৰ চকু বুলাই আকৌ চায় জ্যোতিৰ মুখলৈ।

'ইমান মগ্ন হৈ কি চাইছে জ্যোতি ককাইদেউ ?'

'চাইছোঁ তোমালোক দুয়োৰে মুখ দুখন। বৰ ধুনীয়া হৈছে; ফ্ৰেমটোও বৰ ধুনীয়া···।'

'এৰা, ফ্ৰেমটোও ধুনীয়া। কিন্তু সেইখন আৰু নেচাব ককাইদেউ; আজি বোধকৰোঁ অকল সেই ফ্ৰেমটোৱেই ধুনীয়া হৈ আছে—তাৰ মাজৰ ধুনীয়া মানুহহাল কাহানিবাতে ক'ৰবাত হেৰাই গ'ল।'

'বিছনাত শুই শুই তুমি দেখিছোঁ দাৰ্শনিক হৈ উঠিছা !'

'দাৰ্শনিক নাই হোৱা। মাথো ভাবোঁ, বহুত আশা, বহুত হেঁপাহ, বহুত আনন্দ বুকুত বান্ধি, আমাৰ যুগ্ম-জীৱনৰ আৰম্ভণিতে লোৱা সেই ছবি ! কিন্তু···'

'কিন্তু কি ?'



'মাত্ৰ এবছৰৰ ভিতৰতে সকলো শেষ।···কাল ব্যাধি লৈ মই এই অভিশপ্ত বিছনাখনকে মোৰ চিৰসঙ্গী কৰি ললোঁ, হয়তো···Till dooms day···'

'ছিঃ অণু, তেনেকৈ নকবা···।'

'তাৰ বাহিৰে আৰু কি কম জ্যোতি ককাইদেউ ? মোৰ জীৱনটোৰ মাজত, মানুহে শুনি আনন্দ পাব পৰা মধুৰ সম্পদ কিটোৱেই বা আছে ? থাওক, মোৰ কথা থাওক বাৰু। পিছে জ্যোতি ককাইদেউ, এটা কথা সুধিম, বেয়া নেপায়তো ?

'কিয় বেয়া পাম, সোধা···।'

'অহল্যা কেনে আছে ?'

অণুৰ আকস্মিক প্ৰশ্নটোত জ্যোতি চক্ খাই উঠে। বহুদিনৰ মূৰত আনৰ ওঁঠত হঠাৎ উচ্চাৰিত অহল্যাৰ নামটোৱে জ্যোতিক ক্ষন্তেকৰ কাৰণে অন্যমনস্ক কৰি দিয়ে। লাহে লাহে অণুৰ মুখলৈ চাই জ্যোতিয়ে ক্ষীণকৈ হাঁহে : 'আজি আৰু অহল্যাৰ কথা কিয় অণু! কি প্ৰয়োজনত ?'

'আজি কি প্ৰয়োজন মই হয়তো কব নোৱাৰিম। কিন্তু এদিনটো অহল্যায়ে আপোনাৰ সকলো আছিল।'

'এৰা, হয়তো আছিল, অন্ততঃ ভাবিছিলোঁ আছিল···' অণুৰ ফালৰপৰা চকু ঘূৰাই জ্যোতিয়ে বেৰৰ ছবিখনলৈ চায়। ভাবে, ফ্ৰেমৰ মাজৰ মানুহহালো এদিন ধুনীয়া আছিল।

হাতধোৱা বাউলটোৰ স্থিৰ পানীখিনিৰ ওপৰত ভাহি থকা ফটোখনৰ প্ৰতিবিম্বটোলৈ জ্যোতিয়ে চাই থাকে। ওচৰা-ওচৰি দুখন মুখ। আশাত উজ্জল—পৰিতৃপ্তিত মহান···।

এক দৃষ্টিৰে চাই থকা সেই উজল মুখ দুখনেই যেন জ্যোতিৰ চকুত লাহে লাহে ৰূপান্তৰিত হৈ গৈছে আন দুখন মুখলৈ। সিও পানীৰ বুকুত ভাহি উঠা, আশাত উজল-পৰিতৃপ্তিত মহান হৈ পৰা মুখ।

···দুপৰীয়াৰ ৰ'দত চিকমিকাই থকা, বিশাল নদীখনৰ জন-প্ৰাণীহীন নিৰ্জন উন্মুক্ত ৰূপোৱালী বালিচ'ৰৰ পানী-যুৱলীত ভৰিৰ সৰু গাঁঠিলৈকে ডুবাই, খুব ওচৰা-ওচৰিকৈ থিয় দি থকা অহল্যা আৰু জ্যোতিৰ প্ৰতিবিম্ব দুটা পানীৰ বুকুত ভাঁহি উঠিছে।

জ্যোতিয়ে যেন দেখিবলৈ পাইছে, মাজে মাজে বৈ অহা একোছাটি বতাহত ছাঁ দুটাই নাচিছে। নাচিছে দুয়োৰে মূৰৰ চুলি। অহল্যাৰ আঁচলৰ আগ

বতাহত ফিৰ্ ফিৰ্ কৰি উৰিছে। দুয়োৰে পলকহীন চকুৰ দৃষ্টি স্থিৰ হৈ আছে দূৰ দিগন্তত···। দুয়োৰে মুখ দুখন যেন জীৱন্ত হৈ দেখা দিছে জ্যোতিৰ সন্মুখত। অহল্যাই লাহে লাহে মুখ ঘূৰাই জ্যোতিৰ মুখলৈ চাইছে। ওঁঠত গেলি থকা তৃপ্তিৰ মধুৰ হাঁহিটো লৈ বাউসীত লাহেকৈ ধৰিছে।

'এই! ব'লা সো তাত বহোঁগৈ···।'

দুয়োৰে পাচফালে দূৰৈত, শুকান ৰূপোৱালী বালিত থুপ খাই আছে দুয়োৰো থুলি থোৱা জোতা, কাপোৰ, কফিৰ ফ্লাস্ক, টিফিন্ বক্স···।

দুয়ো উভতি গৈ তাৰ ওচৰত বহেগৈ। ওচৰৰ শুকান বালি গোটাই গোটাই জ্যোতিয়ে কৃত্ৰিম ৰূপৰ পাহাৰ এটাৰ সৃষ্টি কৰে। হাতৰ আঙুলি চলাই, পাহাৰৰ বুকু ফালি আঁকোৰা-পঁকোৰা কল্পনাৰ নৈ এখন বোৱাই আনিবলৈকে চেষ্টা কৰে।

ওচৰতে বহি অহল্যাই দুয়ো হাতেৰে নিজৰ চপাই লোৱা আঁঠু দুটা সাৱটি ধৰি তালে তালে শৰীৰটো নচুৱায়। মূৰৰ ওপৰৰ উন্মুক্ত নীলা আকাশলৈ চায়। সমুখৰ সীমাহীন নীলা পানীলৈ চাই চাই, গুণগুণকৈ গাই উঠে সেই গীত: "নীলা নীলা সো আকাশখনি, নীলা নীলা এই পানী, দিগন্তৰ সীমাৰেখা ভেদি যদি যাওঁ আমি, গীতৰ সুৰেৰে তুলি মত্ত প্ৰতিধ্বনি···"

মনৰ উছাহত আপোনা-আপুনি অহল্যাৰ ওঁঠ ফুটি ওলোৱা, সক কেইটামান কথা—উচ্ছাসভৰা অকণমান সুৰ। কিন্তু বহুত আয়ুস লৈয়ে হয়তো সেইদিনা হৈছিল তাৰ জন্ম।

আজি ফটোৰ মানুহহাল হয়তো হেৰাই গ'ল—পানী যুৱলীৰ প্ৰতিবিম্ব দুটাও এদিন নাইকিয়া হৈ গ'ল—কোনো কাৰো আৰু আপোন হৈ নেথাকিল। কিন্তু কলেজ ছচিয়েলৰ যোগেদি সকলোৰে আপোন হৈ উঠিল সেই গীত—সেই সুৰ। সকলোৰে মুখ বাগৰি বাগৰি আজিও আচৰিত ভাবে সেই গীত বাচি ব'ল, ফেৰীৱলা সুখনৰ খেলনাৰ বেহেলাত···।

'জ্যোতি ককাইদেউ?'

অণুৰ সম্বোধনত তন্ময় হৈ যোৱা জ্যোতিয়ে অলপকৈ হলেও উচপ্ খাই উঠে। কেতিয়াবাবেপৰা নিষ্ক্ৰিয় হৈ পৰা হাতৰ কটাৰীখন আকৌ লাহে লাহে চলাই অণুৰ মুখলৈ ঘূৰি চায়।

'কি ভাবিছিল ইমান তন্ময় হৈ?'

'কিনো আৰু ভাবিম? ভাবিবলৈ আছেই বা কিটো?'



'সঁচাই একো নাই? কওঁকচোন, সঁচাই আপুনি এনেকৈ অহল্যাক পাহৰি যাব পাৰিলে? কেতিয়াও মনত নপৰে? কেতিয়াও মনটোৱে এবাৰ ওচৰত নিবিচাৰে?'

'বৰ টান প্ৰশ্ন কৰিলা অণু! মনত নপৰে বুলি কলে মিছা কোৱা হব, কিন্তু ওচৰত বিচৰাৰ আজি আৰু কোনো সাৰ্থকতা নেদেখোঁ···।'

'কিয়?'

জীৱনৰ বাটত আমি দুয়ো দুফালে বহুত দূৰলৈ আঁতৰি আহিলোঁ। আজি যেন মহাসাগৰৰ মাজৰ এটা অকলশৰীয়া দ্বীপত অহল্যা—আন এটাত মই। মাজত কেৱল পানী—বহুত পানী। আজি চাৰি বছৰে সেই পানীৰ ব্যৱধান কেৱল বাঢ়িয়েই গৈছে। তাক অতিক্ৰম কৰাৰ সামৰ্থ্য, শক্তি মোৰ নাই। হয়তো অহল্যাৰো নাই···।'

'কেনেকৈ জানিলে? আপুনি হয়তো একো এটা ইচ্ছা নকৰিব পাৰে, কিন্তু অহল্যা···? যদি আজিও অহল্যাই আপোনাক বিচাৰে? বহুত দাবী লৈ আপোনাৰ ওচৰ চাপে?'

'ওঁহো, নেচাপে। অহল্যাই বিচৰা জ্যোতি আৰু আজিৰ এই জ্যোতিৰ মাজত সীমাহীন পাৰ্থক্য। এদিন হয়তো মোৰ সকলো আছিল, আজি কিন্তু মোৰ নিজস্ব বুলিবলৈ একো নাই। কোনো স্থিতি নাই—ভৱিষ্যত নাই, সকলো চূড়ান্তভাৱে অনিশ্চিত।···কিন্তু অহল্যাৰ জীৱনৰ দাবী বহুত স্বপ্নেৰে ভৰপূৰ। মোক লৈ অহল্যাই আৰু কি কৰিব? আজি অহল্যাই ভালকৈয়ে জানে তেওঁৰ জীৱনত আজিৰ মই আৰু কোনো কামতেই নালাগো।'

জ্যোতিৰ কথাত ক্ষীণ হাঁহি এটা অণুৰ ওঁঠত খেলাই যায়।

'কাৰ জীৱনত কোন কেতিয়া কামত লাগে, কোন নেলাগে তাক ইমান নিশ্চিতৰূপে কেনেকৈ কব পাৰে জ্যোতি ককাইদেউ? আপোনাৰ সেই বিশ্বাস যদি অহল্যাই ভাঙি দিয়ে?'

জ্যোতিয়ে কোনো উত্তৰ নিদিয়ে। দুয়ো বহুত সময় মৌন হৈ ৰয়। শেষত অণুয়েই আকৌ প্ৰশ্ন কৰে: 'অহল্যা এতিয়া ক'ত আছে জানে?'

'নেজানো অণু।'

জ্যোতিয়ে নেজানে। জানি থোৱাৰ কোনো সুবিধাও হোৱা নাই—হয়তো ইচ্ছাও কৰা নাই। তথাপি মনত পৰে, বহু বিচিত্ৰ ৰং-ৰস-ৰূপেৰে গঢ়ি উঠা এটা মধুৰ ভাবমূৰ্তি চূৰ্ণ কৰি অহল্যা এদিন গুচি গৈছিল। তিনি বছৰৰ

অদৰ্শনৰ মূৰত হঠাৎ আকৌ এদিন অহল্যা উদয় হৈছিলহি জ্যোতিৰ সমুখত। এবাৰ বৰনৈৰ ঘাটত, আনবাৰ চহৰৰে আলিত সন্ধিয়াৰ অন্ধাৰত। খন্তেকীয়া কেইটামান মুহূৰ্ত—সকলো নিৰ্মমভাৱে থান্‌বান্ কৰি দিয়া অশুভ মুহূৰ্ত সেইবোৰ। দুয়োৰে জীৱনলৈ সি নহা হলেই হয়তো ভাল আছিল। তাৰ পাচত?... নাই তাৰ পাচত কি হ'ল—কিমান দিন পাৰ হৈ গল, তাৰ হিচাপ আৰু জ্যোতিয়ে ৰখা নাই।

'আপুনি নেজানিলেও মই কিন্তু জানো...।'

'তুমি?'

'ওঁ। বিছনাত পৰি থাকিলেও মাজে মাজে দুই-এটা খবৰ ময়ো শুনো। সৌ তেওঁৱেই কৈছিল, আজি সাত-আঠ মাহ কাশ্মীৰ, দিল্লী, বম্বেৰ ফালে ফুৰি ফুৰি আকৌ ঘূৰি আহিছে অসমলৈ। আৰু আহিয়েই একেবাৰে অজ্ঞাতবাস...'

অণুৰ কথাত ক্ষন্তেকৰ কাৰণে হলেও জ্যোতিৰ চকু-মুখত দেখা দিয়ে বিস্ময়: 'অজ্ঞাতবাস মানে?'

'মানে, চহৰৰ স্পৰ্শ এৰি—নগৰৰ বৈচিত্ৰ্য-জনতাৰ কোলাহল এৰি চিধাই গুচি গৈছে আপোনাৰ মাদৈগড়লৈ।'

'মাদৈগড়লৈ? তেওঁলোকৰ বাগিচালৈ?'

'এৰা বাগিচালৈ। ভাবিয়েই আচৰিত লাগে তাইনো অকলে অকলে কেনেকৈ সময়বোৰ কটাইছে? চহৰৰ ইমান ওচৰত, অথচ...বাৰু জ্যোতি ককাইদেউ, কলেজৰ বন্ধত আপুনিতো অহল্যাৰ লগত দুই-এবাৰ তালৈ গৈছিলো নহয় জানো?'

...জ্যোতি গৈছিল। এতিয়াও জ্যোতিৰ মনত পৰে, এতিয়াও যেন চকুৰ সমুখত ভাহি উঠে, চাৰিওফালৰ চিকুণ চাহনিৰ মাজত মুকলি নিমজ ল'নখন। তাৰ ওপৰত ধুনীয়া চাং-বঙলাটো। সমুখত আহল-বহল বাৰাণ্ডা-সংলগ্ন মুকলি বেল্‌কনি। তলত ফুলেৰে ভৰা ল'নৰ এমূৰে গেৰেজটো। পশ্চিমফালে বহুত দূৰত কলঘৰ, ষ্টাফ্ কোৱাৰ্টাৰ। উত্তৰলৈ সীমামূৰীয়াকৈ এশাৰী কুলী ঘৰ...।

...চহৰৰ বুকু ফালি, বিস্মৃতিৰ পিঞ্জৰা ভেদি, বহুদিনৰ আগৰ উচ্ছল আনন্দ-শ্ৰোতত উটাই দিয়া এটা চিনাকি সুৰ, এই মুহূৰ্তত যেন জ্যোতিৰ ৰিণিৰিণি কাণত পৰেহি। জ্যোতিয়ে যেন শুনিবলৈ পায়, দেখিবলৈ পায়, হীৰামতীয়ে ঝুমুৰ গাইছে; হাৰিয়াই বাঁহী বজাইছে, লগনুৱে পিৰালিত বহি ঢুলুকি বজাইছে। তিনিও যেন হাৰিয়াৰ বাগীত একেবাৰে আপোন পাহৰা হৈ গৈছে।



অতীতৰ সকলো কথা মনৰ পটত জীৱন্ত হৈ উঠে জ্যোতিৰ।... সিহঁতৰ দৰেই বাগিচাত কটোৱা দিনবোৰ, জ্যোতি আৰু অহল্যাৰ বাবেও আছিল বন্ধনহীন শ্ৰোতস্বিনী জুবিৰ আনন্দ-কাকলিৰ দৰেই গতিময়, উত্তাল প্ৰাণ-প্ৰাচুৰ্য্যৰে পূৰ্ণ।

পুৰাৰপৰা গধূলিলৈকে সময়বোৰ যে কোনফালে কেনেকৈ পাৰ হৈ গৈছিল তাক কোনেও হয়তো কব নোৱাৰে।... চিকাৰ কৰা, হোলাত মাছ ধৰা, গ্ৰাণ্টৰ দাঁতিয়ে দাঁতিয়ে অৰ্কিড্ বিচাৰি ফুৰা। প্ৰতিটো কামেই অপ্ৰাপ্তবয়স্কৰ নিৰ্মল ল'ৰা-ধেমালি। তথাপি দুয়ো জানে, সেই সকলো ব্যস্ততা ধেমালিৰ আৱৰণৰ তলত মুখ্য আকৰ্ষণ আছিল ইজনৰ ওচৰত সিজনৰ ৰোমাঞ্চকৰ সান্নিধ্য। তাৰ মাজতে কোনোবা এটা মুহূৰ্তত হয়তো অহল্যাই জ্যোতিক হাতত ধৰি টানি আনি থিয় কৰাই দিয়েহি চাপৰ গছডালৰ ফেৰিঙনিৰপৰা ওলামি থকা অসংখ্য কপৌফুলৰ ঠোকবোৰৰ সমুখত।

'বঢ়িয়া বেক-গ্ৰাউণ্ড হব! তুমি এইখিনিতে থিয় দিয়া।'

সমুখলৈ গৈ কেমেৰাৰ ভিউ ফাইণ্ডাৰত চকু দি, অহল্যাই জ্যোতিক হুকুম কৰে: 'Now, please be steady...!'

কিন্তু খন্তেক পাচতে কৃত্ৰিম বিৰক্তিত অহল্যাই প্ৰায় চিঞৰি উঠে: 'আস্, 'ষ্টেডি' হৈ থাকানা। কি আৰম্ভ কৰিছা কোৱাচোন? এইবাৰ যদি ঠিক হৈ নেথাকা, মই সঁচাই কৈছোঁ, কেমেৰা-চেমেৰা দলিয়াই পেলাই দিম।'

'কি সৰ্বনাশ! সেই ওঠৰশ টকীয়া দামী কেমেৰাটো?'

'হওক ওঠৰশ, ওঠৰ হেজাৰ হলেও ঠিক দলিয়াম।'

'এৰা, তুমিহে যি, সিও একো অসম্ভৱ নহয়।'

অহল্যাই ফটো লয়। দুই তিনিটা শ্বট লোৱাৰ পাচত, প্ৰফেচনাল্ ফটো-গ্ৰাফাৰৰ দৰেই মূৰ হাওলাই কৈ উঠে—'থেঙ্ক্ইউ।'

'বাপ্‌ৰে! অকল তোলাই নহয়, 'থেঙ্ক্ইউ' কোৱাৰ ব্যৱসায়িক কায়দাটোও শিকি পেলাইছা!'

'নিশ্চয়! চাই থাকিবা, তোমৰ প্ৰফেচনালতকৈয়ো এই ছবিৰ কম্পজিচন্ বহুত চুপিৰিয়ৰ্ হব।'

'অকল ছবি? মই জীৱন্ত মানুহটোত কৈয়ো?'

জ্যোতিৰ ওচৰ চাপি আহি মুখলৈ চাই অহল্যাই কৈ উঠে: 'হুঁ, জীৱন্ত 'তুমিত'কৈয়ো ফটোৰ তুমি মোৰ ওচৰত বহুত ভাল—বহুত সুন্দৰ। এই

ছবিৰ তুমি মোৰ ওচৰত প্ৰতি মুহূৰ্তে, মোৰ একান্ত বাধ্য হৈ থাকিব। তোমাৰ দৰে মোক এৰি দূৰলৈ ঘূৰি যাওঁ যাওঁ কৰি নেথাকিব।'

'তোমাক এৰি দূৰলৈ··· ?' জ্যোতিও অহল্যাৰ ওচৰ চাপি যায়—'ওঁহো, একদম ভুল কথা অহল্যা! দূৰলৈ নহয়, আৰু ওচৰলৈ। ফটোৰ ছবিৰেই তোমাৰ হয়তো চলিব পাৰে, কিন্তু মোৰ হলে তোমাৰ ছবিৰেই অকল নচলিব। কাগজৰ ছবিৰ মাজেৰে মই জীৱনৰ উম্ বিচাৰিব নোখোজো। মোক লাগে জীৱন্ত তোমাক। যাৰ লগত মই কথা কব পাৰোঁ, হাঁহিব পাৰোঁ, হাতেৰে স্পৰ্শ কৰিব পাৰোঁ। যাৰ ওচৰৰপৰা কোনোদিন মই দূৰলৈ আঁতৰি যাব নোখোজো অহল্যা···।'

কথাৰ লগতে জ্যোতিয়ে দুয়ো হাতেৰে অহল্যাক টানি আনি বুকুৰ মাজত সাৱটি ধৰে। অহল্যাও শান্ত হৈ যায়। মধুৰ আবেশত চকু দুটা আপোনা-আপুনি মুদ খাই আহে অহল্যাৰ।

দৃশ্য-সজ্জাৰ ৰূপান্তৰ ঘটে।

'কোনো দিন দূৰলৈ আঁতৰি যাব নোখোজা ?'

অহল্যাৰ ওঁঠ ফুটি অস্ফুটভাৱে ওলাই আহে কথা কেইটা। কিন্তু তাৰ লগে লগেই হঠাৎ ৰবকৈ চক্ খাই অহল্যাই চকু মেলি চায়।···নাই, ওচৰত দেখোঁ কোনো নাই। ৰঙে-ৰসে ভৰা মধুৰ দিনবোৰ, মুহূৰ্তবোৰ থিতাতে যেন গ্ৰাস কৰি পেলায় বাস্তৱৰ বৰ্তমানে।

অলপ সময়ৰ আগতে···অণুৰ কাষত জ্যোতিয়ে ভবাৰ দৰেই এই বিশেষ মুহূৰ্তটোত অকলে অকলে বাগিচাৰ চাং-বঙলাত, ৰাতিৰ এই একেটা প্ৰহৰত, একেটা ক্ষণত অহল্যায়ো সেই একেটা কথকে ভাবিছে। বেডৰুমৰ একাষে থকা টেবুলখনৰ সন্মুখত নিশ্চল হৈ অহল্যা বহি আছে। গ্লাছটপ্ টেবুলৰ ওপৰত সজাই থোৱা আছে কপৌফুলৰ বেক্‌গ্ৰাউণ্ড লৈ অহল্যায়ে তোলা জ্যোতিৰ সেই ফটোখন। ···অহল্যাই একেথৰে চাই আছে ছবিৰ জ্যোতিলৈ।

'···সেয়ে তুমি আঁতৰি গ'লাগৈ জ্যোতি! আজি চাৰি বছৰ, কিন্তু কিয় ? কিয় তুমি মোক এনেকৈ পাহৰি গ'লা ?'

উত্তৰৰ আশাতে যেন অহল্যাই জ্যোতিৰ ফটোখনলৈ চাই অপেক্ষা কৰি ৰয়।

'তুমি আহাঁ জ্যোতি! তুমি আকৌ মোৰ ওচৰলৈ ঘূৰি আহাঁ! ···মইতো তোমাৰ ওচৰলৈ গৈছিলোঁ, সেইদিনা ৰবনৈৰ ঘাটলৈ—তোমাৰ শৰণাৰ্থীৰ



কেম্পলৈ। কিমান বছৰৰ অদৰ্শনৰ পাচত, কিমান আশা, কিমান হেঁপাহ লৈ তোমাৰ সান্নিধ্য বিচাৰি তোমাৰ ওচৰলৈ গৈছিলোঁ। ···কিন্তু কি হৈ গ'ল ? কিয় তুমি নুবুজিলা ? মইতো চকুপানী লৈ ঘূৰি আহিবলৈ তোমাৰ ওচৰলৈ যোৱা নাছিলোঁ!' মই জানো তুমি কিয় নাহা। মোক তোমাৰ মুখ নেদেখুৱাবা বুলি এদিন দম্ভ কৰি কৈছিলোঁ, সেয়ে তুমি অভিমান কৰি আজিও নাহিলা ? ···বেছ নেলাগে তুমি আহিব, ময়েই যাম তোমাৰ ওচৰলৈ—আকৌ—আজিয়েই—এতিয়াই···।'

কথাৰ লগতে চকীৰপৰা ঘপ্‌কৈ অহল্যা উঠি পৰে। মুহূৰ্ততে কিবা এটা কৰি পেলোৱাৰ স্বভাৱ অহল্যাৰ আজিও নগ'ল।

ঠিক যেনেভাৱে আছিল তেনেভাৱে কোঠাৰপৰা ওলাই আহে অহল্যা। তুৱাৰডলি পাৰ হৈ বেলকনিত থিয় দিয়েহি। তাৰপৰাই চকু ঘূৰাই চায় লনৰ মূৰত থকা গেৰেজটো—বেবী গাড়ীখন।

'···হওক ৰাতি, হওক বিশ মাইল দূৰ বাট। তথাপি মই যাম জ্যোতি!' বেল্‌কনিৰপৰা নামি অহা চিৰিটোৰ প্ৰথম ঢাপটোত ভৰি [illegible]য়ই কিন্তু অহল্যা ৰৈ যায়।

'···কিন্তু মই কিয় যাম ? এবাৰ মই গৈছিলোঁ···এইবাৰ তুমি—তুমি আহিব লাগিব জ্যোতি! মই নেযাওঁ—মই নেযাওঁ···'

কিন্তু মুখেৰে নেযাওঁ নেযাওঁ কৰিও অহল্যাই এখোজ-এখোজকৈ চিৰিয়েদি নামি গৈ থাকে তললৈ। গেৰেজ পায়গৈ। ড্ৰাইভাৰৰ আসনত বহিও পৰে। চকু যায় ৰিয়াৰ-ভিউ মীৰৰখনলৈ। তাত প্ৰতিফলিত অহল্যাৰে অস্পষ্ট ছাঁয়াটোৱে যেন বিদ্ৰূপ কৰি উঠে।

'কি ? নোযোৱা যদি গাড়ীত বহিছাহি কিয়··· ?' দপ্ কৰে জ্বলি উঠে অহল্যা।

'বেছ কৰিছোঁ বহিছোঁ। মোৰ গাড়ী, মোৰ কথা। মই—মই ইয়াৰ বাগিচাতে অলপ ফুৰি আহিম। চহৰলৈ—জ্যোতিৰ ওচৰলৈ মই কেতিয়াও নেযাওঁ। জ্যোতিয়েই আহিব লাগিব।'

অহল্যাই গাড়ীত ষ্টাৰ্ট দিয়ে। ল'নখন পাৰ হয়। তাৰপৰা, শাৰী শাৰী নাহৰ গছৰ দীঘল এভিনিউটোও পাৰ হৈ তীব্ৰ বেগেৰে আহি ডাঙৰ আলিটোত উঠেহি।

আলিৰ এটা মূৰ গৈছে বিশ মাইল দূৰৰ চহৰখনলৈ—আনটো মূৰ গৈছে

বৰহোলাৰ ফালে। সেইফালেই গাড়ীৰ মুখ ঘূৰাই অহল্যাই পূৰ্ণগতিত গাড়ীখন চলাই নিয়ে।

পাচফালে এৰি যোৱা চাং-বঙলাৰ বেল্‌কনিত থিয় দি, আয়া আৰু বেহেৰাটোৱে কাম এৰি অলপ আচৰিত হৈয়ে চাই থাকে। লাহে লাহে দূৰৰ চাহনিৰ মাজত নেদেখা হৈ যোৱা অহল্যাৰ গাড়ীখনলৈ। একো বুজিব নোৱাৰি আয়াই বেহেৰাটোৰ মুখলৈ চায়।

'এই, গাড়ী লৈ আইদেউ গৈছে কলৈ, জান ?'

'মই কেনেকৈ জানিম ! কিজানি অকলে অকলে বহি আমনি লগাত, অলপ ফুৰি আহিবলৈকে ওলাই গৈছে।'

'ফুৰি আহিবলৈ ? এতিয়া ? ইমান ৰাতি ? কেইটা বাজিল ?'

'কি ঠিক, আঠ, ন, দহ কিবা এটা নিশ্চয় বাজিছে।'

'কি মস্কিল ! ইমান ৰাতি এই বাগিচাৰ মাজত অকলে অকলে ! অহ,… সেইয়া শুন, ঘূৰি আহিছে হবপায় ! গাড়ীৰ শব্দ শুনিছোঁ… !'

দুয়ো উদগ্ৰীৱ হৈ বেল্‌কনিৰ ৰেলিঙৰ ওচৰলৈকে আগবাঢ়ি আহি দূৰৰ আলিটোলৈ চাই থাকে। অলপ সময়ৰ পাচতে দুয়োৰে চকুত পৰে, কন্‌চিল্ড্ হেড্‌লাইটৰ অস্পষ্ট পোহৰ বিলাই অহল্যাৰ সৰু গাড়ীখন বৰহোলাৰ ফালৰপৰা ঘূৰি আহিছে।

বাগিচাৰ গেটৰ ওচৰত আলি এৰি একেটা পাকতে অহল্যাই গাড়ীখন গেটেদি সুমুৱাই আনে। খন্তেক পাচতে লাহে লাহে গাড়ী ৰৈ পৰে।

চৌপাশৰ নিস্তব্ধ আন্ধাৰৰ মাজত গাড়ী ৰখাই অহল্যা বহু সময় ধৰি মনে মনে বহি ৰয়। তাৰ পাচত হঠাতে এবাৰ গাড়ীখন বেক্ কৰি নি আকৌ আলিত উঠৈগৈ। এইবাৰ গাড়ীৰ মুখ চহৰৰ ফালে। সেইফালেই তীব্ৰ গতিত অহল্যাই গাড়ী চলাই দিয়ে। বিস্ময়ত বিবুদ্ধি হৈ যোৱা আয়া আৰু বেহেৰাই ইটোৱে সিটোৰ মুখলৈ চায়।

'কি হ'ল আয়া ! আইদেউ দেখো এইবাৰ চহৰলৈ যোৱা আলিৰে গ'লগৈ।'

'জানো কব পৰা নাই। কেতিয়া যে কি কৰে বুজিবলৈকে টান…।'

আয়াই কি বুজিব ? অহল্যাই নিজেই হয়তো নুবুজে কেতিয়া কি কৰে।

'এই ! আইদেউ যদি সঁচাই চহৰৰ বঙলালৈকে যায়গৈ তেন্তে আমি দুয়ো আজি ৰাতিয়েই, নহয় পুৱতি নিশাই তালৈ যাব লাগিব ;…চহৰৰ ঘৰত অকল মালীটোহে আছে।'



'এৰা, হাকিম বা খিলঙৰপৰা কেতিয়াকৈ ঘূৰে…।'

'সেয়েতো মস্কিল ; হাকিম দেউতা থাকিলেনো আমাৰ চিন্তা কিহৰ ?…তই যা বেহেৰা, এছিষ্টেণ্ট্ মেনেজাৰ চৌধুৰী চাহাবক এতিয়াই গাড়ীৰ কাৰণে কৈ থগৈ।'

'এতিয়াই আকৌ কিয় ? আইদেউ কিজানি ঘূৰি আহিবও পাৰে। নাহিলে বাৰু দেখা যাব।…এতিয়া ব'ল কিছেন্ যাওঁ।' দুয়ো কিছেন্ উদ্দেশ্যে বেলকনিৰপৰা নামিবলৈ আৰম্ভ কৰে।

সৰ্বসাধাৰণৰ সংস্পৰ্শত থাকিও নিজা বৈশিষ্ট্য—আত্মসচেতন কুলীনতা হেৰুৱাৰ ভয়তে হয়তো চহৰৰ মাজতে গঢ়ি উঠিছে বিশেষ ধৰণৰ অভিজাত চুবুৰীটো। তাৰে এঠাইত তিনিআলি এটাৰ দাঁতিতে লগাকৈ চাৰিওফালে পকী দেৱালেৰে আবৰা ফুলনিৰ মাজত ডাঙৰ দুই মহলীয়া বঙলাটো। সমুখলৈ তিনিআলিৰ ফালে 'ডেকৰেটেড্' লোৰ গেট্। ঘৰৰ সমুখত গাড়ী-বাৰাণ্ডা।

তলৰ মহলাৰ এদাঁতিয়ে ডাঙৰ আধুনিক এটা ড্ৰইংৰুম—আন দাঁতিত অফিচ। দুয়োটাৰ মাজেৰে যাব পৰা কৰিডোৰ। তাৰ মূৰত ঘৰৰ ভিতৰফালে ডাঙৰ মুকলি চোতাল। এদাঁতিয়ে ঘৰৰ তলৰ মহলাৰ মুকলি বাৰাণ্ডাৰপৰা ওপৰ-মহলালৈ উঠি যোৱা বহল চিৰি। ওপৰ মহলাৰ বেছিভাগেই বেড্‌ৰুম চুট্।

চোতালৰ এমূৰে কম্পাউণ্ডৰ সীমা-মূৰীয়াকৈ মালীটোৰ ঘৰ। তাৰ গাতে লগাকৈ দেৱালৰ সিদাঁতিয়ে সৰু এটা ৰাজহুৱা ফুটপাথ। মালীৰ ঘৰৰ পাচফালে সেই ফুটপাথলৈ যাব পৰা উইকেট গেট। মুঠতে ঘৰে-বাৰীয়ে তিনি বিঘা মাটিৰ চিকুন ভূ-খণ্ডৰ ওপৰত বিৰাজ কৰিছে আধুনিক লাহ-বিলাহপূৰ্ণ ধুনীয়া ঘৰটো। কিন্তু তাত জন-প্ৰাণী নাই। একমাত্ৰ প্ৰাণী হ'ল এমূৰীয়াকৈ থকা মালীটো।

নিতান্তভাবে আপোন হৈ উঠা তাৰ সৰু ঘৰটোৰ ভিতৰত লাহে-ধীৰে ৰন্ধা-বঢ়া কৰাৰ যোগাৰ কৰাত ব্যস্ত আছিল মালী। ৰাতি কিমান হৈছে তাৰ হিচাপ সি অৱশ্যে কৰা নাই। বহুদিন সেইবোৰৰ প্ৰয়োজনো হোৱা নাই। কিন্তু অসময়ত প্ৰায় আকস্মিকভাবেই গেটৰ ওচৰত গাড়ীৰ হৰ্ণ বজা শুনি সি প্ৰায় জাঁপ মাৰি উঠে। খন্তেক কাণ থিয় কৰি শুনি পাচ পাকতে হাতৰ কাম পেলাই থৈ বাহিৰলৈ ওলাই আহে।

দূৰৰপৰাই তলাবন্ধ লোৰ গেটৰ সিপাৰে আন্ধাৰত ৰৈ থকা গাড়ীখন ঠিক চিনিব নোৱাৰি মালীয়ে প্ৰশ্ন কৰি উঠে : 'কোন ?'

'মই। গেট খোল।'

অহল্যাৰ মাত শুনি প্ৰায় ছিটিকি গৈয়ে মালী গেটৰ ওচৰ পায়গৈ। কঁকালৰ খোচনিৰপৰা চাবি উলিয়াই লৰালৰিকৈ তলা খুলি দিয়ে।

অহ, আইদেউ আপুনি! মই আকৌ···কিন্তু এই ৰাতিখন যে আপুনি অকলে অকলে এনেকৈ আহিব···'

'এৰা অকলেই আহিলোঁ। চাওঁ অলপ গুচ।'

মালী একাষৰীয়া হৈ থিয় দিয়াত অহল্যাই গাড়ীখন সুমাই আনি একেবাৰে গাড়ী-বাৰাণ্ডাত ৰয়হি। মুহূৰ্তৰ পাচতে গেটত পুনৰ তলা মাৰি মালী ওচৰ চপাত অহল্যাই হুকুম দিয়ে—'মালী তই যা সোঁ গেৰেজৰ দুৱাৰখনো খুলি দেগৈ। মই গাড়ী একেবাৰে ভৰাই থওঁগৈ। ড্ৰাইভাৰটো দেউতাৰ লগত শ্বিলঙলৈ গৈছে নহয়?'

'হয় আইদেউ,···আপুনি আহক, মই গেৰেজ খুলি দিছোঁ।'

অলপ পাচতে গেৰেজত গাড়ী ভৰাই অহল্যা ওলাই আহে।

'তই দুৱাৰ বন্ধ কৰি এবাৰ মোৰ ওচৰলৈ আহিবি দেই।'

ভাল আইদেউ, পাছে গাড়ীত দোখোঁ বাকচ-চাকচ্ একো নাই, অনা নাই নেকি?'

'নাই অনা!' কৈয়ে ঘৰৰ ভিতৰফালে অহল্যাই খোজ লয়। কৰিড'ৰৰ মাজেৰে সোমাই ভিতৰ-চোতালো পাৰ হৈ দাঁতিৰ খোলা বাৰাণ্ডা পায়গৈ। তাৰপৰা চিৰিয়েদি ওপৰ-মহলালৈ উঠি যায়। ওপৰৰ লেণ্ডিঙৰপৰা বাওঁফালে দীঘল বাৰাণ্ডা। তাৰ একালে ৰেইলিং—বিপৰীত ফালে প্ৰতিটো কোঠালৈ সোমোৱা ভালেকেইখন দুৱাৰ। সকলোবোৰেই বন্ধ।

বাৰাণ্ডাইদি অহল্যা আগবাঢ়ি গৈ একেবাৰে মূৰৰ বন্ধ দুৱাৰখনৰ সমুখত ৰয়গৈ। তাৰ পাচত ৰেলিঙত আঁউজি তলৰ চোতাললৈ চাই অপেক্ষা কৰে মালীলৈ। কাৰণ কোঠাৰ চাবি মালীৰ হাততহে।

খন্তেক পাচতে মালীয়ে গৈ লৰালৰিকৈ দুৱাৰ খুলি দিয়ে। লাইটটোও জলাই দিয়ে। ভিতৰ সোমাই অহল্যাই গোটেই কোঠাটোৰ ওপৰতে এবাৰ চকু ফুৰাই লয়।

নিখুঁত, পৰিপাটিকৈ সজাই থোৱা ডাঙৰ এটা বেড্ৰুম। কোঠাৰ মজিয়াত ফুলাম কাৰপেট্। তাৰ একালে নিয়াৰিকৈ পাৰি থোৱা বিছনা। শিতানত বেড্চাইড্ টেবুলৰ ওপৰত বেড্-লাইট্। কোঠাৰ এদাঁতিয়ে সৰু এখন ৰাইটিং টেবুল, তাৰ এচুকত টেলিফোন। সোঁফালে বেৰত লগাকৈ ঠিক সোঁ-মাজতে ডাঙৰ এখন ড্ৰেছিং টেবুল। বেৰখনৰ দুমূৰে দুখন দীঘল পৰ্দাৰ আঁৰত ঢাক খাই আছে, এফালে কাপোৰৰ আলমেৰা, আনফালে বাথৰুমৰ দুৱাৰ।



কোঠাৰ ভিতৰলৈ ভুখোজমান সোমায়েই অহল্যাই প্ৰথমেই গাড়ীৰ চাবিকোছা ড্ৰেছিং-টেবুলৰ ওপৰলৈ দলিয়াই দিয়ে।

'আইদেউ, আপুনি এনেকৈ অকলে গুচি আহিলে, এতিয়া আপোনাৰ অসুবিধা নহব জানো?'

'নহয় অ', তই চিন্তা কৰিছ কিয়?'

'কিন্তু আইদেউ; আয়াজনী বা বেহেৰা বাবুৰ্চি লগত তো এটাকো নানিলে! এতিয়া আপোনাৰ খোৱা-বোৱাৰ কি হব?'

কোঠাৰ প্ৰায় মাজমানতে থকা চৌখিন সৰু বেটৰ চকীখনৰ পিঠিত হাত থৈ অহল্যাই মালীৰ মুখলৈ ঘূৰি চায়ঃ 'সেইবোৰ তই ভাবিব নেলাগে। মই আৰু এতিয়া একো নেখাওঁ। খাবৰ মন যোৱা নাই। মই মাথো এবাৰ গাটো ধুম, তাৰ পাচতে শুম,···বাথৰুমত পানী-চুনী সকলো ঠিক আছে নে নাই?'

'সেইবোৰ সকলো ঠিক কৰি থোৱা আছে আইদেউ! আপোনাৰ বিছনাও নতুনকৈ সলাই পাৰি থোৱা আছে।'

দুখোজ আগুৱাই গৈ সমুখৰ পৰ্দা কোঁচাই অহল্যাই বাথৰুমৰ পলিচ কৰি থোৱা দুৱাৰখন ভুফালকৈ মেলি দিয়ে। লাইটটোও জলায়। তাৰ উজ্বল পোহৰত আধুনিক সা-সৰাঞ্জামেৰে সজ্জিত বাথৰুমটোৰ ওপৰত এবাৰ চকু ফুৰাই লৈ, পৰ্চিলিনৰ পৰিস্কাৰ বাথ্টাবটোৰ মুখৰ গৰম পানীৰ টেপটো অহল্যাই খুলি দিয়ে।

সাত-আঠ মাহ ব্যৱহাৰ কৰা নাই। টেপেদি প্ৰথমে ৰঙা মলিয়ন পানী ওলাব বুলি সন্দেহ কৰিছিল যদিও, দেখে, ভাপ ওলোৱা পৰিস্কাৰ গৰম পানীয়েই ওলাইছে। অহল্যাই বুজে, দৈনন্দিন কৰ্তব্যত গাফিলতি কৰিবলৈ ঘৰৰ চাকৰ-নাকৰবোৰে হয়তো এতিয়াও শিকা নাই।

প্ৰফুল্ল মনেৰেই বাথৰুমৰ পৰা ওলাই আহি অহল্যাই হুকুম কৰেঃ 'বেছ তই এতিয়া যা মালী; খোৱা-বোৱা কৰি শুই থাকগৈ। ৰাতি ভালেখিনি হ'ল। যা ৰৈ থাকিব নেলাগে।'

'ভাল আইদেউ! ৰাতি কিবা দৰকাৰ হলেই মাত দিব।'

কোঠাৰ দুৱাৰমুখৰপৰা মালী ওলাই যায়। ৰুমৰ ভিতৰত অহল্যাই খন্তেক

ইকাল-সিকাল কৰি কিবা যেন ভাবে, তাৰ পাচত আকৌ বাহিৰ ওলাই বাৰাণ্ডাৰ ৰেলিঙত আঁউজি তলৰ চোতাললৈ চাই মাত দিয়ে : 'এই মালী !'

নিজৰ ঘৰৰ ফালে গৈ থকা মালীয়ে মাজ-চোতালতে থমকি ৰৈ ওপৰৰ বাৰাণ্ডালৈ চায় : 'কি আইদেউ...'

'শুন, কাইলৈ পুৱাই আম্মাহঁত আহি নেপালে তই ইয়াৰে হৰকান্তক মাতি আহিবিগৈ। বন্ধা-মেলা সিয়েই কৰিব পাৰিব।'

'ভাল আইদেউ! পাছে দৰকাৰ হলে মই এতিয়াই মাতি আনিব পাৰোঁ'

'এতিয়াই নেলাগে, ৰাতিপুৱা মাতিলেও হব, যা।'

মালী চকুৰ আঁৰ হোৱাত অহল্যাই লাহে লাহে আকৌ নিজৰ কোঠাত সোমাই ভিতৰৰপৰা দুৱাৰৰ হুকটো লগাই দিয়ে। তাৰ পাচত ড্ৰেছিং টেবুলৰ ড্ৰয়াৰ খুলি চাবি একোছা লৈ প্ৰথমেই মেহেগনি কাঠৰ ধুনীয়া ডাঙৰ আলমাৰীটো খুলিবলৈ ধৰে।

আলমাৰীৰ ঠাকে ঠাকে ভাঁজ কৰি থোৱা আছে বিধে বিধে সংখ্যাতীত পোছাক-পৰিচ্ছদ। গোটেই আলমাৰী ঠাহ খোৱা।

তাৰ মাজৰে এটা ঠাকৰপৰা অহল্যাই পাতল ৰঙৰ সৰু ফুলবছা শাৰী এখন, তাৰ লগৰ ব্লাউজ আৰু আন প্ৰয়োজনীয় কাপোৰখিনি গোটাই লয়। শেষ পদ কাপোৰ আন এটা ঠাকৰপৰা টানি লোৱাৰ লগতে তাৰ তলত ভাঁজ কৰি থোৱা বিশেষ ধৰণৰ ধুনীয়া কাশ্মীৰী স্কাৰ্ফ এখন লাগি আহি অহল্যাৰ ভৰিৰ ওচৰত সৰি পৰে।

খন্তেকলৈ স্থিৰ দৃষ্টিৰে স্কাৰ্ফখনলৈ চাই ৰয় অহল্যাই। তাৰ পাচত বুটলি লৈ আলফুলে তাৰ ওপৰত কব নোৱাৰাকৈ যেন দুবাৰমান হাত বুলাই ঠাকৰ কাপোৰৰ ওপৰত তুলি থয়। তাৰ পাচত আলমাৰী জপাই কোঠাৰ উজ্জ্বল বাল্বটো নুমাই ড্ৰেছিং টেবুলৰ ওপৰত থকা লাইট্‌টো জ্বলাই থৈ বাথৰুমৰ ফালে আগবাঢ়ে।

জুহালৰ ওচৰত পীৰাত বহি অলস ব্যস্ততাত মগ্ন হৈ থকা মালীৰ একাগ্ৰতা পাচফালৰ ফুটপাথৰপৰা অহা, জুনুক্-জুনুক্ শব্দটোৱে ভাঙি দিয়াত মালীয়ে মূৰ তুলি চায়। কিবা এটা আন্দাজ কৰি সি মাত লগায় : 'এই, সেইটো কোন ৰে? সুখন ভাই নেকি?'

'হাঁ, ময়ে আছোঁ।' নেপথ্যৰ অন্ধকাৰৰপৰা সুখনৰ উত্তৰ আহে।



'আৰে তই এইফালে যাবি ক'ত? আহ আহ অলপ বহি যাবি।'

'নাই ভাই, বহুত ৰাতি হ'ল...।'

'আৰে কি ৰাতিৰে? আহনা আহ...।' মালীয়ে কথাৰ লগতে খিৰিকীৰ ওচৰৰ সৰু দুৱাৰখনো খুলি ঘৰৰ পিৰালিত থিয় দিয়েগৈ। আৰু ৰৈ পৰা সুখনক নিমন্ত্ৰণ কৰে—'এই আহ, এক বাটি চাহ খাই যাবি।'

'চাহ! সঁচাই খুৱাবি? ...আচ্ছা তেন্তে...'

ফুটপাথৰপৰা উইকেট্ গেটেদি সোমাই সুখন আহি মালীৰ ঘৰত উঠেহি। তাৰ পাচত দুয়ো ভিতৰ সোমায়। দুৱাৰ জপাই, একেবাৰে কমাই থোৱা হাৰিকান্ লেম্পটো মালীয়ে সামান্য বঢ়াই দিয়ে। লগতে সুখনৰ ফালে মূঢ়া এটা আগবঢ়াই দি চাহ কৰাত লাগে।

'বহ, ভাই বহ, মই চাহ খাবলৈকে লৈছিলোঁ, তই আহিলি ভালেই হ'ল; দুয়ো একেলগেই খাওঁ।'

'এই টাইমত আকৌ চাহ খাবলৈ লৈছিলি কিয়? ভাত পকোৱা নাই?'

'আৰে সেইবোৰ হব দেচোন আস্তে আস্তে। চাহ খোৱাৰ আকৌ টাইম কি? আগতে চাহেই খাই লওঁ। হোঁ ধৰ...'

দুটা ডাঠ আইনাৰ গিলাচত বাকি লোৱা চাহ এগিলাচ সুখনক দি, আন গিলাচ নিজে লৈ মালীয়ে এইবাৰ আৰাম কৰি বহি লয়।

সুখন মালীৰ বহুদিনীয়া বন্ধু। মাটিৰ মলাৰে সজা বাজনাখনতে সুৰৰ জাল সৃষ্টি কৰিব পৰা সুখনৰ কেৰামতালিক মালীয়ে নিশ্চয় সন্মানৰ চকুৰে চায়। শুনি ভালো পায়। যিমান দূৰ সম্ভৱ সেই বাজনাৰ সূত্ৰতে দুয়োৰে প্ৰথম চিনাকি।

চাহ খোৱাৰ লগতে চলে দুয়োৰে মাজত গল্প—বহুত ধৰণৰ গল্প। তাৰ মাজতে হঠাৎ এবাৰ মালীয়েই সুখনক জনায় : 'বুজিছ সুখন ভাই! অলপ আগতে কোনো খবৰ নাই, চিঠি নাই, হঠাৎ আইদেউ আহি ওলাইছেহি।'

'আইদেউ? অহ, তোৰ চাহাবৰ বেটী?'

'হুঁ!'

'ক'ত থাকেৰে তেওঁলোক? হামেচা দেখিছোঁ বাংলাৰ গেটত তালা ঝুলিয়েই আছে। ইয়াত বেছি নাথাকে মালী ভাই?'

'এৰা অ' আজিকালি বেছি নেথাকেই। মাজে মাজে কেতিয়াবা হঠাৎ আহি এক বা দুই ৰাতি থাকি আকৌ যায়গৈ।'

'তেন্তে থাকে ক'ত?'

'আৰে, কি ঠিকনা আছে। আজি কলিকতা, কালি খিলং নহয় দিল্লী, কাশ্মীৰ···। ইয়ালৈ আহিলেও কলোঁ নহয়, এক দিন নহয় দুই দিন, বচ···'

চাহ খোৱা শেষ কৰি সুখনে গিলাচটো থৈ হাতেৰেই মুখখন মচি পেলায়: 'হুঁ টাকা আছে, পইচা আছে, গাড়ী আছে আৰু ফুৰ্‌চত ভি আছে; জাগা জাগাতো ফুৰি ফুৰিবই। ···আচ্ছা মালীভাই এইবাৰ যাওঁ দে।'

'ধেৎ তেৰি, তোৰ খালি যাওঁ যাওঁ, বহনা আৰু অলপ।'

'নাই ভাই, দিনভৰ ঘূৰি ঘূৰি বৰ ভাগৰ লাগিছে। একদম ঘুমাই থাকিবৰ মন গৈছে। ঘৰ গৈ ফিন্ থানাভি বানাব লাগিব।'

'নেলাগে দে তোৰ থানা বনাব। ইয়াতে খানা খাই যাবি। মন গলে ইয়াতে আজি ৰাতি ঘুমায়ো থাকিব পাৰ। এই ৰাতি আৰু ইমান দূৰ বাট কি যাবি?'

'আৰে চাহতো খালোঁ, খানাভি খুৱাবি?'

'খাবি দে! মোৰ খানা আধা-আধি বনাই থোৱাই আছে। ভাতকেইটা বনালেই হৈ যাব। ···তই তাতেই ভালকৈ বহি ল। মই খানাৰ যোগাৰ কৰোঁ মানে, অলপ তোৰ বাজনাটোকে বজা না।'

'বাজনা?'

'ওঁ বাজনা, সেই গীতটো বজাচোন, বৰ ভাল লাগে। আমাৰ আইদেউকো গোৱা শুনিছোঁ···সেই যে কি, নীলা লীলা···বুজিছ নহয়?'

'ওঁ বুজিছোঁ। আচ্ছা ঠিক আছে, তই ভাত বনা, মই বজাইছোঁ।'

ধীৰে-সুস্থিৰে বাজনাখন হাতত তুলি লৈ সুখনে বজাবলৈ আৰম্ভ কৰে। লাহে লাহে মালীৰ সৰু ঘৰটো ভৰি উঠে সুৰৰ মূৰ্ছনাৰে। নিশাৰ আন্ধাৰ ভেদি পাচকালৰ খোলা দুৱাৰ-খিৰিকীৰে মুক্ত হৈ সেই সুৰৰ মধুৰ বেশ চৌদিশে বিয়পি পৰে।

গা-পা ধুই ড্ৰেছিং টেবুলৰ সমুখত বহি লাহে লাহে চুলি আঁচুৰি থকা অহল্যাৰ হাতৰ ফণীখনো হঠাৎ যেন ৰৈ যায়। স্তব্ধ হৈ অহল্যাই উৎকৰ্ণ হৈ শুনে গীতৰ সেই পুৰণা সুৰতো।

ৰবনৈৰ ৰূপোৱালী বালি-চাপৰিত বহি মনৰ আবেগ-আনন্দত স্বতঃস্ফূৰ্ত হৈ ওলাই অহা সেই গীত, সেই সুৰ অহল্যাৰে সৃষ্টি।···এটা-এটাকৈ জীৱন



পৰিক্ৰমাৰ পাকে পাকে বহুত সম্পদেই অহল্যাই পায়ো হেৰুৱালে; কিন্তু হেৰাই নগ'ল সেই সুৰ—সেই গীত, যিটোৰ মূল্য হয়তো কোনোদিনেই দিয়া নাছিল অহল্যাই।

অহল্যা আনমনা হৈ পৰে। লাহে লাহে কব নোৱাৰাকৈয়ে যেন আয়নাৰ সমুখৰপৰা উঠি বাৰাণ্ডালৈ ওলাই আহে। সুৰৰ উৎপত্তি থল বিচাৰিবলৈ গৈ—অহল্যাৰ চকু যায় চৌহদৰ সীমামূৰীয়া মালীৰ সৰু ঘৰটোলৈ।

মনত নানান প্ৰশ্ন জাগে যদিও তাত গুৰুত্ব দিবলৈ অহল্যাই পাহৰি যায়। তাৰ পৰিবৰ্তে অলপ অলপকৈ মনটো উভতি যায় এৰি অহা জীৱনৰ বাটেৰে।

মালীৰ ঘৰৰপৰা চকু ঘূৰাই স্বপ্নময় দৃষ্টিৰে দূৰণিৰ অস্পষ্ট দিক্‌বলয়ৰ সীমাৰেখালৈ চাই ৰয় গভীৰ তন্ময়তাৰে। হাতৰ ফণী চুলিৰ মাজত স্তব্ধ হৈ ৰৈ থাকে; কিন্তু মুখৰ হৈ উঠে মাটিৰ তলত সমাধিস্থ হৈ থকা সুপ্ত অতীত···

'···মোক অলপ সহায় কৰিবা। আহানা জ্যোতি।'

সৰু সৰু ক্ষণবোৰ—প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰা লগ্নবোৰ খণ্ড খণ্ড স্মৃতি অহল্যাৰ মনৰ পৰ্দাত ভাহি উঠে।

'পিক্‌নিক্ স্পট'ৰ এঠাইৰ সৰু জুৰিটোৰ পাৰত থিয় দি আছে অহল্যা। হাত মেলি সিপাৰলৈ যাবলৈ জ্যোতিৰ সাহায্য ভিক্ষা কৰিছে। সিপাৰৰ খাঁহনিত বহি আছে জ্যোতি। কিন্তু সাহায্য কৰাৰ কোনো আগ্ৰহ দেখুৱা নাই।

'উঁহো: তুমিয়েই চেষ্টা কৰা। এই ক্ষুদ্ৰ জুৰিটো লৈয়ে ইমান সমস্যা? আমাৰ জীৱনৰ যাত্ৰা-পথত ইয়াতকৈ কিমান ডাঙৰ ডাঙৰ জান, জুৰি, নদী পাৰ হবলগীয়া হব পাৰে কোনে জানে? তেতিয়া কৰিবা কি?'

কৃত্ৰিম বিৰক্তিত অহল্যাই চিঞৰি উঠে: 'আস্ তোমাৰ দৰ্শন এতিয়া বাদ দিয়া। আগতে আহাঁ মোক হেল্প্ কৰাহি···।'

'হেল্প্ নহয়, উৎসাহ দিব পাৰোঁ।'

জ্যোতিয়ে 'হেল্প্' নকৰে। অহল্যায়ো পাৰ হবলৈ আৰু কোনো চেষ্টাই নকৰে। জ্যোতিৰ সমানে সমানে সিপাৰৰ খাঁহনিত বহি পৰে—

'কি হ'ল, বহি পৰিলা যে? চেষ্টা কৰা আকৌ! নহলে যে জুৰিৰ দুটা পাৰত দুয়ো চিৰ-জীৱনলৈ এনেকৈ থাকি যাব লাগিব!'

'কি ক'লা? চিৰ-জীৱনলৈ?'

'সেয়েতো দেখিছোঁ। অন্ততঃ জীৱনটোলৈ নহলেও গোটেই দিনটোলৈ, ইপাৰত মই আৰু সিপাৰত তুমি···মাজত এই বাধাৰ জুৰি।'

অহল্যাই উত্তৰ নিদিয়ে। বাধাৰ জুৰিৰ সিপাৰে বহি জ্যোতিয়ে অহল্যাৰ মুখলৈ চাই এইবাৰ গীতেই জোৰে—'নীলা নীলা…'

'আস্! তুমি আকৌ গীত আৰম্ভ কৰিলা ?'

'নিশ্চয়, তুমিও কৰানা…গীতেইতো জীৱন…।'

গীতত যোগ দিয়াৰ পৰিবৰ্তে অহল্যাই ওচৰৰ ডাঙৰ গছডালৰ আগটোলৈ চাই কিছু সময় মৌন হৈ ৰয়।

'সৌ চৰাইহালেই দেখিছোঁ সুখী জীৱ।'

'নিশ্চয় সুখী।'

'সিহঁত দুয়োৰে মাজেদি এনে এখন জুৰি কেতিয়াও বৈ যাব নোৱাৰে… !'

'গলেও সি বাধা হৈ নুঠে। দুয়োৰে উৰি যাব পৰা পাখি আছে।'

'হু, আমাৰ পাখি নাথাকিলেও ভৰি আছে, হাত আছে, নাই মাথো তোমাৰ উইজদম্,·· চাওঁ, উঠা উঠা জ্যোতি ; ধৰা মোক,…কেইটা বাজিলে খবৰ আছে ?'

অহল্যাই ঘপহ কৰি বহাৰপৰা উঠি জুৰিৰ একেবাৰে দাঁতিলৈ আগুৱাই আহি জ্যোতিৰ ফালে আকৌ হাত এখন মেলি ধৰে।

জ্যোতিও উঠে, কিন্তু চেষ্টা ফলৱতী নহয়। দুয়োৰে প্ৰসাৰিত হাতৰ মাজত ছয় ইঞ্চিমান শূন্য ঠাই তেতিয়াও থাকি যায়।

'দেখিলা ! উইজদম্ থাকিলেও সকলো ক্ষেত্ৰতে সকলো সফল হৈ নুঠে।…ব'লা, সৌ পানীৰ মাজৰ শিলছটা দেখিছা নহয়, সেইখিনিলৈকে ব'লা।

পাৰৰপৰা জঁাপ মাৰি শিলছটাত উঠি জ্যোতিয়ে সিপাৰৰপৰা আগবঢ়াই দিয়া অহল্যাৰ হাতখনত ধৰে।

'বেছ, মই ধৰিছোঁ, এইবাৰ তুমি জঁাপ মৰা। মই তোমাক ধৰি ৰাখিম।'

'ভালকৈ ধৰিবা কিন্তু ; নহলে, নহলে…'

কথা অসমাপ্ত ৰাখিয়েই অহল্যাই জঁাপ মাৰে ; কিন্তু এখন ভৰি শিলৰ ওপৰত পৰেহি যদিও আনখন শিলৰ ওচৰ নেপায়হি। চেগুলসহ দাঁতিৰ একাঠু পানীত পৰেগৈ। জ্যোতিয়ও অহল্যাক ধৰি ৰাখিবলৈ গৈ জোতাই-মোজাই ঝপংকৈ পানীত পৰেগৈ।…দুয়ো দুয়োকে জপতিয়াই ধৰি থৰক্-বৰককৈ কথমপিহে বাগৰি নপৰাকৈ থিয় দি ৰয়।

'হ'লনে এইবাৰ ? উইজদম্‌ৰ পুৰস্কাৰ এতিয়া পালা নহয় ?'

'তোমাৰেই দোষ। কিয় মোক ধৰি ৰাখিব নোৱাৰিলা ? কিয় মোক পৰি যাবলৈ দিলা ?'



…সঁচাই, কিয় জ্যোতিয়ে অহল্যাক পৰি যাবলৈ দিলে ? কিয় নিজৰ ওচৰত ধৰি ৰাখিব নোৱাৰিলে ? কিয় ? কিয় ? কিয় আঁতৰি যাবলৈ দিলে ? এদিনলৈ নহয়, দুদিনলৈ নহয়, একেবাৰে চাৰি বছৰলৈ…কিয় ?

দীঘল হুমুনিয়াহ এটা অহল্যাৰ বুকু ভেদি ওলাই আহে। স্বপ্নাৱস্থাৰ গভীৰ তন্ময়তাৰ মাজত এসময়ত লাহে লাহে বাৰাণ্ডাৰপৰা কোঠাৰ ভিতৰলৈ অহল্যা আকৌ সোমাই আহে। আন্দাজতে দুৱাৰখন জপাই দি তাতেই আঁউজি ৰয় বহুত সময়।

অতীতৰ বুকুত সমাধিস্থ হৈ যোৱা দেহ আৰু মনৰ সমগ্ৰ সত্তাকে হেৰুৱাই পেলাই বিভোৰ হৈ যেন অহল্যাই শুনিছে ঃ শিলছটাৰ ওপৰত বহি লৈ তিতা মোজাযোৰ চেপি চেপি জ্যোতিয়ে যেন প্ৰশ্ন কৰিছে—'অহল্যা ! ফ্লাস্কটোত কফি-তফি কিবা অৱশিষ্ট আছেনে ?'

'নাই। আৰু আছে যদিও থাওক। এতিয়া কফি খাই ইয়াত এনেকৈ বহি থাকিবা নেকি ? ঘৰলৈ নোযোৱা ?'

'ঘৰলৈ ? ওঁহো, তুমিও নোৱাৰা যাব। ইয়াৰপৰা বাহিৰে বাহিৰে চিধা কলেজ হোষ্টেল,…আজি ৰিহাৰ্ছেল আছে নহয়, পাহৰিলা ?'

'মই কিয় পাহৰিম ! পাহৰিছা নিশ্চয় তুমি !'

'হঁ, তোমাৰ লগত পৰিলে কোনে বাৰু সকলো কথা সকলো সময়তে মনত ৰাখিব পাৰে ?'

'হয় হয়, মোৰ লগত পৰি ! ৰাজেনদা, মুকুলদা, জয়া, অনু বাইদেউ, মাধবী-হঁতক তুমিয়েই কোৱা নাছিলা নে, আমাৰ কলেজ ছচিয়েলৰ, সুৰ-সমলয়ৰ সুৰ-সংযোজনা এতিয়াও তুমি সম্পূৰ্ণ কৰা নাই ?…আজি সম্পূৰ্ণ কৰিবলৈকে তোমাক ছুটী লাগে ?…সুৰটো ৰেডি হ'ল ? নে যিকণ কৰিছিলা তাকো এই জুৰিৰ পাৰত হেৰুৱাই পেলালা ?'

'নাই হেৰোৱা অহল্যা ; এনে হেন ধুনীয়া প্ৰাকৃতিক পৰিবেশত, দুবৰিৰ মাজেৰে বৈ যোৱা জুৰিৰ পাৰত কোনো সুৰেই কেতিয়াও নেহেৰায় ; বৰঞ্চ নব নব সুৰ-সমলয়ৰ ইয়াত নতুনকৈ জন্মহে হয়। শুনিবা ?'

'ওঁহো, এতিয়া নহয়।'

অহল্যাই তেতিয়া নুশুনে—শুনে দুদিন পাচত। অকল শুনাই নহয়, সাংস্কৃতিক অনুষ্ঠানত নিজেও তাই বিশেষভাৱে যোগ দিবলগীয়া হয়—সকলোৰে উৎসাহত।

কিন্তু—কিন্তু সেই বিশেষ সুৰ-সমলয়ৰ মাজেদিয়েই, নিজৰ জীৱনৰ সুৰটো যেন আকস্মিকভাবে হেৰুৱাই পেলায় অহল্যাই। হেৰুৱায় জ্যোতিয়েও···

সাংস্কৃতিক অনুষ্ঠানৰ বিবিধ 'আইটেম'ৰ মাজত আকৰ্ষণীয় অনুষ্ঠান আছিল নব্য সুৰ-সমলয়। দেশী-বিদেশী বিভিন্ন বাদ্য-যন্ত্ৰৰ সন্মিলিত সুৰ-ধ্বনিৰ মাজত প্ৰথমৰপৰাই এখন চেতাৰৰ তাল কাটি-যোৱা বেসুৰীয়া সুৰটো জ্যোতিৰ কাণত টহ্-টহকৈ বাজিছিল। আশা কৰিছিল তাৰ সংশোধন হব। কিন্তু···

কলেজৰ প্ৰধান সম্পাদকৰ উপৰিও সাংস্কৃতিক শাখাৰো সম্পাদক আছিল জ্যোতি। হাজাৰ ধৰণৰ দায়িত্ব, 'প্ৰব্লেম্' লৈ জ্যোতিৰ মূৰ গৰম। গতিকে সংশোধনৰ কাৰণে অপেক্ষা কৰিও যেতিয়া তাৰ কোনো লক্ষণ নেদেখিলে জ্যোতিৰ মূৰ আৰু গৰম হৈ গ'ল।

'বন্ধ কৰা, বন্ধ কৰা।···অহল্যা কি কৰিছা তুমি? সেয়া চেতাৰৰ সুৰ নে ভঙা টিনৰ? তোমাৰ চেতাৰৰ সুৰ যে কেতিয়াবাৰেপৰা পৰি আছে সেইকণ খেয়ালো নাই তোমাৰ?'

অহল্যাৰ সঁচাকৈয়ে খেয়াল নাছিল। সুৰ-সমলয়ৰ মধুৰতাতকৈয়ো মধুৰতৰ কল্পনা কিছুমান লৈ তন্ময় হৈ আছিল মনটো। আঙুলি হয়তো চলিছিল নিতান্ত যান্ত্ৰিকভাবে। জ্যোতিৰ আকস্মিক কঢ় কণ্ঠস্বৰত অহল্যাৰ তন্ময়তা ভাগি যায়। বিবৰ্ণ মুখেৰে জ্যোতিলৈ চাই তলমূৰ কৰে।

ল'ৰাই-ছোৱালীয়ে কোঠাৰ মাজত থকা পোন্ধৰ-যোলজনীয়া শিল্পীৰ দলটো জ্যোতিৰ চিঞৰত স্তব্ধ হৈ গৈছিল। ভুল কৰিলেও কোনেও ভৰা নাছিল জ্যোতিয়ে অহল্যাক তেনেকৈ কব বুলি। অহল্যাৰ কাৰণেতো সি কল্পনাৰো অতীত আছিল।

কিন্তু জ্যোতি তাতেই ক্ষান্ত নহয়ঃ '···এই সাধাৰণ সুৰৰ জ্ঞানকণ নেথাকিলে বাৰু কেনেকৈ হয়? অকল এখন চেতাৰেই গোটেই বস্তুটোকে নষ্ট কৰি দিছে, অথচ তোমাৰ হুচ্ নাই···।'

অহল্যাই ওচৰতে বহা জয়ালৈ চায়, মাধৱীলৈ চায়, সহ-শিল্পীবোৰলৈ চায়। তাৰ পাচত চায় জ্যোতিৰ চকুলৈ। অহল্যাৰ বিনম্ৰ লাজেৰে কৰুণ মুখমণ্ডল লাহে লাহে কঠোৰ হৈ উঠে।

'তুমি তেনেকৈ মোক কথা কৈছা কিয়?'

'আৰু কেনেকৈ কব লাগে? কালিলৈ ফাংছন আৰু আজি তোমাৰ বজোৱাৰ নমুনা এইটো? কালিলৈকো এনেকুৱাই হলে ফাংছনৰ অৱস্থা কি হব?'

'কি হব?'

'আকৌ সুধিছা কি হব? তুমি নেজানা?'

'নেজানো; আৰু এই মুহূৰ্তৰপৰা মই একো জানিবও নোখোজোঁ।'

একে থেকেচাই হাতৰ চেতাৰ ওফৰাই পঠিয়াই অহল্যা জাঁপ মাৰি উঠে। চকুত জুইসম দৃষ্টি লৈয়ে ক্ষন্তেক জ্যোতিৰ মুখলৈ চায় ৰয়। পাচ মুহূৰ্তত উচাং মাৰি মুখ ঘূৰাই নিয়ে আৰু কোনোফালে ভ্ৰূক্ষেপ নকৰি গপ্গপাই কোঠাৰপৰা ওলাই যায়।

মুহূৰ্তলৈ বিমোৰ-বিবুদ্ধি হৈ যোৱা জ্যোতিয়ে পাচফালৰপৰা চিঞৰি উঠে—'অহল্যা! অহল্যা! শুনা···'

কিন্তু কোনো উত্তৰ নাহে। পাচমুহূৰ্তত জ্যোতিয়েও দুৱাৰৰ ওচৰত বহি থকা গোহাঁইৰ গাত প্ৰায় উজুটি মাৰিয়েই কোঠাৰপৰা ছিটিকি ওলাই যায়।

কোঠাৰ মাজত থকা গোটেই দলটোৱেই স্তব্ধ হৈ ৰ'ল। বাউসীটো মোহাৰি মোহাৰি সেই সকলোৰে ওপৰত গোহাঁয়ে লাহে লাহে চকু দুটা ঘূৰাই লৈ অস্ফুট স্বৰে মন্তব্য কৰেঃ '···Storm in a tea cup!'

কিন্তু গোহাঁইৰ কথাত কোনেও নেহাঁহে। কোনেও হয়তো সেই মুহূৰ্তত উপলব্ধিও কৰিব নোৱাৰে যে সেই 'টি কাপৰ ষ্টৰ্মেই' প্ৰকৃত ষ্টৰ্মলৈ এদিন ৰূপান্তৰিত হৈ যাব; আৰু তাৰ সোঁতত একালে উটি যাব জ্যোতি—একালে উটাই নিব অহল্যাক। দূৰলৈ—বহুত দূৰলৈ।

'···তুমি মোক ক্ষমা কৰা অহল্যা! মোৰ তেনেকৈ কোৱাটো সঁচাই অন্যায় হৈছিল! অহল্যা শুনা···'

'Shut up!'

গেটৰ ওচৰত ৰৈ থকা গাড়ীৰ ফালে আগবাঢ়ি যোৱা অহল্যাই থমকি ৰৈ কঠোৰভাৱে জ্যোতিৰ ফালে ঘূৰি চায়ঃ 'তুমি মোক কি বুলি ভাবিছা? কোন বুলি ভাবিছা? সকলোৰে সন্মুখত মোক তেনেকৈ কথা ক'বৰ—অপমান কৰিবৰ অধিকাৰ তোমাক কোনে দিলে?'

'কলোঁ নহয়, মোৰ দোষ হৈছে, মোক ক্ষমা কৰা! কিন্তু তুমি এনে এটা সাধাৰণ কথাতে এনেভাৱে···'

'সাধাৰণ তোমাৰ কাৰণে হব পাৰে, মোৰ ওচৰত সাধাৰণ নহয়। মই তোমাৰ

সেই জয়া, অণু, মাধবীৰ দলৰ নহয়। অলপ লাই দিছিলোঁ, সেয়ে ভাবি লৈছা, মোক লৈ তুমি য'তে যিহকে ইচ্ছা কৰিব পাৰা ? বাওনা হৈ চন্দ্ৰ ঢুকি পালা ?'

মুহূৰ্তৰ কাৰণে বিবৰ্ণ হৈ যায় জ্যোতিৰ মুখখন। অহল্যাৰ কথাকেইটা যেন বিশ্বাস কৰিব পৰা নাই, তেনে এটা ভাব লৈয়ে অস্ফুট পুনৰুক্তি কৰে : 'বাওনা হৈ···!'

গাড়ীত উঠিবলৈ গৈ এখন ভৰি তোলা অৱস্থাতে অহল্যাই আকৌ ঘূৰি চায় : 'নহয় কি ? কি আছে তোমাৰ ? কিমানৰ মানুহ তুমি ? যোৱাঁ আঁতৰি যোৱাঁ। তোমাৰ মুখ আৰু মই চাব নোখোজোঁ···'

'অহল্যা···প্লিজ···!'

অনুতপ্ত জ্যোতিৰ অনুৰোধ গ্ৰাহ্য নকৰি অহল্যাই হুকুম দিয়ে : 'ড্ৰাইভাৰ···!'

খন্তেকলৈ বিবুদ্ধি হৈ পৰা ড্ৰাইভাৰে অহল্যাৰ নিৰ্দেশমতেই গাড়ী চলাই দিয়ে। গাড়ীৰ বডীত ধৰি থকা জ্যোতিৰ হাতখন প্ৰায় চুচৰি যায় যদিও অহল্যাৰ লগতে ড্ৰাইভাৰেও যেন তালৈ আৰু গ্ৰাহ্য নকৰে।

···কি হৈ গ'ল ? এয়া হঠাতে কি হৈ গ'ল ? মই—মই কি কাম কৰিলোঁ ? ···নহয়, মই ঠিকেই কৰিছোঁ। মোক কি বুলি ভাবিছে···?

বিচিত্ৰ অহল্যাৰ মন—নিজৰ শোৱনি কোঠাত অস্থিৰভাবে ঘূৰি ঘূৰি, অহল্যাই হোষ্টেলৰ আকস্মিক ঘটনাটো একোপধ্যেই পাহৰিব নোৱাৰি ছটফটাই থাকে। একো একোবাৰ অনুশোচনা হয়—আনবাৰ কিন্তু জ্যোতিৰ ব্যৱহাৰৰ কথা মনলৈ আহিলেই দপ্ কৰি জ্বলি উঠে অহল্যা।

তথাপি, তাৰ মাজতো অহল্যাই জানে, অন্ততঃ আশা কৰে, জ্যোতি নিশ্চয় অহল্যাৰ ওচৰলৈ আহিব।···অৱশ্যে আহেও।

কোঠাৰ জপাই থোৱা দুৱাৰখন সামান্য মেলি আয়াজনীয়ে দেখা দিয়েহি : 'আইদেউ !'

অহল্যাই থমকি ৰৈ ঘূৰি চায় : 'কি হ'ল ?'

'আপোনাক লগ পাবলৈ সেই ল'ৰাজন আহিছে···'

'ল'ৰাজন ? কোন ল'ৰাজন ?'

'সেই যে আপোনাৰ লগত বাগিছালৈ গৈছিল !'

'অহ, জ্যোতি ?'



'হয় আইদেউ, তেৱেঁই !'

অহল্যাৰ চকু-মুখত আগ্ৰহ ফুটি উঠে। অনুচ্চ স্বৰে কয়—'মই জানো, তেওঁ আহিবই। বাৰু ক'ত বহুৱালি ?'

'ড্ৰইং ৰুমতে বহিছে।'

উৎসাহ আৰু আনন্দত কথা অসমাপ্ত ৰাখিয়েই অহল্যা বেগাবেগীকৈ দুৱাৰৰ ফালে আগবাঢ়ি যায়। কিন্তু দুৱাৰমুখ পোৱাৰ আগতেই হঠাৎ থমকি ৰৈ যায়। মুখত দেখা দিয়া আনন্দ, উৎসাহ খিতাতে নাইকিয়া হৈ যায়।

'···নেযাওঁ মই। কিয় যাম ? অহিছে বুলিয়েই যাব লাগিব নেকি ? কি বুলি ভাবিছে মোক ? নকৰোঁ দেখা, নেযাওঁ মই তই যাগৈ।'

দুৱাৰমুখৰপৰা আকৌ ঘূৰি আহে অহল্যা। বিবুদ্ধি হৈ আয়াই চাই থাকে অহল্যাৰ মুখলৈ।

'কি চাই আছ ? নেযাৱ কিয় তই ?···যা কৈ দেগৈ···।'

'কি—কি কম আইদেউ ?'

'দেখা নহয় বুলি কবি।' খঙেৰে উত্তৰ দিয়ে অহল্যা। একো বুজিব নোৱাৰি আয়াই অহল্যাৰ মুখলৈ চাই থাকে।

'দেখা নহয় বুলি কব লাগিব···?'

অদম্য বিৰক্তিত অহল্যাই প্ৰায় চিঞৰি উঠে—'ওঁ, তাকে কবি। আৰু কৈ দিবি, তেওঁ যেন এইখন ঘৰলৈ আৰু কেতিয়াও নাহে—আৰু যেন কোনোদিন মোক মুখ নেদেখুৱায়। যা তই···।'

মনিব কন্যাৰ বিচিত্ৰ মনৰ গতি, আকস্মিক খং-ৰাগ বুজাৰ সাধ্য আয়াৰ নহয়। ভয়ত, বিস্ময়ত প্ৰায় বোবা হৈয়ে লাহে লাহে তাই কোঠাৰপৰা ওলাই যায়।

অস্থিৰ অশান্ত মনেৰে অহল্যা কোঠাৰ মাজত ঘূৰি ফুৰে। আয়াৰ লগতে নিজেও বুজিব নোৱাৰা নিজৰ বিচিত্ৰ ব্যৱহাৰ যুক্তিৰে খণ্ডন কৰিবলৈ চেষ্টা কৰে।

···বেছ কৰিলোঁ দেখা নিদিলোঁ। কিয় দিম ? ইমানবোৰ ছাত্ৰ-ছাত্ৰীৰ আগত মোক কিয় তেনেকৈ অপমান কৰিলে ? কিয় এনেকৈ হেয় কৰি দিলে ? ···এতিয়া ভালৰি বোলাই লগ পাবলৈ আহিছে !

প্ৰতিজ্ঞাৰ মাজতে এবাৰ থমকি ৰৈ অহল্যাই খন্তেকলৈ কিবা এটা যেন ভাবে, পাচ পাকতে খিৰিকীখনৰ ওচৰলৈ লৰি যায়। খিৰিকীৰ পৰ্দাখন কোঁচাই অস্থিৰভাবে ডিঙি মেলি চায় বাহিৰলৈ। চকুত পৰে, সমুখৰ দীঘল আলিটোৰ

ফুটপাথেদি তলমূৰ কৰি জ্যোতি গৈ আছে। অহল্যাৰ বুকুখন ঢক্‌কৈ উঠে। হঠাৎ যেন ৰুদ্ধ হৈ যায় মনৰ সকলো অস্থিৰতা।

অলপ পাচতে কোঠাৰ দুৱাৰমুখত আকৌ আয়াক দেখি অহল্যা ব্যগ্ৰ হৈ উঠে : 'তেওঁক কি ক'লি তই?'

'আপুনি যি কবলৈ কৈছিল তাকেই কলোঁ আইদেউ!'

আয়াৰ কথাত আকৌ দপ্‌কৈ জ্বলি উঠে অহল্যা : 'তাকেই ক'লি? মূৰ্খ, কিয় ক'লি? কোনে তোক কবলৈ কৈছিল?'

বিস্ময়ত বিবুদ্ধি হৈ আয়াই লাহেকৈ উত্তৰ দিয়ে—'কিন্তু—কিন্তু আইদেউ, আপুনিয়েই দেখোঁ কবলৈ কৈছিলে...!'

'বেছ কৰিছিলোঁ কৈছিলোঁ...'

মুহূৰ্তে মুহূৰ্তে পৰিবৰ্তনশীল এটা বিচিত্ৰ মনে অহল্যাক যেন বেছি অস্থিৰ কৰি তোলে। আকৌ কোঠাত ঘূৰি ঘূৰি নিজক কোৱাৰ দৰে কৈ যায় : 'কিয় নক'ম! মোক তেওঁ যি ইচ্ছা তাকেই কব পাৰে আৰু মই কব নোৱাৰিম? ঠিক কৰিছোঁ কৈছোঁ! যাওক গুচি! নেলাগে মোক কাকো...ময়ো গুচি যাম। সেইখন কলেজলৈ মই আৰু কেতিয়াও নেযাওঁ। মই আন ঠাইত পঢ়িম। লক্ষ্ণৌৰ সেই মিছনাৰী কন্‌ভেণ্টত পঢ়িমগৈ।...এই, কি চাই আছ তই? যা ইয়াৰপৰা...।'

অবাক বিস্ময়ত অহল্যাৰ মুখলৈ চাই থকা আয়াই থত্‌মত্ খাই লৰালৰিকৈ কোঠাৰপৰা ওলাই যায়, কিন্তু পাচপাকতে অহল্যাৰ হুকুমত আকৌ ৰৈ পৰে : 'এই শুন!'

'আইদেউ!'

'দেউতা ঘৰত আছেনে নাই?'

'আছে আইদেউ! অফিচ ঘৰত কিবা কাম কৰিছে।'

'বেছ, মই এতিয়াই দেউতাক কমগৈ।...এই, তই মোৰ কাপোৰ-কানি সকলো বাকচত পেক্ কৰি পেলা। মই কাইলৈকে যাম,...চাওঁ গুচ্।'

ক্ষিপ্ৰতাৰে আয়াই দুৱাৰমুখৰপৰা আঁতৰি দিয়ে। অহল্যাই বেগেৰে কোঠাৰ বাহিৰ হৈ বাৰাণ্ডা পাৰ হৈ তলৰ মহলালৈ নামি যায়।

'দেউতা...!'

কাৰ্পেট, অয়েল পেইন্টিং, চকী, কিতাপৰ আলমিৰা আদিৰ বিভিন্ন সম্পদৰে,



ৰুচিসন্মতভাৱে সজোৱা বিৰাট অফিচ ৰুমটোৰ মাজমানতে থকা ডাঙৰ ছেক্ৰেটেৰিয়েট্ টেবুলখনৰ ওপৰত সিঁচৰতি হৈ থকা অসংখ্য কাগজ-পত্ৰ লৈ কামত ডুবি থকা বৰুৱা ডাঙৰীয়াই কন্যাৰ আকস্মিক সম্বোধনটো শুনি মূৰ তুলি চায়।

'অ' অহল্যা! আহ আই, আহ...।'

আব্‌দাৰ কৰাৰ বয়স আৰু নাই। কিন্তু সম্ভ্ৰান্ত, বিত্তবান, অশেষ প্ৰতিপত্তিশীল ঘৰখনত অকলশৰীয়া হৈ ডাঙৰ হোৱা একমাত্ৰ সন্তানৰ বয়স হয়তো লাহে লাহে বাঢ়ে। পূৰ্ণযৌৱনা হৈয়ো অহল্যা যেন এতিয়াও বাপেকৰ ওচৰত কিশোৰী হৈয়ে আছে তেনে এটা ভাব লৈয়ে টেবুলৰ ওচৰলৈ গৈ বাপেকৰ কাষত থিয় দিয়েগৈ।

'দেউতা, মই আৰু ইয়াৰ কলেজত নপঢ়োঁ।' অহল্যাৰ কথাৰ সুৰত আব্‌দাৰৰ লগতে উষ্মাও প্ৰকাশ পায়। তাকে লক্ষ্য কৰি বৰুৱা ডাঙৰীয়াই সমুখৰ কাগজ-পত্ৰ আঁতৰাই চছমাযোৰো খুলি লৈ, ৰুমালেৰে মচি মচি অহল্যাৰ মুখলৈ চাই সামান্য ব্যস্ত হৈয়ে সোধে : 'কিয়? কি হ'ল আই? মই তোৰ কথা একো ধৰিবই পৰা নাই।...বাৰু আহচোন আহ, বহ ইয়াতে। আজি গোটেই দিনটো তোক দেখাই নাই।'

'কেনেকৈ দেখিব? কাগজ-পত্ৰ এসোপা লৈ ইয়াত বহি থাকিলে মোক দেখিব কেনেকৈ? দেউতা, মই সকলো ঠিক কৰিলোঁ—ইয়াৰ কলেজত আৰু মই নপঢ়োঁ।'

'কিয়' ইয়াৰ কলেজত পঢ়ি বেয়া লাগিছে?'

'লাগিছে দেউতা, খুব বেয়া লাগিছে। মই ঠিক কৰিছোঁ, লক্ষ্ণৌৰ সেই মিছনাৰী কন্‌ভেণ্টতে পঢ়িমগৈ। ইয়াত এড্‌মিশ্যন লোৱাৰ আগতে তাতেইতো পঢ়াৰ কথা আছিল!'

আদৰৰ জীয়ৰীৰ মুখলৈ চাই বৰুৱা ডাঙৰীয়াৰ ওঁঠত হাঁহি বিৰিঙি উঠে : 'বাৰু বাৰু, সেয়ে হব। তাৰ কাৰণে চিন্তা কি? ইয়াত পঢ়ি যদি সঁচাকৈয়ে বেয়া লাগিছে তাতে পঢ়িবিগৈ।'

'নহয় দেউতা, আপুনি বুজা নাই, অকল পঢ়িবিগৈ বুলি কলেই নহব, আপুনি আজিয়েই ওৱায়াৰ কৰিয়ে হওক, ট্ৰাঙ্ক্ কৰিয়ে হওক, তাত মোৰ এড্‌মিশ্যনৰ সকলো ব্যৱস্থা কৰি পেলাওক। মই কাইলৈ পুৱাই কিন্তু ইয়াৰপৰা যাম।'

'কাইলৈ পুৱাই? কি মস্কিল! কাইলৈ কেনেকৈ যাবি? আগতে

এড্‌মিশ্যন হওক, হোষ্টেলৰ ছিট-টিট ঠিক হওক, তাৰ পাচত লাহে-ধীৰে গৈ থাকিবি।'

'নহয় দেউতা', কন্যা একেবাৰে এডামেণ্ট : 'মই কাইলৈকে যাম। কলেজত ছিট নাপাওঁ মানে দিল্লীত উষা বাইদেউহঁতৰ লগতে থাকিমগৈ। এড্‌মিশ্যন হলেই লক্ষ্ণৌলৈ গুচি আহিম। আপুনি সকলো লিখি-মেলি আজিয়েই শেষ কৰি পেলাওক, আৰু ট্ৰেইনবো ছিট ৰিজাৰ্ভেচন কৰি পেলাওক। মই···এই! কি হ'ল?'

শেষৰ বাক্যটো অহল্যাই দুৱাৰৰ ফালে চাই কোৱাত, বৰুৱা ডাঙৰীয়াই সেইফালে চাই দেখে বেহেৰাটো সোমাই আহিছে।

'হুজুৰ! এছ-পি দত্ত চাহাব আহিছে।'

'যা, ইয়ালৈকে মাতি আন। দেউতা, আপুনি কিন্তু এতিয়াই সকলো ব্যৱস্থা কৰি পেলাওক। মই কালিলৈ পুৱা যামেই, কৈ থলোঁ।'

দত্ত চাহাব সোমাই আহিল। তেওঁৰ গাত নিখুঁত পুলিচ অফিচাৰৰ সাজ। পৰ্দা ঠেলি কোঠালৈ সোমাই আহোঁতেই হাঁহি হাঁহি প্ৰশ্ন কৰে : 'কি হ'ল? পিতা-পুত্ৰীৰ মাজত কিহৰ ইমান তৰ্ক? কাইলৈ পুৱাই ক'লৈ যোৱা হব অহল্যা?'

জীয়েকে মুখ মেলাৰ আগতেই বৰুৱা ডাঙৰীয়াই হাঁহি হাঁহি উত্তৰ দিয়ে—'এহ্‌, নকব আৰু মোৰ এই পাগলীজনীৰ কথা। হঠাৎ নো কি হয় একো ধৰিবই নোৱাৰোঁ। কাইলৈকে বোলে তাই যায়েই···'

'কলৈ?'

'লক্ষ্ণৌলৈ। তাৰ মিছনাৰী কন্‌ভেণ্টত পঢ়িব।'

'খুব ভাল কথা দেখোন!' মহা উৎসাহত কথাষাৰ কৈ দত্ত চাহাবে পুনৰ কয়—'এৰা, সেইবোৰ কলেজতহে আচল পঢ়া-শুনা হয়। আজিকালি ইয়াৰ কলেজবোৰ ৰসাতললৈ গৈছে। পঢ়াৰ নামত মাথো হুজুগ—মাথো পলিটিক্স, আন্দোলন, ষ্ট্ৰাইক। সেইবোৰ কৰিয়েই আমাৰ ছাত্ৰ-ছাত্ৰীহঁতে দেশ উদ্ধাৰ কৰাৰ স্বপ্ন দেখিছে। পিছে মিষ্টাৰ বৰুৱা, অহল্যাই কিন্তু ওৱাইজ ডিছিছন লৈছে।'

দত্ত চাহাবৰ কথাকেইটাত অহল্যা আপ্লুত হয়। আন আন ঠাইত হলেও, এই চহৰখনৰ কলেজকেইটাৰ সম্বন্ধে কৰা দত্তৰ অভিযোগবোৰ তেতিয়ালৈকে সত্য হৈ উঠা নাই যদিও অহল্যাই প্ৰতিবাদৰ পৰিবৰ্তে পৰিতৃপ্ত হৈয়ে বাপেকৰ মুখলৈ চায়।



'শুনিলে নহয় দেউতা! দত্ত খুৰা, আপুনি দেউতাক অলপ বুজাওক আৰু সকলো এতিয়াই ব্যৱস্থা কৰি পেলাবলৈ কওক। মই আপোনালোকৰ বাবে কফি পঠাই দিছোঁ।' কৈয়ে অহল্যা দুৱাৰৰ ফালে আগবাঢ়ে।

'গুড্‌! তুমি নিশ্চিন্ত হৈ যোৱাৰ যোগাৰ কৰাগৈ অহল্যা! I will do everything for you.'

'থেঙ্ক্‌ ইউ খুৰা!'

ভিতৰফালে ওপৰ মহলালৈ উঠা চিৰিৰ ওচৰত বেহেৰাটোক দেখি অহল্যাই হুকুম দি যায়—'এই! অফিচ ৰুমলৈ কফি লৈ যা··· ।'

'···চাহ একাপ খাব নেকি জ্যোতি ককাইদেউ?'

'চাহ? নাই, নাই, নেলাগে অণু! এতিয়া আৰু চাহ নেলাগে। মন যোৱা হলে নালীয়াক মৰে কলোঁহেঁতেন। হোৱাঁ তুমিয়েই আৰু এডোখৰ খোৱাচোন।'

'এই ডোখৰ আছেই দেখোন!···বাৰু জ্যোতি ককাইদেউ, সেইদিনা গধূলি অহল্যাই আপোনাক এবাৰ দেখাও নিদিলে।'

'নিদিলে। আয়াজনীৰ যোগেদি মাথো মোক জনাই দিলে···'

'কি জনাই দিলে?'

'যেন মই কেতিয়াও আৰু অহল্যাক মুখ নেদেখুৱাওঁ; কেতিয়াও আৰু সেইখন ঘৰলৈ নেযাওঁ।'

'আপুনি কি ক'লে?'

'মই কি কম? সেয়ে হব বুলি অহল্যাক জনাবলৈ কৈ গুচি আহিলোঁ।··· সেইবোৰ কথা এতিয়া আৰু এৰা অণু! আমাৰ অতীতৰ সকলো স্মৃতি অতীতৰ বুকুতে লীন হৈ যাবলৈ দিয়া। তাৰ ৰোমন্থনৰ মাজত কোনো আনন্দ নাই—হয়তো বেদনাই আছে বেছি।···ধৰা, আৰু এটুকুৰা খোৱাঁ।'

জ্যোতিয়ে আৰু এটুকুৰা আপেল অণুৰ হাতত তুলি দিয়ে। অণুৰ খোৱাৰ ইচ্ছা অলপো নাছিল যদিও জ্যোতিক বাধা দিবলৈ সৎ নেযায়। মূৰৰ ওপৰত থকা চিলিংখনলৈ ভাষাহীন দৃষ্টিৰে চাই চাই অণু নিজৰ ভাবতে তন্ময় হৈ পৰে।

ওচৰত বহি থকা জ্যোতিৰো বোধহয় সকলো কথা শেষ হৈ যায়। কিন্তু অণুৰে যেন নতুনকৈ সোঁৱৰাই দিয়ে সেই দিনটোৰ কথা—যিটো দিনৰ যিটো ঘটনাই জ্যোতিৰ জীৱনৰ গতিটোৰেই সম্পূৰ্ণ ঘূৰাই দিয়ে।

…বাধাহীন, অনাগত আনন্দপূর্ণ জীৱন-পথত নিশ্চিত সঙ্গীৰূপে অহল্যাৰ হাতত ধৰি জ্যোতিৰ সেই স্বপ্নবিভোৰ পৰিক্ৰমা আকস্মিক প্ৰচণ্ডতাৰে হঠাৎ থান্‌বান্ হৈ যোৱাত জ্যোতি বেছ কিছুদিনলৈ নিক্ৰিয় হৈ পৰিছিল। মনে-প্ৰাণে পঙ্গু হৈ গৈছিল। ভাবি পোৱা নাছিল এইবাৰ কি কৰিব।

কিন্তু দিন যোৱাৰ লগে লগে পথহীন, উপায়হীন কিবা এটা অচিন কাৰাগাৰৰ অৱৰুদ্ধ গণ্ডিৰপৰা মুক্তি বিচাৰি লাহে লাহে জ্যোতিৰ প্ৰাণটো অধৈৰ্য্য হৈ পৰিছিল। তাৰ পাচত হঠাতেই আহিছিল আৰু এটা স্মৰণীয় দিন।

জ্যোতিৰ মনত পৰেঃ নিঃসঙ্গভাবে আবেলি বৰনৈৰ পাৰত জ্যোতি বহিছিলহি। আবেলিৰ আকাশত নৈৰ পাৰৰ গছ এডালৰ ফেৰেঙনিৰ মাজেৰে জ্যোতিৰ চকুত পৰিছিল এচপৰা ক'লা ডাৱৰৰ মাজৰপৰা বেলিটো আকৌ ওলাই চৌদিশ উজলাই তুলিছে। লগে লগে আকাশ আৰু পৃথিবীৰ গোমোঠা ভাবটোও যেন হঠাৎ মুকলি হৈ উঠিছে। তাৰ প্ৰতিক্ৰিয়া হয়তো জ্যোতিৰ ওপৰতো হয়। কিবা এক অজান পুলকত ক্ষন্তেকতে জ্যোতিৰ মনটো মুকলি হৈ যায়।

জ্যোতিৰ ওচৰত থকা গছজোপাৰপৰা মাজে মাজে সৰি পৰিছিল অসংখ্য হালধীয়া পাত। বতাহত সেইবোৰ উৰি আহিছে। লগতে উৰাই আনিছে অ'ত-ত'ত সিঁচৰতি হৈ থকা কাগজৰ টুকুৰা। সোঁত-মোচ খোৱা এটুকুৰা সৰু কাগজ উৰি আহি জ্যোতিৰ ভৰিৰ ওচৰত পৰেহি। জ্যোতিয়ে প্ৰথমতে গ্ৰাহ্যই কৰা নাছিল। পিচত কোনোবা সময়ত অন্যমনস্ক হৈয়ে কাগজডোখৰ তুলি লৈ তাৰ ওপৰত এনেয়ে চকু ফুৰাইছিল। অ'ত-ত'ত পঢ়িব পৰা আগ-গুৰি নোহোৱা অসম্পূৰ্ণ দুই-চাৰি আষাৰ কথা তেতিয়াও অক্ষত হৈ আছিল। তাক পঢ়ি যাওঁতে তাৰ এদাঁতিয়ে থকা আধা ফটা ছবিখনক কেন্দ্ৰ কৰি কল্পনাৰ চকুৰে জ্যোতিয়ে যেন প্ৰথমবাৰলৈ দেখিবলৈ পালে নিজক—নিজৰ সৰু চহৰখনক। দেখিবলৈ পালে সমগ্ৰ দেশখনৰ অতীত আৰু বৰ্তমানক।

কাগজৰ টুকুৰাটোত আৰু কিবা পায় বুলি লুটিয়াই বগৰাই চাওঁতে এঠাইত আৰু দুটা শাৰী চকুত পৰিল। হয়তো কোনো দেশ-নেতাৰ বক্তৃতাৰ সৰু এটা অংশ। জ্যোতিয়ে পঢ়ি গ'লঃ…'ত্যাগৰ মাজেৰে, মানৱতাৰ সেৱাৰ মাজেৰে, দেশৰ এই মুক্তি-যজ্ঞত আমাৰ প্ৰত্যেকজন ডেকা-গাভৰু, কিশোৰ-কিশোৰীয়ে জীৱন পণ কৰি ইয়াত যোগ দিয়াই হ'ল আজি আমাৰ একমাত্ৰ কৰ্তব্য—একমাত্ৰ ধৰ্ম।'



লাহে লাহে কাগজৰপৰা মূৰ তুলি জ্যোতিয়ে দূৰেদি বৈ যোৱা পানীবোৰলৈ স্বপ্নাবিষ্টৰ দৰে বিভোৰ হৈ চাই থাকে। সেই বিভোৰতাৰ মাজেদিয়ে এটা-এটাকৈ আৰু সাতোটা দিন কাটি যায়। তাৰ পাচত?

কোনোবা এটা বিশেষ লগ্নত জ্যোতিৰ গাত থকা একালৰ চৌখিন চাৰ্ট-পেণ্ট ৰূপান্তৰিত হয় খদ্দৰৰ ডাঠ চুৰীয়া-পাঞ্জাবীলৈ। লগে লগে বহুদিন ৰুদ্ধ হৈ যোৱা, প্ৰায় স্থবিৰ হৈ পৰা জীৱনটোৱে হঠাৎ যেন গতি লাভ কৰে। প্ৰথমতে ক্ষীণ ভাবে। তাৰ পিচত সেই গতি হৈ পৰে দুৰ্বাৰ। পাচলৈ ঘূৰি চাবলৈ জ্যোতিৰ যেন সময় নহয়—প্ৰয়োজনো নহয়।

দিনবোৰ, মাহবোৰ, আনকি এটাৰ পাচত আন এটা বছৰ কেনেকৈ পাৰ হৈ যায় জ্যোতিৰ আজি মনতেই নপৰে।

…গছজোপাৰ লেটিন নামটো মনত পেলাবলৈ বহুত চেষ্টা কৰে অহল্যাই। কিন্তু বোটানিৰ ফাইনেল ইয়াৰৰ ছাত্ৰী হৈয়ো একোপধ্যে মনত নপৰে। চেষ্টা কৰে যদিও তাৰ মাজত আন্তৰিকতাৰ সহযোগ যেন অলপো নেথাকে। প্ৰকৃততে স্মৃতি-ৰোমন্থনৰ মাজত প্ৰতিনিয়ত ডুবি থাকিব খোজা অবুজ মনটোক নতুন এটা পথেৰে নিয়ন্ত্ৰিত কৰিবলৈকে যেন অহল্যাই চেষ্টা কৰি চায়। বিবিধ গছৰ বিভিন্ন নামবোৰ আওঁৰাই যায়।

সমুখৰ টেবুলত থকা বোটানিৰ কিতাপখন মেলি চালেই নামটো হয়তো পোৱা যাব; কিন্তু তাকে কৰিবলৈ অহল্যাৰ ইচ্ছা নহয়। থাকক, নেলাগে পাম। নেজানিলেও একো ক্ষতি নহয়। কিন্তু নাম নেজানিলেও গছডাল অহল্যাৰ চিনাকি—অতি চিনাকি।

…নতুন ঠাইত, নতুন হোষ্টেলৰ নিজস্ব কোঠাত, সৰু পঢ়া টেবুলখনৰ গাতে লগা খিৰিকীখন খুলি প্ৰথমদিনাই অহল্যাৰ চকুত পৰিছিল সেই বিশেষ গছডাল। সেইদিনা সি নিচেই সৰু আছিল, চাপৰ আছিল, ডাল-পাতো আছিল নিচেই কম, কিন্তু এতিয়া তাৰ বহুত পৰিবৰ্তন হৈছে। তেতিয়াৰপৰাই পঢ়া-মেজত বহিবলৈ গৈ প্ৰায়ে অহল্যাই লক্ষ্য কৰি আহিছে, একো-একোটা সময়ত গছডালৰ পাতবোৰ ক্ৰমাৎ হালধীয়া হৈ সৰি পৰে। আন একোটা সময়ত আকৌ নতুন নতুন কুঁহিপাতেৰে লহপহকৈ বাঢ়ি উঠে।

ঋতুৰ পাচত ঋতু আহিছে—গৈছে। অহল্যাই চাই থাকোঁতেই, ক্ষুদ্ৰ গছজোপা বিশাল মহিৰুহ হৈ উঠিল। মাত্ৰ তিনি বছৰৰ ভিতৰতে।

মাত্ৰ তিনিটা বছৰ? কিন্তু অহল্যাৰ ধাৰণা হয়, তিনিটা বছৰ নহয়, সি যেন তিনিটা যুগ। সৰ্বত্যাগী সন্ন্যাসিনীৰ দৰেই উত্তাপহীনভাৱে অহল্যাই অকলে অকলে সেই তিনিটা যুগ পাৰ কৰি দিছে গানেৰে ভৰা মিছনাৰী কন্‌ভেণ্টত।

প্ৰথম প্ৰথম নতুন পৰিবেশত, নতুন ঠাইৰ নতুন বন্ধু-বান্ধৱীৰ মাজত অহল্যাৰ দিনবোৰ ভালেৰেই গৈছিল। দীঘলীয়া বন্ধবোৰত অসমৰ পৰিবৰ্তে ফুৰিবলৈ ওলাই গৈছিল নতুন নতুন ঠাইলৈ। নিতে নব আকৰ্ষণ। পৰিতৃপ্ত হৈ গৈছিল অহল্যাৰ মন-প্ৰাণ।

কিন্তু বছৰৰ মূৰত বছৰবোৰ পাৰ হৈ যোৱাৰ লগে লগে সেই সকলো আকৰ্ষণ অহল্যাৰ ওচৰত যেন প্ৰাণহীন মাধুৰ্য্যহীন হৈ আহে। শেষৰ ফাললৈ দিনবোৰ যেন আৰু নেযায়-হুপুৰায় লগা হয়। যিবোৰ পুৰণি স্মৃতি প্ৰায় পাহৰি গৈছিল—অন্ততঃ পাহৰিবৰ চেষ্টা কৰি আহিছিল, লাহে লাহে সেইবোৰেই যেন এতিয়া অহল্যাৰ বেছিকৈ মনত পৰিবলৈ ধৰে।

তথাপি জেদ কৰিয়েই হওক বা অভিমান কৰিয়েই হওক, ইয়াৰ ভিতৰত অহল্যাই এদিনৰ বাবেও অসমলৈ ঘূৰি যোৱা নাই। ঠিক কৰিছে আৰু নাযায়ো। অন্ততঃ কলেজৰ পঢ়া সমাপ্ত নকৰালৈকে আৰু নাযায়। কিন্তু ·····

কিন্তু হঠাতে যেন সকলো খেলিমেলি হৈ যায়। বন্ধু-বান্ধৱীৰ আকৰ্ষণ, কলেজৰ আকৰ্ষণ, লক্ষ্ণৌৰ আকৰ্ষণ সকলো যেন আগতকৈ ম্লান হৈ পৰে অহল্যাৰ চকুত।

হঠাৎ অহল্যাৰ বৰকৈ মনত পৰি যায় অসমলৈ—নিজৰ আপোন ঘৰখনলৈ। লগতে মনত পৰে বহুদিন আগতে এৰি যোৱা এদিনৰ বন্ধু-বান্ধৱীলৈ—মনত পৰে জ্যোতিলৈ। কিবা এটা অসহায়, অজান বিষাদত অহল্যাৰ মনৰ পৃথিৱীখন ভৰি পৰে। অলপ-অলপকৈ চকু দুটাও যেন সেমেকি আহিব খোজে।

অসংযত, অসহায় অস্থিৰতাৰে খিৰিকীৰ ওচৰৰপৰা আঁতৰি আহি, উদ্দেশ্যহীনভাৱে কোঠাৰ মাজত ঘূৰি ফুৰে অহল্যা। চকুত পৰে টেবুলৰ ওপৰত সিচৰতি হৈ থকা কিতাপবোৰ—মুক্ত ওৱাৰ্ডৰবটোৰ মাজত ঠাকে ঠাকে সজাই থোৱা পোছাক-পৰিচ্ছদবোৰ—চকুত পৰে কোঠাৰ এচুকত পৰি থকা খালি ছুটকেছ কেইটা।

হঠাৎ এবাৰ অহল্যাই ঘূৰিবলৈ এৰে। কোঠাৰ মাজমানতে থমকি ৰৈ স্থিৰ দৃষ্টিৰে চুকৰ সেই ছুটকেছ কেইটালৈকে একেৰাহে চাই থাকে।



চিনেমাৰ পাচত ডিনাৰ পৰ্বও শেষ কৰি বেছ পলমকৈ কান্তা ঘূৰি আহে হোষ্টেললৈ। পোছাক পৰিবৰ্তন কৰি প্ৰথমেই যায় অহল্যাৰ কোঠালৈ।

'অহল্যা! আৰে, তুমি সেইবোৰ কি কৰিছা? হঠাৎ দেখোন কাপোৰ-কানি পেক্ কৰিবলৈকে আৰম্ভ কৰি দিলা? হ'ল কি?'

'একো নাই হোৱা কান্তা! ঘৰলৈ যাবলৈ ওলাইছোঁ। ইয়াত আৰু ভাল লগা নাই।'

'ভাল লগা নাই? কিন্তু ফাইনেল পৰীক্ষালৈ দেখো ডেৰ মাহো নাই! নিদিয়া নেকি?'

'বোধহয় ফাইনেল পৰীক্ষা আৰু দিয়া নহব।···আঁহা মোক অলপ হেল্প্ কৰি দিয়াহি কান্তা!'

'হেল্প্ বাৰু কৰিম, কিন্তু—কিন্তু ইমান বছৰ তুমিতো অসমলৈ যোৱা নাই! এইবাৰ সঁচাই ঘূৰি যাবা?'

ওঁঠত ক্ষীণ হাঁহিটো লৈ অহল্যাই উত্তৰ দিয়ে—'অঁ যাম, আৰু কাইলৈকে···'

কান্তাৰ বিস্ময়ৰ সীমা নেথাকে: 'ৰিয়েলি অহল্যা! তুমি সঁচাই বৰ 'হিউমিজিকেল্' most unpredictable. হঠাৎ যে কেতিয়া কোন মুহূৰ্তত কি কৰি পেলোৱা একো ঠিক নাই।'

কান্তাৰ কথাত আকৌ এবাৰ সামান্য হাঁহি একণ অহল্যাৰ ওঁঠত দেখা দিয়ে: 'সঁচাই কান্তা, সেয়ে হয়তো মোৰ জীৱনটোৱে আজিও উচিত গঢ় এটা লবলৈ নিশিকিলে। বাৰু এতিয়া আঁহা।'

···বৰ্ষণমুখৰ ক'লা ক'লা ডাৱৰৰ তলত নীলা আকাশখন প্ৰায় হেৰাই গৈছিল। দুৰ্যোগপূৰ্ণ দহোটা দিনৰ নেৰা-নেপেৰা বৰষুণৰ পাচত হঠাৎ যেন কিবা মন্ত্ৰ বলত আকাশখন একেবাৰে পৰিষ্কাৰ হৈ গৈছে।

পুৱাৰ মুক্ত নীলিমাত উজ্জ্বল ৰ'দ। কমোৱা তুলাৰ দৰে দুই-এচপৰা সৰু সৰু বগা ডাৱৰ সেই অসীম নীলাৰ সীমাহীন বুকুত উৰি ফুৰিছে।

মুকলি, ধুনীয়া পুৱাটোৰ দৰেই বহুদিনৰ মূৰত অহল্যাৰ মনটোও আজি নিৰ্মল আনন্দেৰে মুখৰ হৈ পৰিছে। প্ৰায় তিনি বছৰৰ মূৰত অহল্যা ঘূৰি আহিছে—ঘূৰি আহিছে অসমলৈ, নিজৰ সৰু চহৰখনলৈ।

বহুদিনৰ অদৰ্শনৰ মূৰত সকলোবোৰেই যেন অহল্যাৰ চকুত আজি নতুন নতুন লাগিছে। নতুন নতুন লাগিছে নিজৰ চিনাকি ঘৰখন; চহৰখন, আনকি

নিজকো। নিজৰ মনটোকেই নতুন নতুন যেন লাগিছে। মনৰ কোণত উদয় হৈছে নতুন ভাব—বঞ্চিত হৈ থকা ধুনীয়া কিবা এটা পুনঃ প্ৰাপ্তিৰ মধুৰ সম্ভাৱনাৰে যেন পূৰ্ণ হৈ উঠিছে তৃষ্ণাতুৰ বুকুখন।

পুৱাতেই গা-পা ধুই উঠি অহল্যাই পৰিষ্কাৰ, অতি সাধাৰণ এসাজ মেখেলা-চাদৰ পিন্ধি লৈছে। মেলা চুলি পিঠিত পেলাই, অলস, মন্থৰ গতিত ফুলনিৰ মাজত ঘূৰি ঘূৰি অহল্যাই মালীটোৰ কাম চোৱাৰ লগতে গল্পও কৰিছে।

মালী, আয়া, বাবুৰ্চি জাতীয় মানুহৰ লগত গল্প কৰা বিধৰ প্ৰভু-কন্যা অহল্যা নহয়। কিন্তু মনে-প্ৰাণে আজি অহল্যা আনন্দিত দেখি মালীৰ লগতো গল্প কৰিবলৈ বেয়া লগা নাই।

মালীৰ মুখতে অহল্যাই প্ৰথম শুনে চহৰৰ বুকুত হোৱা ৰাজনৈতিক আন্দোলনৰ কথা—অবিশ্ৰান্ত বৰষুণৰ ফলত বৰনৈত ঢল অহাৰ কথা—প্ৰচণ্ড বানপানীৰ কবলত ওচৰৰ বহুত গাওঁ-ভূঁই ডুবি যোৱাত হেজাৰ হেজাৰ ৰাইজৰ আলৈ-আথানি হোৱাৰ কথা।

মালীৰ কথাত খন্তেক আগতে ড্ৰইং ৰুমৰ টেবুলৰপৰা তুলি লোৱা বাতৰি কাগজখনৰ ছবিটোলৈ অহল্যাৰ মনত পৰি যায়।...পাৰ নেদেখা বিস্তীৰ্ণ জলৰাশিৰ তলত প্ৰায় ডুবি থকা গাওঁ এখনৰ ছবি আছিল সেইখন।

কিন্তু তেনে ধৰণৰ সাধাৰণ ছবি এখনে অহল্যাৰ মনত বিশেষ ভাবান্তৰ সৃষ্টি কৰাৰ কথা নহয়। তেনেকুৱা পৰিস্থিতিত, গাওঁ এখনৰ দুৰ্যোগ, বিপৰ্যয়ৰ গুৰুত্ব উপলব্ধি কৰাৰ প্ৰয়োজন অহল্যাৰ কোনোকালে হোৱা নাই। হয়তো তেনেবোৰ কথা ভাবিবলৈকে অহল্যাই শিকা নাই।

কিন্তু এতিয়া মালীৰ মুখত তাৰ কথা শুনি, বিশেষকৈ শৰণাৰ্থীৰ কথা, কেম্পৰ কথা শুনি সামান্য কৌতূহল ওপজে। লগে লগে মনৰ মাজত উদয় হয় দুই-এটা প্ৰশ্ন। হঠাৎ এবাৰ মালীৰ সমুখত থিয় দি সেই প্ৰশ্নই কৰি পেলায়—'তই কি কেম্পৰ কথা কলি মালী?'

'কিবা বোলে ৰিলিফ্ কেম্প আইদেউ! ইয়াৰে বৰনৈৰ পাৰত। সুখনে কৈছিল, ডুবি যোৱা গাওঁবোৰৰ মানুহবোৰক তালৈ ভলন্টিয়াৰসকলে নাৱেৰে লৈ আহিছে, আৰু তাৰপৰা ইয়াৰ চহৰৰ অ'ত-ত'ত আশ্ৰয়ৰ দিহা কৰি দিছে।'

'ভলন্টিয়াৰ! কি ভলন্টিয়াৰ? চৰকাৰৰ মানুহ...?'

'নহয় আইদেউ, চৰকাৰৰ কিয় হব? এই যুদ্ধৰ মাজত সেইবোৰ কৰিবলৈ আৰু চৰকাৰৰ সময় ক'ত? কৰিছে আমাৰ ইয়াৰে ল'ৰা-ডেকা সকলোৱে



মিলি। শান্তিসেনা নামে এটা ডাঙৰ দল হৈছে তেওঁলোকৰ।...সেই যে আইদেউ, আপুনি ইয়াত পঢ়োঁতে যে মাজে মাজে ইয়ালৈ আহিছিল, বাগিছালৈকো গৈছিল,...সেই জ্যোতিবোপা, তেওঁৰে দল...'

মনৰ কোণত প্ৰতি নিয়ন্ত যিটো নাম ধ্বনিত হৈ থাকে, বহু বছৰৰ আদৰ্শনতো যাৰ স্মৃতি অহল্যাৰ মনত অলপো ম্লান নহ'ল, যিজনক জোৰ কৰি পাহৰি থাকিবলৈ গৈয়ো অহল্যাই কব নোৱাৰাতে বুকুৰ উম দি আৰু বেছি আপোন কৰি পেলাইছে, সেইজনাৰে নামটো হঠাৎ মালীৰ মুখত শুনি, খন্তেকলৈ অহল্যা মৌন হৈ ৰয়

সময়ৰ বুকুত হেৰাই যোৱা বছৰোৰ পুৰণা স্মৃতি, আনন্দময় মুহূৰ্ত অহল্যাৰ মনৰ পটত ভীৰ কৰি দেখা দিয়েহি। শান্ত গাম্ভীৰ্য্যৰ মাজত অলপ-অলপকৈ সংযত হৈ অহা অতীতৰ অতি চঞ্চল মনটো আকৌ যেন নতুনকৈ চঞ্চল কৰি তোলে মালীৰ মুখত উচ্চাৰিত হোৱা সেই নামটোৱে।

অহল্যাৰ প্ৰবল ইচ্ছা হয় জানিবলৈ—বস্তুত কথা জানিবলৈ। অকল জ্যোতিৰে নহয়, তাৰ লগতে জানিবলৈ ইচ্ছা হয় জয়াৰ কথা, মাধবীৰ কথা, অণু-মুকুল-ৰাজেন-কৃষ্ণহঁতৰ কথা...

কিন্তু মালীয়ে ইমানবোৰ খবৰ দিব নোৱাৰে। তথাপি মালীৰ মুখৰ কথাৰপৰাই অহল্যাই ধাৰণা কৰি লব পাৰে, তেওঁ গুচি যোৱাৰ মাহদিয়েকৰ পিচতে জ্যোতি-মুকুল-গোহাঁইহঁতৰ প্ৰায় গোটেই দলেই গণ-আন্দোলনত সক্ৰিয়ভাৱে নামি পৰিছে।

গণ-আন্দোলনৰ মৰ্ম অহল্যাই সাধাৰণভাৱে জানে যদিও, তাৰ বিশদ কৰ্মপন্থা, লক্ষ্য আদি সম্বন্ধে জ্ঞান সীমাবদ্ধ।

'বাৰু মালী, তোৰ এই জ্যোতি বোপাহঁতেনো কি কৰিছে?'

বেছ বিজ্ঞৰ দৰেই মালীয়ে উত্তৰ দিয়ে—'এইবোৰ আপোনাৰ ডাঙৰ ডাঙৰ স্বৰাজৰ মিটিং পাতিছে, বক্তৃতা দিছে, এনে ধৰণৰ বানপানী বা আন বিপদ-আপদত মানুহক সহায়-সাহায্য কৰি ফুৰিছে। বৰ ভাল মানুহ আইদেউ, চহৰৰ সকলোৱে সেই কথাই কয়।'

'হয় নেকি? তই দেখিছোঁ বহুত কথাই জান মালী!'

কথাৰ লগে লগে অহল্যাই চিন্তিতভাৱে কিছু সময় ফুলনিৰ ইফালে সিফালে তহল দি ফুৰে। এবাৰ হঠাৎ আকৌ মালীৰ সমুখলৈ আহি কয়, 'মালী, সেই কেম্পটো ক'ত কব পাৰনে? ইয়াৰপৰা বহুত দূৰত নেকি?'

'দূৰত নহয় আইদেউ, সুখনে কৈছিল, সেই মাজদিয়া গাঁৱৰ পৰা যোৱা আলিৰ দাঁতিতে কেম্প। ৰেল-লাইন পাবই নেলাগে। বৰ বেছি ছয়-সাত মাইলৰ ভিতৰতে হব। সুখনে কৈছিল···'

'ৰহচোন, তোৰ সুখনটোনো কোন?'

'সুখন! কিয় আইদেউ, সেই যে বাজনা বজাই বজাই চহৰত ফেৰী কৰি ফুৰে। সিয়েই। বৰ ভাল মানুহ আইদেউ!'

'তোৰ মানত দেখিছোঁ সকলোৱেই বৰ ভাল মানুহ! সিয়েই কৈছিল হবলা, মাজদিয়া গাঁৱৰ পৰা যোৱা আলিৰ দাঁতিতে কেম্প?'

'হয়, সেই আলিৰ দাঁতিতে, বৰনৈৰ পাৰত।'

মন্থৰ গতিত আকৌ তহল দিবলৈ লয় অহল্যাই। মাজে মাজে দূৰৰ আকাশখনলৈ চাই চাই কিবা ভাবত বিভোৰ হৈ যায়। কিন্তু অলপ পিচতে হঠাৎ যেন অহল্যা সক্ৰিয় হৈ উঠে। মনতে কিবা এটা ঠিক কৰি বেগাবেগিকৈ খোজ লয় ঘৰৰ ভিতৰলৈ।

ওপৰলৈ উঠা ছিৰিৰ মুখত আয়াক দেখি তৎক্ষণাৎ হুকুম দিয়েঃ 'এই শুন, কিছেনলৈ গৈ বাবুৰ্চিক কʼগে, খুব ভালকৈ কফি কৰি মোৰ ডাঙৰ ফ্লাস্কটোত ভৰাই দিয়ে যেন। লগতে খোৱা-বস্তুও পেক্ কৰি দিবলৈ কবি। আৰু শুন, মোৰ গাড়ীখন ভালকৈ চাক্ চুক্ কৰি সাজু কৰি থবলৈ কবি। যা···'

আধাঘন্টাৰ পাচতে মেখেলা-চাদৰৰ ঠাইত জক্মকীয়া নতুন পোছাক-পৰিচ্ছেদেৰে নিজক ধুনীয়াকৈ সজাই লৈ অহল্যা ওলাই আহে।

পৰ্টিকʼৰ গাড়ী-বাৰাণ্ডাত গাড়ী সাজু হৈয়ে আছিল। গাড়ীত বহাৰ আগতে বাৰাণ্ডাৰ ৰেইলিঙৰ ওপৰত আঁৰি থোৱা শাৰী শাৰী আৰ্কিড ফুলৰ টাববোৰৰ মাজৰপৰা এথোপা ধুনীয়া ফুল ছিঙি খোপাত গুজি লৈ অহল্যাই গাড়ীৰ ওচৰত থিয় দি থকা ড্ৰাইভাৰটোক নিৰ্দেশ দিয়ে—'তই মোৰ লগত যাব নেলাগে।··· আয়া, মই ঘূৰি আহিহে লাঞ্চ খামহি।'

'ভাল আইদেউ!'

মালীয়ে কাম এৰি লৰি গৈ গেট খুলি দিয়ে আৰু প্ৰায় লগে লগেই অহল্যাৰ সৰু গাড়ীখন গেট পাৰ হৈ ৰাজআলিত উঠেগৈ।

গাঁৱৰ আলি। তাতে বৰ্তমান একপ্ৰকাৰ পৰিত্যক্ত। কাচিৎ কেতিয়াবা কাৰোবাৰ যত্নত তাৰ ওপৰত দুই-চাৰিটা শিলগুটি পৰিছিল যদিও যোৱা দুসপ্তাহৰ



ধাৰাষাৰ বৰষুণৰ ফলত সি নতুন মাটি দিয়া কেঁচা আলিতকৈয়ো জঘন্য হৈ উঠিছে।

কিন্তু সেইবোৰ বিচাৰ কৰাৰ সময় অহল্যাৰ নাই। আনন্দমুখৰ মনটোৰ গতিৰ লগত গাড়ীৰ গতিবেগে সামঞ্জস্য ৰাখিব পৰা নাই যদিও, আলিৰ বোকালৈ ভ্ৰূক্ষেপ নকৰি ক্ৰমাৎ অহল্যাৰ সৰু গাড়ীখন আগুৱাই গৈ থাকে।

আলিৰ দাঁতিৰ হোলা এটাত জাকৈ বাই থকা ছোৱালীজাকে জাকৈ মাৰিবলৈ এৰি পৰম কৌতুহলী দৃষ্টিৰে চাই ৰয় ওচৰেদি পাৰ হৈ যোৱা সৰু গাড়ীখনলৈ। চাই ৰয় ড্ৰাইভাৰৰ আসনত বহা আধুনিকা গাভৰুজনীলৈ। চহৰৰপৰা বেছি দূৰত নহয় যদিও এই পৰিত্যক্ত গাঁৱৰ আলিটোত এনেবোৰ দৃশ্য বিৰল। সেয়ে জাকৈয়া ছোৱালীহঁতৰ জানিবলৈ কৌতুহল হয়ঃ কোন নো এই গাভৰু? এইপিনেদি যায় কʼলৈ?

আলিৰ দাঁতিত গাওঁ-ভুঁই একেবাৰে নাই—বনাঞ্চল। ঠায়ে ঠায়ে আলিৰ দুয়ো দাঁতিয়ে বেছি হাবি। মুকলি ঠাই অহল্যাৰ চকুত নপৰেই। প্ৰায় পৰিত্যক্ত আলিৰ দুয়োটা দাঁতিত উবুৰি খাই পৰিছেহি ডাঠ ফুটুকানি হাবি।

একেৰাহে বহুত সময় অহাৰ পাচত অহল্যাই এবাৰলৈ গাড়ীখন এঠাইত ৰাখেহি। নিৰ্জন পৰিত্যক্ত ঠাইডোখৰৰ চৌদিশে এবাৰ চকু ফুৰাই লয়। কিন্তু ইয়াৰ মাজত কʼতো কোনোফালে শৰণাৰ্থী কেম্পৰ ক্ষুদ্ৰতম অস্তিত্বকণো অহল্যাৰ চকুত নপৰে। অথচ মনতে ধাৰণা হয়, ইয়াৰ ভিতৰত নিঃসন্দেহে তেওঁ ছয়-সাত মাইল পথ কেতিয়াবাই অতিক্ৰম কৰি আহিছে। মালীয়ে ভুল খবৰ দিয়া নাইতো?

মনৰ কোণত দেখা দিয়া ক্ষণিকৰ অসন্তুষ্টিকণক অহল্যাই কিন্তু আজি প্ৰশ্ৰয় নিদিয়ে। মনত বল বান্ধি নতুন উদ্যমেৰে আকৌ গাড়ী চলাই নিয়ে। কিন্তু অলপ পাচতে সমুখৰ কেঁকুৰি এটা ঘূৰি কিছুদূৰ যোৱাৰ পাচতে আকস্মিকভাৱে অহল্যাৰ সকলো উদ্যম হেৰাই যায়। আলিৰ মাজত জিলমিলকৈ থকা সৰু এডোঙা পানীয়ে ঢাকি থোৱা দʼ গাঁত এটাত গাড়ীৰ পাচ চকাটো হঠাৎ সোমাই ধৰে।

বহু সময় ধৰি গাঁতপৰা চকা উলিয়াবলৈ সকলো ৰকমে চেষ্টা কৰে অহল্যাই। ৰেচ্ দিওঁতে গাড়ীৰ ইঞ্জিন জুই যেন তপত হৈ উঠে। তাতে একে ঠাইতে চকাটো ঘূৰি ঘূৰি ঠাইডোখৰ বোকা-পানীৰে একাকাৰ হৈ যায়; তথাপি গাঁতৰ-পৰা চকা একোপধ্যেই আৰু নুঠে।

অহল্যাৰ সকলো চেষ্টা বিফল হয়। গাড়ীৰ ইঞ্জিনো আপোনা-আপুনি বন্ধ হৈ যায়। নিজৰ অসহায় অৱস্থাটো এইবাৰ অহল্যাই উপলব্ধি কৰে। ওচৰে-পাঁজৰে সাহায্য বিচাৰিবলৈকো ক'তো জন-প্ৰাণী এটা চকুত নপৰে। উপস্থিত পৰিস্থিতিত কি কৰিব কি নকৰিব একো ঠিক কৰিব নোৱাৰি খং-বিৰক্তিত কিছু সময় চুপচাপ গাড়ীতে বহি থাকে অহল্যা।

জন-প্ৰাণীহীন সেই নিৰ্জন পৰিবেশত ঠিক কিমান সময় তেনেভাৱে বহি আছিল অহল্যাৰ তাৰ কোনো ধাৰণা নাই। কিন্তু হঠাৎ এবাৰ আলিৰ সমুখলৈ চকু যোৱাত অহল্যাই সম্বিৎ ঘূৰাই পালে।

দেখে, পঞ্চাশ গজমান আগত, ফুটুকানি হাবিৰ মাজৰপৰা মানুহ এটা ওলাই আলিত ভৰি দিছেহি। মুহূৰ্ততে অহল্যা সচেতন হৈ উঠে। সময় নষ্ট নকৰি লৰালৰিকৈ গাড়ীৰপৰা নামি চিঞৰি উঠে ঃ 'হেৰি শুনকচোন···'

শব্দটো লক্ষ্য কৰি মানুহজনে ঘূৰি চায়। তাৰ পাচত লাহে লাহে আগবাঢ়ি আহি অহল্যাৰ ওচৰত ৰয়হি। অহল্যাই কিন্তু থিতাতে মুখেৰে মাতিব নোৱাৰে। অপৰিসীম বিস্ময়ত চাই ৰয় তেওঁৰ মুখলৈ। একালৰ কলেজৰ বন্ধু-বান্ধৱী দলৰ মাজত দেখা গগন গোহাঁই, আৰু এই মুহূৰ্তত সমুখত থিয় দিয়া গগন গোহাঁইৰ মাজত যেন আকাশ-পাতাল পাৰ্থক্য। গোহাঁইৰ পোছাকটোও বিচিত্ৰ।···আঁঠুলৈকে কোঁচাই লোৱা লংপেণ্ট। গাঠলু গাটোত এটা চেণ্ড গেঞ্জি। ভৰিত বোকাই-পানীয়ে মলিয়ন হৈ উঠা এযোৰ কেন্‌ভাছৰ জোতা।

'আ-আপুনি!' আবেগেৰে অহল্যাই সোধে।

'হয়, ময়েই···'

বিস্ময়-বৰ্জিত নিৰ্বিকাৰ উত্তৰ। গোহাঁয়ে যেন কোনো কথাত, কোনো পৰিস্থিতিত কোনো ধৰণৰ বিস্ময় কেতিয়াও প্ৰকাশ কৰি পোৱা নাই। সকলো অদ্ভুত, অকল্পনীয় পৰিবেশৰ কাৰণে প্ৰতি মুহূৰ্তেই যেন সাজু—তেনে এটা ভাবেই তেওঁৰ মুখত প্ৰতিফলিত হৈ থাকে।

এবাৰ অহল্যা আৰু আনবাৰ গাড়ীখনৰ ওপৰত চকু ফুৰাই গোহাঁয়ে নিৰ্বোধৰ দৰেই সামান্য হাঁহি প্ৰশ্ন কৰে -'গাড়ীখন হবপায় বোকাত লাগি ধৰিলে?'

'হয়···কিন্তু আপুনি এই হাবিৰ মাজৰপৰা হঠাৎ এনেকৈ··· ?'

'এৰা, গাড়ীৰ শব্দ শুনিয়েই ওলাই আহিছিলোঁ; কিন্তু আপোনাকো যে হঠাতে ইয়াত···'



'মোৰ কথা বাদ দিয়ক···কিন্তু এই হাবিত আপুনি কি কৰিবলৈ আহিছিল' ?

বিস্ময় অহল্যাৰ নেকাটে। একপক্ষীয় প্ৰশ্নটোৰ বিসঙ্গতিও হয়তো অহল্যাৰ মনত নেখেলায়। গোহাঁয়ে ধৰিব পাৰে যদিও প্ৰতি-প্ৰশ্ন নকৰি সামান্য হাঁহি উত্তৰ দিয়ে—'চহৰৰ কলেজ-তলেজতো কেতিয়াবাই শেষ হ'ল! তেতিয়া বৰ বেছি এইবোৰলৈ নাহিছিলোঁ যদিও, এতিয়া মাজে মাজে এনেবোৰ ঠাইলৈ আহিব লগাত পৰে।···জ্যোতিয়েই জোৰ কৰি লৈ আনে···।'

'কোনে?' চক্ খাই উঠাৰ দৰেই অহল্যাৰ মুখৰপৰা অস্ফুট প্ৰশ্নটো ওলাই আহে।

গোহাঁয়ে শুনে, অহল্যাৰ মনৰ অৱস্থা তেওঁ বুজে; কিন্তু বুজিও নুবুজাৰ ভাও ধৰি আগৰ কথাৰ গুৰি ধৰি কৈ যায়—'আলিৰপৰা গোটেইখন হাবি যেন লাগিলেও আচলতে সৌ ফুটুকানিৰ সিদাঁতিলৈ অলপ মুকলি ঠায়ো আছে। পাছে আপোনাৰ গাড়ী···। এটা কাম কৰক; আপুনি আকৌ গাড়ীত 'ষ্টাৰ্ট' দিয়ক, মই পাচফালৰপৰা ঠেলিম।'

গাঁতৰপৰা গাড়ী তোলাতকৈয়ো, এই মুহূৰ্তত মনত উদয় হোৱা প্ৰশ্নবোৰৰ উত্তৰ পাবলৈহে অহল্যা বেছি উদগ্ৰীৱ হৈ উঠিছিল। কিন্তু নিৰ্বোধ, বেৰসিক গোহাঁয়ে তাৰ সুবিধা নিদিয়াত বাধ্য হৈ অহল্যা আকৌ গাড়ীত উঠেগৈ।

কিন্তু দুয়োৰে যুগ্ম-প্ৰচেষ্টায়ো একো কাম নিদিয়ে; বৰঞ্চ পাচফালৰ চকাই কোবোৱা বোকা-পানীৰ ফুলজাৰিৰ কোবত গোহাঁইৰ বিচিত্ৰ পোছাক আৰু বেছি চিত্ৰ-বিচিত্ৰ হৈ উঠে। তথাপি গোহাঁইৰ মুখত কোনো ভাবান্তৰ নাই। নাকে-মুখে লগা বোকা-পানী মচি মচি নিৰ্বিকাৰভাবে তেওঁ প্ৰস্তাৱ কৰে—'নাই, এনেকৈ নহব বুজিছে! খন্তেক ৰব, মই ল'ৰা দুজনমান মাতি আনিছোঁ।'

অহল্যাক আৰু কোনো প্ৰশ্ন কৰিবলৈ অৱসৰ নিদি গোহাঁয়ে তৎক্ষণাৎ ঘূৰি লৈ বোকা-পানীৰ ওপৰেদি ভৰি চলাই খন্তেকতে ফুটুকানিৰ মাজত আঁৰ হৈ গ'ল।

প্ৰশ্ন কৰিবলৈ সময় নেপালে যদিও অহল্যা হতাশ নহয়। গোহাঁইৰ মুখৰ দুই-এটা কথাৰ মাজেৰেই অহল্যাই যেন বহুবোৰ প্ৰশ্নৰ উত্তৰ পাই যায়। ···শৰণাৰ্থীৰ কেম্প, ভলণ্টিয়াৰৰ দল, জ্যোতি, সকলো যে অহল্যাৰ নিচেই ওচৰতে, তাকো বুজিব পাৰে।

খন্তেক আগৰ অসহায়, আশাহত মনটো কিবা এটা অনামিকা, স্বপ্নৰঞ্জিত মধুৰ হেঁপাহৰ পূৰ্ণ প্ৰাপ্তিৰ সম্ভাৱনাই যেন অহল্যাক চঞ্চল কৰি তোলে। গাড়ীত নিষ্ক্ৰিয় হৈ বহি থকা আৰু সম্ভৱ নহয়। তৎক্ষণাৎ গাড়ীৰপৰা নামি গোহাঁই

সোমাই যোৱা ফুটুকানিডবাৰ ওচৰ পায়গৈ। চকুত পৰে, অলপ আঁতৰতে ফুটুকানিৰ মাজত সৰু এডৰা মুকলি ঠাই। তাৰ গাতে লগাকৈ নৈৰ অস্থায়ী ঘাট। ফেনে-ফোটোকাৰে ভয়াবহ ৰূপ লোৱা বৰনৈৰ বুকুত উটি গৈছে কাঠ-বাঁহৰ লগত অসংখ্য পানী-মেটেকা।

মুকলি ঠাইৰ এদাঁতিয়ে খেৰ-বাঁহৰ সৰু অস্থায়ী এখন চালি। তাৰ তলত ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ীৰ ক্ষুদ্ৰ এটা শৰণাৰ্থীৰ দল। আন দাঁতিত বৰগছডালৰ তলতে সাজি লোৱা বাঁহৰ সৰু চাং এখনৰ ওপৰত বৰ এদম পুৰণা চোলা-কাপোৰ লৈ ব্যস্ত হৈ আছে গোহাঁইৰ লগৰ এগৰাকী তৰুণ কৰ্মী।

···তিনি বছৰৰ ভিতৰতে বেশে-পৰিবেশে বহুত পৰিবৰ্তন হৈ যোৱা সেই বিশেষ কৰ্মীগৰাকীক চিনিবলৈ অহল্যাৰ কিন্তু এটা মুহূৰ্তও নেলাগে। যদিও অহল্যাৰ ফালে পিঠি দি থকাত মুখখন দৃষ্টিৰ বাহিৰত আছিল, তথাপি অহল্যাই বুজে, সেইয়া জ্যোতিৰ বাহিৰে আন কোনো নহয়—কোনো হব নোৱাৰে।

আন্তৰিক আগ্ৰহ আৰু উৎসাহত উগুল-থুগুল মানসিক অস্থিৰতা লৈয়ে অহল্যাও গোহাঁইৰ পাচে পাচে বেগাবেগীকৈ আগবাঢ়ে ফুটুকানিৰ মাজেৰে যোৱা সৰু আলিটোৰে।

···নিজৰ কাম লৈ মগ্ন হৈ থকা জ্যোতিয়ে অৱশ্যে একো গমেই নেপায়। চকামকাকৈ গোহাঁইক ওচৰত দেখি ভালকৈ নোচোৱাকৈয়ে বিৰক্তিৰে কৈ উঠে—'তইনো ক'ত ঘূৰি ফুৰ অ'? তৃতীয় বেচ্চটো আহি পায়হে লাগে। সিহঁতৰ কাৰণে সকলো ব্যৱস্থা কৰিবলৈ ল'ৰাহঁতক লগাই নিদিয় কিয়?'

জ্যোতিৰ কথাত নিৰ্বিকাৰ হৈয়ে গোহাঁয়ে উত্তৰ দিয়ে—'সেইবোৰ তই চিন্তা নকৰিবি। যাক য'ত লগাব লাগে, যি যি কৰিব লাগে সকলো ঠিক কৰি থৈছোঁ। ··পাছে গাড়ীখন ঠেলিবলৈ কোন কেইটাক পঠিয়াওঁ তাকেহে ঠিক কৰিব পৰা নাই।'

'গাড়ী ঠেলিবলৈ?'

'এৰা গাড়ী। তাতে আকৌ বেবী-গাড়ী···বোকাততো লাগিবই।'

গোহাঁইৰ কথা একো বুজিব নোৱাৰি জ্যোতি আৰু বিৰক্ত হৈ উঠে: 'কাৰ নুৰ গাইছ এইখন? কাৰ বেবী গাড়ী?'

গোহাঁয়ে মুখেৰে উত্তৰ নিদিয়ে, আনকি পাচফালেও ঘূৰি নেচায়। চকুৰ পাকেৰেই পাচফালে চাবলৈ ইঙ্গিত দিয়ে জ্যোতিক।

জ্যোতিয়ে তৎক্ষণাৎ ঘূৰি চায়। কিন্তু চোৱাৰ লগে লগে জ্যোতিৰ বুকুখন



হঠাৎ চক্‌কৈ উঠে। মাত্ৰ পাঁচহাত আঁতৰত অহল্যা থিয় দি আছে। ওঁঠত ক্ষীণ হাঁহিটো। চকুৰ গভীৰত অদমনীয় আনন্দৰ বিমূৰ্ত উজ্জলতা।···অহল্যাৰ পৰিবৰ্তন জ্যোতিৰ চকুত পৰে। তিনি বছৰৰ আগৰ সেই দাম্ভিকা, গৰ্বিতা কিশোৰীজনী, হঠাৎ এই মুহূৰ্তত যেন পূৰ্ণ-প্ৰস্ফুটিত সৰসিজ হৈ জ্যোতিৰ মনৰ সৰোবৰত আলোড়ন সৃষ্টি কৰিবলৈকে উদয় হৈছেহি। জ্যোতিয়ে অনুভৱ কৰে, অহল্যাৰ চকুৰ নীৰৱ আহ্বান ধ্বনি আচম্বিতে যেন প্ৰতিধ্বনিত হবলৈ আৰম্ভ কৰিছে জ্যোতিৰ বুকুত। জ্যোতিয়ে চক্ খাই উঠে।

···জীৱনৰ বহুত ৰঙীন স্বপ্ন চূৰ্ণ-বিচূৰ্ণ কৰি অহল্যা এদিন জ্যোতিৰ জীৱনৰ-পৰা আঁতৰি গৈছিল। অপৰিসীম বেদনাৰে ভৰা; তেওঁৰ আশাহত মনটো বহুদিন ছটফট কৰি লাহে লাহে শান্ত হৈ আহিছিল। চেষ্টা কৰিছিল অহল্যাক পাহৰি যাব, একেবাৰে পাহৰি যাব। লগে লগে দায়িত্বও আহিছিল। কলেজ শেষৰ ডঙুৰা জীৱনটোৰ সমাপ্তি ঘটাই ঘৰুৱা প্ৰয়োজনত গাওঁৰ ঘৰৰপৰা চহৰৰ সৰু ঘৰটোলৈ লৈ আনিছিল পঙ্গু মাকক, ন-গাভৰু ভনীয়েক আইমণিক, কিশোৰ ভায়েক অৰুণক। আৰ্থিক সঙ্গতিৰ কাৰণে অৱশ্যে খুব বেছি চিন্তা কৰিবলগীয়া নাছিল···।

তাৰ পাচত দুঃস্বপ্নৰ মাজেদিয়েই আশাহত, বেদনাভৰা দিনকেইটাৰ অন্তত জ্যোতিয়ে বিচাৰি পাইছিল জীৱনৰ নতুন লক্ষ্যপথ। এজন-দুজনকৈ জ্যোতিৰ সেই লক্ষ্যপথৰ নতুন সহযাত্ৰী হৈ উঠিল তেওঁৰে বন্ধু-বান্ধৱীৰ দল। মুকুল, গোহাঁই, কৃষ্ণ, জয়া, মাধৱী, আইমণি, বীৰু, অৰুণ—কোনোৱেই বাদ নপৰিল। কিন্তু লাহে লাহে বেলেগ হৈ গ'ল জ্যোতিৰ লগত তেওঁলোকৰ বেছি ভাগৰে কৰ্মপন্থা।

সমগ্ৰ দেশ তথা বিশ্বৰ ৰাজনৈতিক পৰিস্থিতি ক্ৰমাৎ উগ্ৰৰপৰা উগ্ৰতৰ হৈ অহাৰ লগে লগে তেওঁলোকৰ কৰ্মপন্থাও ক্ৰমাৎ স্বকীয়া হৈ গ'ল যদিও জ্যোতিয়ে তেওঁলোকক বাধা নিদিলে। নিজে অচল-অতল হৈ ৰ'ল মানৱতাৰ সেৱাধৰ্মত। জ্যোতিৰ প্ৰতি তেওঁলোক সকলোৰে মৰম-শ্ৰদ্ধা-বন্ধুত্ব অৱশ্যে অটুট-অক্ষুণ্ণ হৈ ৰ'ল।

তাৰ পৰিপ্ৰেক্ষিততেই হয়তো এই কেইদিন গোহাঁইহঁত জ্যোতিৰ লগত ব্যস্ত হৈ আছেহি বৰনৈৰ পাৰত। এই ব্যস্ততাৰ মাজত হঠাতে যেন ধুমকেতুৰ দৰেই জ্যোতিৰ সমুখত উদয় হৈছেহি অহল্যা—ৰঙে-ৰূপে-ৰসে গৰবিণী অহল্যা।

অলপ দূৰৰ চালিৰ তলৰ অৰ্ধনগ্ন, অনাহাৰক্লিষ্ট মানুহবোৰৰ ওপৰত এবাৰ চকু

ঘুৰাই জ্যোতিয়ে আকৌ এবাৰ অহল্যালৈ চায়—ভৰিবপৰা বিলাসী খোপাৰ ফুলপাহলৈকে একো বাদ নিদিয়ে। জ্যোতিৰ কৰ্তব্যনিষ্ঠা, অকুণ্ঠ সেৱাৰ লগতে সমগ্ৰ পৰিবেশটোৰ প্ৰতিয়েই যেন এটা নিষ্ঠুৰ বিদ্ৰূপ হৈ উপস্থিত হৈছেহি অহল্যা।

কিয় কব নোৱাৰে, জ্যোতিৰ মনৰ স্বাভাৱিক কোমলতা হঠাৎ ৰূপান্তৰিত হৈ যায় প্ৰচণ্ড ক্ৰোধলৈ। উচাৎ মাৰি ঘূৰি লৈ আকৌ কামত মনোযোগ দি গোহাঁইক উদ্দেশ্য কৰি কৈ উঠে—'গোহাঁই, ইয়াত চাৰ্কাছ হৈছেনে ভাওনা হৈছে যে চখ্ কৰি গাড়ী দৌৰাই তাকে চাবলৈ আহিছে?'

গোহাঁই ভদ্ৰলোক। মনৰ কৌতূহল দমাই ইমান সময়ে এটা মুহূৰ্তও অহল্যা বা জ্যোতিৰ ফালে চোৱা নাই। এতিয়াও নোচোৱাকৈয়ে জ্যোতিৰ বক্তব্যৰ উত্তৰত অস্পষ্টভাবে অভিযোগ কৰে—'মোক আকৌ শিখণ্ডী কৰিছ কিয়? সেই কথা তয়ে সুধি চা...।'

'তাৰ প্ৰয়োজন নাই। যা কৈ দে, কাকো সহয় কৰাৰ অৱসৰ আমাৰ এতিয়া নাই।'

জ্যোতিৰ নিষ্ঠুৰতাত বিবৰ্ণ হৈ গ'ল অহল্যাৰ মুখখন। বহুত আশা, বহুত হেঁপাহ লৈ অহা মনটো বেদনাত ক'লা পৰি গ'ল। কিন্তু লাহে লাহে অতীতৰ দিনবোৰৰ দৰেই অহল্যা কঠোৰ হৈ পৰে। জ্যোতিৰ পিঠিখনলৈকে চাই বিদ্ৰূপভৰা মাতেৰে কয়—'অৱসৰ কেতিয়া হব জানিব পাৰোঁনে?'

হাতত তুলি লোৱা চোলাটো আচাৰ মাৰি দলিয়াই পেলাই জ্যোতিয়ে আকৌ উচাৎ মাৰি অহল্যাৰ ফালে ঘূৰি চাই দুখোজ আগুৱাই আহে। স্থিৰ দৃষ্টিৰে খন্তেক অহল্যাৰ চকুলৈ চাই ৰয়। অহল্যাৰ দীপ্ত চকু দুটাও জ্যোতিৰ মুখৰ ওপৰত নিবদ্ধ।

'কি চাবলৈ আহিছিলা ইয়াত? সৌ হতভগীয়া মানুহবোৰক? চিৰ-জীৱনৰ সঞ্চিত সকলো সম্পদ বানপানীৰ গৰাহত হেৰুৱাই মাথো জীয়াই থাকিবলৈ চেষ্টা কৰা এই করুণ দৃশ্য তুমি চখ্ কৰি গাড়ী দৌৰাই চাবলৈ আহিছা?'

'তুমি কেনেকৈ জানিলা মই কিয় আহিছোঁ?'

'চোৱাঁ, ইয়াত কেৱল দুবিধ মানুহৰ স্থান আছে। এবিধ আমি, আনবিধ সৌ সৰ্বহাৰা শৰণাৰ্থীৰ দল। ইয়াৰ মাজত দৰ্শকৰ স্থান নাই।'

'দৰ্শক?'

'তুমি দৰ্শক নহয়? তেন্তে বেছ, ভাল কথা, ভৰিৰ সেই 'হাইহিল্' দলিয়াই দি সৌ অথৰ্ব বুঢ়াটোক—আসন্ন মাতৃত্বৰ ভাৰ বহন কৰিব নোৱাৰা সেই দুৰ্ভগীয়া ছোৱালীজনীক তোমাৰ গাড়ীত তুলি টাউনৰ কেম্পলৈ লৈ যোৱাঁ। পাৰিবা?'

'এয়া তোমাৰ হুকুম নেকি?'

'ধৰি লোৱা, সেয়ে।'

'পাহৰি নেযাবা, মই তোমাৰ আজ্ঞাবাহী ভলন্টিয়াৰ নহয়।'

'জানো, কিন্তু তুমিও পাহৰি নেযাবা, এই মুহূৰ্তত তুমি বা তোমাৰ চখৰ গাড়ীতকৈ সৌ মানুহবোৰৰ জীৱনৰ মূল্য আমাৰ ওচৰত বহুত বেছি।'

জ্যোতিৰ কথাত খন্তেক কঠোৰ দৃষ্টিৰে অহল্যাই চাই থাকে তেওঁৰ মুখলৈ।

'তাৰ মানে তুমি মোক সাহায্য নকৰা?'

জ্যোতিয়ে কোনো উত্তৰ নিদিয়ে। লাহে লাহে ঘূৰি আহে নিজৰ কামলৈ। অলপ সময় মৌন হৈ থাকি শেষত অহল্যালৈ নোচোৱাকৈ সামান্য ঠাট্টাৰ সুৰত কৈ যায়—'আমি জানো, আলসুৱা শৰীৰটোৰ তেনেকৈ থিয় দি থাকিবলৈ নিশ্চয় বৰ কষ্ট হৈছে।...যোৱাঁ, গাড়ীত বহি থাকাগৈ। আমাৰ অৱশৰ হলে বা ইচ্ছা গলে সাহায্যৰ কথা ভাবি চাম।'

মুখেৰে অহল্যাক তেনে নিৰ্মমভাবে প্ৰহাৰ কৰিলেও পিচ মুহূৰ্ততে জ্যোতিয়ে তেওঁৰ ওচৰত থিয় দি থকা গোহাঁইলৈ চাই ইঙ্গিতেৰে কয়, 'যা, কেইটামানক লৈ যা, ময়ো গৈছোঁ...।'

অহল্যাই জানে, জ্যোতিয়ে সাহায্য কৰিবই। তথাপি গোহাঁয়ে ল'ৰাকেইজন-মান গোটাই-মেলি লৈ আলিৰ ফালে যোৱা দেখিও অহল্যাৰ মুখৰ কঠোৰতা অলপো নকমে। একে ঠাইতে থিয় দি কোনোফালে ভ্ৰূক্ষেপ নকৰি মাথো চাই থাকে জ্যোতিৰ পিঠিখনলৈ। চকুৰ দৃষ্টিত খং, অভিমানৰ জলন্ত প্ৰকাশ।

সেই অনুপাতে জ্যোতিয়ে কিন্তু মনৰ কঠোৰতা বজাই ৰাখিব নোৱাৰে। অহল্যাক একো কবও নোৱাৰে। হাতৰ কাম এৰি নিঃশব্দে মাথো চাই ৰয় সন্মুখৰ বিশাল বৰনৈৰ পাৰ নেদেখা দূৰ দিগন্তলৈ।

ঠিক কিমান সময় দুয়ো নিৰ্বাক হৈ তেনেদৰে থিয় দি থাকে তাক হয়তো এজনেও কব নোৱাৰে। কিন্তু শেষত এবাৰ জ্যোতিয়েই যেন হঠাৎ সম্বিৎ ঘূৰাই পায়। ক্ষিপ্ৰতাৰে ঘূৰি লৈ অহল্যাৰ গাৰ নিচেই কাষেদিয়েই পাৰ হৈ আলিৰ ফালে খোজ লয়। জ্যোতিৰ প্ৰতিটো পদক্ষেপ অনুসৰণ কৰে অহল্যাৰ নিৰ্বাক, তীব্ৰ চকু দুটাই।

জ্যোতি আঁৰ হৈ যোৱাৰ পাচতো অহল্যা একে ঠাইতে থিয় দি ৰয় বহুত সময়। পাচত লাহে লাহে চকু ঘূৰাই চায় অলপ দূৰতে থকা অস্থায়ী চালীখনৰ তললৈ। দেখে, ভলন্টিয়াৰ আৰু শৰণাৰ্থীবোৰৰ মাজত সেই অথৰ্ব বুঢ়া মানুহটোক—দেখে নিজৰ সমবয়সীয়া সেই হতভগীয়া ছোৱালীজনীক। তাইৰ দুৰ্বল, ক্ষীণ দেহাটোৱে আসন্ন মাতৃত্বৰ গুৰুভাৰ যেন বহন কৰিব নোৱাৰা হৈ উঠিছে। দুৰ্বল হাত দুখনেৰে, গাৰ শতছিন্ন চাদৰখনেৰে কোনো ৰকমে গাটো আবুৰৰ মাজত ৰাখিবৰ চেষ্টা কৰিছে, অথচ ৰাখিব পৰা নাই। শেঁতা মুখখনত যেন কোনো অনুভূতি নাই, আনন্দ নাই —ভৰি আছে মাথো অনন্ত হতাশা।

অহল্যাই উপলব্ধি কৰে, হয়তো দহ-পোন্ধৰ দিনৰ আগতেও এই ছোৱালীজনীৰ মুখত হাঁহি আছিল—আনন্দ আছিল। অনাড়ম্বৰ স্বাভাৱিক গাৱঁলীয়া জীৱনত, এজনী বোৱাৰীৰ মুখৰ অনাবিল জীৱনৰ কল-কাকলিও শুনা গৈছিল। আজি কিন্তু তাইৰ একো নাই। কোনোবা অশুভ মুহূৰ্তত সেই সকলোবোৰেই যেন আচম্বিতে স্তব্ধ হৈ গৈছে।

হঠাৎ অহল্যাৰ মনটো তাইৰ প্ৰতি অপৰিসীম মমতাৰে, সহানুভূতিৰে ভৰি যায়। এই মুহূৰ্ততে ছোৱালীজনীৰ কাৰণে কিবা এটা কৰিবলৈ দুৰ্বাৰ আগ্ৰহ হয়। বৰ হেঁপাহ হয় ছোৱালীজনীক, বুঢ়াটোক আৰু যাকে পাবে তাকে গাড়ীত তুলি তেতিয়াই যেন চহৰলৈ লৈ যাব। অহল্যাই কবই নোৱাৰে কেতিয়া যে তেওঁৰ মনটোৱে ভৰি দুখন চালীৰ ফালে টানি লৈ যায়।

কিন্তু অলপ গৈয়ে হঠাৎ অহল্যা থমকি ৰৈ পৰে। অন্তৰৰ তাগিদাত যিটো কৰিবলৈ গৈছে তাক কৰা মানেইতো পৰোক্ষভাৱে জ্যোতিৰ হুকুমেই তামিল কৰা! অন্ততঃ জ্যোতিয়ে হয়তো তাকেই ভাবি লব। নাই, সেইটো হবলৈ অহল্যাই কেতিয়াও দিব নোৱাৰে।

মনৰ ইচ্ছা, আগ্ৰহ মনতে মাৰ যায়। অহল্যা আকৌ ঘূৰি আহে। কোমল হৈ পৰা মনটো জ্যোতিৰ কাৰণেই বাধাপ্ৰাপ্ত হোৱাত জ্যোতিৰ ওপৰত খংটো চৰি যায়; আৰু প্ৰতি খোজতে তাকেই প্ৰকাশ কৰি অহল্যা পুনৰ আলিৰ ফালে বেগাবেগিকৈ আগবাঢ়ে।

স্বাভাৱিক হৈ-হাল্লা কৰি গোহাঁইৰ দলে গাঁতৰপৰা গাড়ীখনৰ চকাটো উলিয়াই আনে। জ্যোতিয়ে এহাতে গাড়ীৰ ষ্টিয়াৰিং ঘূৰায় আনহাতেৰে ঠেলি ঠেলি অহল্যা থিয় হোৱা ঠাইলৈকে গাড়ীখন চলাই আনি ৰাখেহি। গোহাঁয়ে ল'ৰাহঁতৰ পিঠিত থপৰিয়াই চিঞৰি উঠে: 'চাব্বাছ ল'ৰাহঁত; এইবাৰ ব'লা।'



তাৰ পিচত অনুচ্চ স্বৰে যোগ দিয়ে—'নাও ক্লিয়াৰ অফ্ দি ষ্টেজ।' কৈ কৈ ৰজত, শৈল আৰু যাদৱক লগত লৈ গোহাঁই অহা বাটেৰেই উভতি যায় আৰু ক্ষন্তেকতে ফুটুকানিৰ মাজত অদৃশ্য হৈ পৰে।...গাড়ীৰ দুৱাৰত আঁউজি এইবাৰ জ্যোতিয়ে অহল্যাৰ মুখলৈ চায়। অহল্যায়ো চায় জ্যোতিৰ মুখলৈ। কিন্তু কাৰো ওঁঠ ফুটি কোনো কথা নোলায়। সেই স্তব্ধ নীৰৱতাৰ মাজত জ্যোতিয়ে এবাৰ গাৰ পাচফালে হাত নি, ড্ৰাইভাৰৰ আসনৰ দুৱাৰখন সামান্য খুলি অহল্যাক উঠিবলৈ ইঙ্গিত কৰে। তাৰ পাচত দুৱাৰৰ ওচৰৰপৰা সামান্য আঁতৰি, দুৱাৰখন খুলিবলৈ গৈ গাড়ীৰ ভিতৰলৈ চকু যোৱাত চক্ খাই ৰৈ পৰে।

ছিটৰ ওপৰত সজাই থোৱা মূল্যবান পুৰণা ফ্লাস্কটো, ষ্টেইন্‌লেছ ষ্টীলৰ সৰু টিফিন বাকচটো জ্যোতিৰ অতি চিনাকি। সেই দুয়োটা নিষ্প্ৰাণ, নিৰ্জীৱ বস্তুৰ লগত জড়িত হৈ আছে জ্যোতিৰ—অহল্যাৰ প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰা বহুতো পুৰণা মধুৰ স্মৃতি।

মুহূৰ্তলৈ জ্যোতিৰ বুকুখন তোলপাৰ কৰি উঠে। মন্ত্ৰমুগ্ধৰ দৰেই খন্তেক সময় জ্যোতিয়ে চাই ৰয় শব্দহীন মুখৰতাৰে ভৰি উঠা নিষ্প্ৰাণ বস্তু দুটা। জ্যোতিৰ দৰে অহল্যাৰো তন্ময় চকুৰ দৃষ্টি তাৰ ওপৰত নিবদ্ধ হৈ থাকে। তাৰ পাচত দুয়ো প্ৰায় একেলগেই চকু তুলি চায় ইজনে সিজনৰ মুখলৈ। হেৰাই যোৱা অতীতৰ সংখ্যাতীত মধুৰ মুহূৰ্তবোৰ দুয়োৰে অন্তৰত সজীৱ হৈ উঠে, যদিও কাৰো মুখ ফুটি এটা সৰু শব্দও নোলায়।

অলপ পাচতে কিন্তু হেঁপাহ, মৰম আৰু মধুৰতাৰে ভৰা স্বপ্নৰাঙলী অতীতৰ এৰি অহা বাটেৰে নতুনকৈ পূৰ্ণ গতিত চেকুৰিব খোজা মন-ৰূপী ঘোঁৰাটোৰ লেকামডাল জ্যোতিয়ে কঠোৰ হাতৰে টানি ধৰে। আৰু আগবাঢ়িবলৈ দিয়াৰ সাৰ্থকতা আজি আৰু নাই।

পাচ পাকতে দুৱাৰখন সম্পূৰ্ণ মেলি দি অহল্যাক উঠিবলৈ জ্যোতিয়ে বাট এৰি দিয়ে। ঠিক কৰিব নোৱাৰে কি কৰিব? মানসিক দ্বন্দ্বৰ সহস্ৰ আভাস ফুটি উঠে অহল্যাৰ মুখত। অখণ্ড নীৰৱতাৰ মাজতো বহুত আশাৰে অধীৰভাৱে অপেক্ষা কৰি ৰয়, জ্যোতিয়ে নিশ্চয় একেবাৰ হলেও কিবা কব। কিন্তু জ্যোতিৰ ওঁঠ ফুটি এটা সৰু শব্দও ওলাই নাহে।

অহল্যা হতাশ হয়। কুমলি অহা মনটো হঠাৎ আকৌ পূৰ্ণ হৈ যায় খঙত। সেয়ে এবাৰ চূড়ান্ত অৱজ্ঞাৰে জ্যোতিৰ ফালৰপৰা উচাৎ মাৰি মুখ ঘূৰাই লৰালৰিকৈ গাড়ীত উঠিবলৈ যায়। কিন্তু বেণী গুঠি গুঠি যতন কৰি বন্ধা চৌখিন

খোপাটো দুৰ্ভাগ্যবশতঃ গাড়ীৰ হুডত লাগি খুলি যায়। ক্ষিপ্ৰ গতিত ভাগি পৰা খোপাৰ বেণীডালত খামুচি ধৰে যদিও অহল্যাই ধৰি ৰাখিব নোৱাৰে তাত গুজি লোৱা ধুনীয়া আৰ্কিড ফুলপাহি। দুয়োৰে ভৰিৰ কাষৰ বোকাপানী ডোঙাত সি সৰি পৰে।

খন্তেকলৈ দুয়ো নীৰৱে চাই ৰয়, বোকা-পানী লাগি কলঙ্কিত হৈ উঠা নিৰ্মল ধুনীয়া ফুলপাহ। তাৰ পাচত আকৌ আগৰবাৰৰ দৰে।

একে সময়তে দুয়ো চকু তুলি চায় ইজনে সিজনৰ মুখলৈ। এই প্ৰথম জ্যোতিৰ ওঁঠত দেখা দিয়ে কিঞ্চিৎ বিদ্ৰূপ মিহলি সৰু এটা হাঁহি। লোভ সামৰিব নোৱাৰি হঠাৎ কৈ পেলায়ঃ'···ভালেই হ'ল; এই পৰিবেশৰ মাজত তোমাৰ এই ৰূপসজ্জা বৰ দৃষ্টিকটু হৈ পৰিছিল।'

কিন্তু জ্যোতিৰ কথা শেষ নহ'ল। সংযমৰ সীমা পাৰ হৈ অন্ধ খঙত অহল্যাই হঠাৎ হাতৰ মুঠিত ধৰি থকা বেণীডালেৰেই সকলো শক্তিৰে আঘাত কৰে জ্যোতিৰ মুখত। পাচ মুহূৰ্তত কিন্তু নিজেই চিঞৰি উঠে।

অপ্ৰত্যাশিত আকস্মিক আঘাতটোৱে জ্যোতিক স্তম্ভিত কৰি দিয়ে। তাৰ কাৰণে প্ৰস্তুত নাছিল জ্যোতি। অহল্যায়ো ভবা নাছিল নিজৰ অন্ধ খঙটোৱে যে হঠাৎ এনেভাৱে আত্মপ্ৰকাশ কৰিব।

বহু সময়লৈ দুয়ো দুয়োৰে মুখলৈ বিহ্বল হৈ মাথো চাই থাকে। অনুশোচনাত—আত্ম-ধিক্কাৰত বিবৰ্ণ হৈ যায় অহল্যাৰ মুখখন। তাৰ মাজতো কিন্তু অহল্যাৰ অদম্য বাসনা হয়, সেই বিবৰ্ণ অনুতপ্ত মুখখনকে যেন জ্যোতিৰ বহল বুকুখনৰ মাজত লুকুৱাই ক্ষমা প্ৰাৰ্থনা কৰে। এবাৰ নহয়, দুবাৰ নহয়, সহস্ৰবাৰ। কিন্তু·····

কিন্তু একো এটাই কৰিব নোৱাৰে অহল্যাই। ভালেখিনি সময়ৰ মূৰত জ্যোতিয়েই প্ৰথম সচেতন হৈ উঠে। অদ্ভুত হাঁহি এটা ওঁঠত লৈ অহল্যাৰ মুখলৈ চায়ঃ'···মিছনাৰীৰ কনভেণ্টত পঢ়ি তোমাৰ দেখিছোঁ বহুত উন্নতি হৈছে।···আৰু কিয়? যোৱাঁ এইবাৰ। এদিন কথাৰে অপমান কৰিছিলা, আজি একেবাৰে হাতেৰেই···ধন্য তুমি অহল্যা···'

আৰু এটা মুহূৰ্তও অপেক্ষা নকৰি জ্যোতিয়ে ক্ষিপ্ৰ গতিত খোজ আৰম্ভ কৰি দিয়ে। পাচফালে এবাৰলৈকো আৰু ঘূৰি চোৱাৰ প্ৰয়োজন বোধ নকৰে।

বজ্ৰাহতৰ দৰেই অহল্যাই চাই ৰয় অপসৃয়মান জ্যোতিৰ দেহাটো। সি ফুটুকানিৰ মাজত আঁৰ হৈ যায়। তথাপি অহল্যাই অপলক দৃষ্টিৰে সেইফালেই



চাই ৰয়। সীমাহীন হতাশাত, গভীৰ বেদনাত, আত্মগ্লানিত অহল্যাৰ চকু দুটা লাহে লাহে উপচি উঠে পানীৰে।

তাৰ পাচত? কেতিয়া, কিমান সময়ৰ পাচত যে যন্ত্ৰচালিতৰ দৰে অহল্যাই গাড়ীত ষ্টাৰ্ট দি চহৰ অভিমুখে যাবলৈ আৰম্ভ কৰে, অহল্যাই একো গমেই নাপায়।

ৰাগীৰ জালত আধা বেহুচ হৈ ঢলং-পলংকৈ যোৱা মদাহীৰ দৰে অহল্যাৰ সৰু গাড়ীখনো পিছলি পিছলি আগবাঢ়ি গৈ থাকে নিৰ্জন আলিটোৱে। চকুলোৰে ভৰি পৰা চকুৰ সমুখত অস্পষ্ট হৈ উঠে আলিৰ দাঁতিৰ গছ-গছনি, হাবি, হোলা সকলো। শেষলৈ সমুখৰ আলিটোও যেন ভালকৈ নমনা হৈ আহে। বাধ্য হৈ এঠাইত ৰৈ পৰে অহল্যা।

নিজৰ অপৰিনাম অসহায়তাত নিজৰ ওপৰতে অহল্যাৰ খং উঠে। জোৰ কৰি মচি পেলায় বৈ পৰা চকুলো। কিয় চকুলো টুকিব? চকুলো টুকিবলৈতো অহল্যা অহা নাছিল! পুৱাৰ চোকা ৰ'দলৈকো গ্ৰাহ্য নকৰি ঘৰ এৰি, চহৰ এৰি এই নিৰ্জন ঠাইডোখৰলৈ কিহে যে অহল্যাক টানি আনিছিল, তাক কিয় জ্যোতিয়ে নুবুজিলে? সেই প্ৰথম দিনাওতো বুজিব নোৱাৰিলে বুকুৰ মাজত জমা হৈ থকা সীমাহীন আকুলতা আছে দেখিয়েইতো জ্যোতিৰ ওচৰত অহল্যাৰ ইমান দাবী! অহল্যাৰ বাহ্যিক খঙৰ মাজতেই যে অন্তৰভৰা অভিমানৰ আকস্মিক প্ৰকাশ, কোনো কোনো অশুভ ক্ষণত শাসনৰ বাহিৰ হৈ যায়, তাক অহল্যাই কেনেকৈ বুজাব জ্যোতিক···?

অহল্যাৰ চকু যায় ওচৰৰ ছিটটোলৈ। গৰম কফিৰে পূৰ্ণ ফ্লাস্কটো, টিফিন-ভৰা বাকচটোৱে নিঃশব্দে যেন অহল্যাক বিদ্ৰূপ কৰি হাঁহিছে। বুকুৰ মাজত জমা হৈ উঠা অভিমান আৰু হতাশাখিনি এইবাৰ হঠাৎ ৰূপান্তৰিত হৈ যায় দুৰ্বাৰ খঙলৈ।···খন্তেক কঠোৰভাৱে ফ্লাস্ক আৰু টিফিন বাকচটোলৈ চাই থাকি পাচ পাকতে হঠাৎ এবাৰ এটা-এটাকৈ দুয়োটা হাতত তুলি লৈ গাড়ীৰ খিৰিকীৰে আলিৰ দাঁতিৰ হোলাটোলৈ দলিয়াই দিয়ে।

কিন্তু শেষ একো এটাই নহয়। তাৰ পৰিবৰ্তে শোকে খুন্দা মাৰি ধৰে অহল্যাৰ বুকুখন। নিজক সংযত কৰিব নোৱাৰি হঠাৎ দুয়োহাতেৰে মুখ ঢাকি গাড়ীৰ ষ্টিয়াৰিঙৰ ওপৰতে মূৰ পেলাই অহল্যাই এইবাৰ আনুষ্ঠানিকভাৱে যেন কান্দিবলৈ আৰম্ভ কৰি দিয়ে।

'আইদেউ···!'

হঠাৎ বৰ চকু খাই অহল্যাই লৰালৰিকৈ মূৰ তুলি উঠি বহে। চকু মোহাৰি মোহাৰি ইফালে-সিফালে চায়ো তৎক্ষণাৎ ধৰিব নোৱাৰে উপস্থিত পৰিস্থিতিটো।

ইমানপৰ মূৰ পেলাই থকা গাড়ীৰ 'ষ্টিয়াৰিং'ডাল থিতাতে যেন ৰূপান্তৰিত হৈ গৈছে, বেডৰুমত থকা খিৰিকীখনৰ গবডাললৈ। পিঠিৰ মেলা চুলি, হাতত ধৰি থকা ৰুপীখনলৈ অলপ বিস্ময়ভৰা দৃষ্টি লৈয়ে চাই থাকে অহল্যাই।

জীৱনৰ বাটত এৰি অহা বহু বছৰৰ বহুবোৰ লুপ্ত স্মৃতিৰ ৰোমন্থন শেষ হয়। লাহে লাহে বাস্তৱলৈ ঘূৰি আহে অহল্যা।...কিন্তু বুজিব নোৱাৰে 'আইদেউ' বুলি হঠাৎ মাতিলে কোনে ?

চকু ঘূৰাই গোটেই কোঠাটো চাই লয় অহল্যাই। নাই, কোঠাত কোনো নাই। কোনো শব্দও ক'তো নাই। মাথো বাহিৰকালৰপৰা মালীৰ ঘৰৰ বুকু ভেদি অস্পষ্টভাৱে উটি আহিছে সেই বহু স্মৃতিবিজড়িত একেটা সুৰধ্বনি। যি সুৰে অহল্যাক লৈ গৈছিল বাস্তৱ—বৰ্তমানৰ মাজৰপৰা সুদূৰ অতীতলৈ। আত্মবিস্মৃত কৰি ডুবাই ৰাখিছিল অতীত ৰোমন্থনত।

খোলা খিৰিকীমুখত থকা চকীখনৰপৰা লাহে লাহে অহল্যা উঠি আহে। কেতিয়া যে তাত বহি খোলা খিৰিকীৰে দেখা গভীৰ ৰাতিৰ আন্ধাৰবোৰলৈ চাই চাই নিজেও হেৰাই গৈছিল কব নোৱাৰে।

এখোজ-দুখোজ কৰি আগবাঢ়ি আহি অহল্যা বিছনাখনত বহে। ক্লান্ত দেহাটো, ৰমৰমাই থকা মূৰটো লাহে লাহে কোমল গাৰুটোত পেলাই দি চকু দুটা মুদি দিয়ে।

আন এঠাইত, আন এটা পৰিৱেশৰ মাজত অণুৰেও সেই একেটা ক্ষণত, ওখ গাৰুটোত মূৰ পেলাই ওপৰৰ চিলিংখনলৈ চাই থকা চকু দুটা লাহে লাহে ঘূৰাই লৈ চায় জ্যোতিৰ মুখলৈ। চকুত পৰে তলমূৰ কৰি আপেলৰ বাকলি গুচাবলৈ পাহৰি জ্যোতিও ডুবি আছে কোনোবা পাহৰি যোৱা পৃথিৱীৰ গভীৰতাৰ মাজত।

জ্যোতিৰ অন্তৰখনৰ কথা হয়তো অণুৱে উপলব্ধি কৰি লাহেকৈ মন্তব্য কৰে: 'এই সংসাৰখন বিচিত্ৰ নহয়নে জ্যোতি ককাইদেউ ?' মূৰ তুলি জ্যোতিয়ে অণুৰ মুখলৈ চায়।



'হয়তো হয়, কিন্তু সি গতানুগতিক। প্ৰকৃততে বিচিত্ৰ হয়তো সংসাৰত থকা আমি মানুহবোৰ। তুমি, মই, আমি সকলো।'

'এৰা, হয়তো সেয়ে সঁচা, আমি সকলো...আপুনি, মই, ৰাজেন, অহল্যা... কোনো বাদ নপৰিল। ভাবি আচৰিত লাগে, আপোনালোক দুয়ো দুয়োকে এদিন বিচাৰিছিল। দুয়ো দুয়োকে একান্তভাৱে পাইছিলো; অথচ অবিশ্বাস্য তুচ্ছ এটা কাৰণতে দুয়ো দুফালে আঁতৰি গ'ল।...আমিও দুয়ো দুয়োকে বিচাৰিছিলোঁ। ৰাজেন আৰু মই। দুয়ো দুয়োকে গভীৰভাৱে পালোঁও, অথচ...'

'অথচ কি ?'

'বাদ সাধিলে ভগবানে, আশীৰ্বাদৰ ঠাইত অভিশাপ দিলে গুৰুজনে।'

'এইবোৰ কি কৈছা অণু ?'

'হয় জ্যোতি ককাইদেউ,...সেইদিনাৰ কথা আমি আজিলৈকে কাকো কোৱা নাই; আনকি আপোনাকো। আৰু কমেই বা কি?...জানে জ্যোতি ককাইদেউ, আমাৰ বিয়াৰ পাচতে এদিন আশীৰ্বাদ বিচাৰি গৈছিলোঁ সেই গুৰুজনা—মোৰ পূজনীয় শহুৰদেউতাৰ ওচৰলৈ। বুকুত বান্ধি লৈ গৈছিলোঁ বহুত হেঁপাহ, বহুত আশা। পদুলিমুৰত ৰিক্সাৰপৰা নামি লাহে লাহে আগবাঢ়িছিলোঁ। চিৰি উঠি পৰ্টিক'ৰ মাজেৰে গৈ দুৱাৰডলিও দুখোজ পাৰ হৈ গৈছিলোঁ। কিন্তু কোঠাৰ এদাঁতিৰপৰা অতৰ্কিতে অহা গৰ্জনটো শুনি তাতেই থমকি ৰলোঁ। মুহূৰ্তৰ কাৰণে চকু তুলি দেখিছিলোঁ মানুহজনক। কিন্তু সেই মুহূৰ্তটোও যেন সহ্য কৰিব নোৱাৰি মই চকু আঁতৰাই নিছিলোঁ। মানুহৰ প্ৰতি মানুহৰ চকুত দেখা জলন্ত দৃষ্টি—থুপ খাই উঠা ইমান ঘৃণাও যে থাকিব পাৰে মই ভবা নাছিলোঁ। সেই ঘৃণাৰ বেছিভাগেই হয়তো মোৰ মূৰতে জাপি দি তেখেতে গৰ্জন কৰি উঠিছিল: '...ৰাচ, আৰু এখোজো আগ নেবাঢ়িবি।'

তথাপি অনুচ্চ স্বৰে ৰাজেনে সম্বোধন কৰিছিল: 'দেউতা...!'

কিন্তু তেওঁৰ মুখৰ মাত বন্ধ কৰি, তেখেতে আৰু ঘৃণাৰে গৰজি উঠিছিল: 'মনে মনে থাক। 'দেউতা' বুলি তই আৰু মোক সম্বোধন নকৰিবি। কুলাঙ্গাৰ! বংশৰ মান-মৰ্য্যাদা হানি কৰি, মোৰ হুকুম অমান্য কৰি, তই বামুণৰ ল'ৰা হৈ এই নীহকুলীয়া ছোৱালীজনীক বিয়া কৰাই আকৌ তাইকে মোৰ সমুখলৈ...'

'দেউতা! আপোনাৰ বিচাৰত মই দোষী যেতিয়া যি ইচ্ছা আপুনি মোক কওক, কিন্তু ইয়াৰ মাজলৈ এই অণুক নাটানিব...'

'কি কলি ?'

'ঠিকেই কৈছোঁ। জাত-কুল, মান-মৰ্য্যাদা লৈ গৰ্ব কৰাৰ অভিলাষ মোৰ নাই, অনুৰো নাই। আমি বৰ্তমান যুগৰ মানুহ। আমাৰ ওচৰত কুলৰ গৰ্বতকৈয়ো মানুহ হিচাপে মানুহৰ মৰ্য্যাদা বহুত বেছি। আমি যি কৰিছোঁ জানি-শুনি কৰিছোঁ, অন্যায় একো কৰা নাই।'

'অন্যায় কৰা নাই ? মোৰ আগত তই তাকে কবলৈ সাহ কৰ ?'

'হয় দেউতা ! আপোনালোকক লুকুৱাই আমি কোনো পাপ কাম কৰা নাই। বিয়াৰ আগতেই আপোনালোকৰ অনুমতি প্ৰাৰ্থনা কৰিছিলোঁ।'

'তাৰ উত্তৰত কি শুনিছিলি নিশ্চয় তোৰ মনত আছে ?'

'আছে। আপুনি কৈছিল মোক ত্যাজ্যপুত্ৰ কৰিব।'

'তেন্তে আজি কিয় আহিছ ? কি বিচাৰি আহিছ ? ঘৰে-বাৰীয়ে, সা-সম্পত্তিৰে এই শূদ্ৰৰ ছোৱালীক ঘৰৰ বোৱাৰী কৰি তইঁতক প্ৰতিষ্ঠা কৰি দিয়াৰ আশা লৈ ?'

'নাই দেউতা ! আপোনালোকৰ সা-সম্পত্তিৰ আশাত আমি অহা নাই। ...আপুনি, মা, আমাৰ গুৰুজন। আমাৰ জীৱনৰ আৰম্ভনিতে আপোনালোকৰপৰা এধানিমান আশীৰ্বাদ ভিক্ষা কৰিবলৈহে আহিছোঁ দেউতা ! আৰু আমাক একো নেলাগে।' তথাপি মানুহজনৰ উষ্মা অলপো নকমিল জ্যোতি ককাইদেউ ! চূড়ান্ত ঘৃণাৰ লগতে তীব্ৰ বিদ্ৰূপ-বাণেৰে আমাক জৰ্জৰিত কৰি তেওঁৰ মুখৰ ওপৰতে শহুৰে আকৌ গৰ্জি উঠিল : 'আশীৰ্বাদ বিচাৰি আহিছ ? তইঁতৰ এই অধঃপতনত মোৰ আশীৰ্বাদ লাগে ? ওলা, এই মুহূৰ্ততে দুয়ো ইয়াৰপৰা ওলাই যা, আৰু কোনোদিন ইয়াত ভৰি নিদিবিহি। মোক তইঁতৰ মুখ নেদেখুৱাবি। মই ধৰি লম, আজিৰপৰা মোৰ ল'ৰা মৰিল।'

'আমি দুয়ো বজ্ৰাহতৰ দৰে হৈ গৈছিলোঁ। মুখত কথা নাছিল। তথাপি শেষত তেওঁ ক্ষীণ কণ্ঠেৰে মানি লৈছিল সেই হুকুম।

'সেয়ে হব দেউতা...!'

'তাৰ পাচত আৰু কিবা আশা কৰাটো হয়তো ভুল আছিল ; তথাপি গভীৰ আশা লৈ বাজেনে এবাৰ লাহেকৈ অনুৰোধ কৰি চাইছিল—'এবাৰ—এবাৰ মাত্ৰ মাক চাই যাওঁ দেউতা !'

'নোৱাৰ, মোৰ ল'ৰা মৰিল যেতিয়া আজিৰপৰা সুভদ্ৰাৰ ল'ৰাও মৰিল। ...ওলাই যা !'



'...বহুত আশা কৰিছিলোঁ। আন নহলেও অন্ততঃ এটা মুহূৰ্তৰ কাৰণে হলেও মোৰ নেদেখা শাহুআইক এবাৰ দেখিম। কিন্তু মোৰ ভাগ্যত সিও নঘটিল জ্যোতি ককাইদেউ ! বৰ হেঁপাহেৰে এবাৰ ওচৰৰ কোঠাটোৰ দুৱাৰখনলৈ চাইছিলোঁ। দেখিছিলোঁ পৰ্দাৰ তলত স্থিৰ হৈ থকা এযোৰ সুন্দৰ ভৰি। বুজিছিলোঁ সেই ভৰিৰ গৰাকী কোন। কিন্তু তেওঁ হয়তো আমাৰ দৰেই অসহায় আছিল। সমুখৰ পৰ্দা আঁতৰাই কোঠালৈ সোমাই অহাৰ সাহস বা শক্তি তেওঁৰো হয়তো নাছিল। তথাপি জ্যোতি ককাইদেউ, তাৰ মাজতো মোৰ দুৰ্বাৰ ইচ্ছা হৈছিল, লৰি গৈ যেন সেই ভৰিৰ ওপৰতে মূৰটো খুন্দিয়াই খুন্দিয়াই ক্ষমা ভিক্ষা কৰিম। তেওঁলোকৰ ল'ৰাক তেওঁলোকৰ হাততে ঘূৰাই দিম ; আৰু কোনোদিন দাবী নকৰোঁ বুলি শপত খাই, জন্ম-জন্মান্তৰৰ কাৰণে দূৰলৈ—তেওঁলোকৰ চকুৰ আঁতৰ হৈ বহুত দূৰলৈ গুচি যামগৈ।

কিন্তু...কিন্তু সেইবোৰৰ একো এটাই কৰিব নোৱাৰিলোঁ। শহুৰ-দেউতাৰ জ্বলন্ত চকুৰ আগত পৰ্দাৰ ফালে এখোজো আগবাঢ়িবলৈকো আমাৰ সাহ নহ'ল। শব্দহীন হৈ যোৱা কোঠাটোৰ নিস্তব্ধতাৰ মাজত শেষত আমি দুয়ো দুৱাৰডলিৰ ৰ'ত থিয় দি আছিলোঁ, তাতেই আঁঠু লৈ মজিয়াত নিঃশব্দে মূৰ থৈ সেৱা কৰিছিলোঁ। কাক উদ্দেশ্য কৰি যে সেৱা কৰিছিলোঁ কব নোৱাৰোঁ। চকুৰ পানীৰ মাজত সকলো নেদেখা হৈ গৈছিলোঁ। মূৰটো আচন্দ্ৰাই কৰি উঠিছিল। যাবলৈ ঘূৰি তেওঁ মোৰ হাতত ধৰি লাহেকৈ মাথো কৈছিল—'বলা অনু...!'

তাৰ পাচত দুৱাৰডলি চেৰাই, পৰ্টিক' পাৰ হৈ কেতিয়া কেনেকৈ যে পদূলিমুৰ পাইছিলোঁহি, ৰিক্সাত উঠি বহিছিলোঁহি, তাকো মই কব পৰা নাছিলোঁ। তেওঁ মোক সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল : 'নেকান্দিবা—আৰু নেকান্দিবা অনু।'

সেই বিপৰ্য্যয়ৰ কাৰণে মোৰ নিজকেই আটাইতকৈ জগৰীয়া যেন লাগিছিল। কান্দি কান্দিয়েই কৈছিলোঁ—মোৰ—'মোৰ কাৰণেই আজি তোমাৰ এই...!' কিন্তু মোৰ মুখত সোপা দি বাজেনে আকুল হৈ চিঞৰি উঠিছিল : 'অনু, সেই কথা আৰু কোনোদিন উচ্চাৰণ নকৰিবা। আজি পৃথিৱীত মোৰ সকলো যাওক, তথাপি অকণো আক্ষেপ নকৰোঁ ; মাথো তুমি মোৰ জীৱনত পূৰ্ণ হৈ থাকা অনু ! ...চাওঁ, চকুলো মচি পেলোৱা। আৰু চকুৰ পানী নহয়, এইবাৰ হয়তো আৰম্ভ হব পৰিপূৰ্ণ হোৱাৰ—বাচি থকাৰ—আমাৰ জীৱন দুটা সাৰ্থক কৰি তোলাৰ সংগ্ৰাম।

গাৰুৰপৰা চকু ঘূৰাই অণুৱে জ্যোতিৰ মুখলৈ চায়। ওঁঠত ক্ষীণ দুৰ্বল এটা হাঁহি। অণুৱে কব নোৱাৰাকৈয়ে হয়তো চকুৰপৰা নিঃশব্দে বাগৰি অহা পানীৰ টোপালটো অণুৰ শুকান গালৰ ওপৰত স্থিৰ হৈ জিলিকি থাকে।

সেই সংগ্ৰামেই আমি দুয়ো সেইদিনাৰপৰা কৰি আহিছোঁ, আজিও কৰিছোঁ; আৰু হয়তো এইখন কাঠৰ বিছনা এৰি বাঁহৰখনত শুই একেবাৰে শেষ যাত্ৰা নকৰা দিনলৈকে তাকেই কৰি যাব লাগিব।...সেয়ে মাজে মাজে ভাবোঁ, এই পৃথিবীখনলৈ আমি দুয়োজনেই এনেকুৱা একোখন ভাগ্য লৈ আহিছিলোঁনে?'

অণুৰ অন্তৰৰ গভীৰত জমা হৈ থকা অপৰিসীম দুখ-বেদনা-হতাশাখিনি উপশম কৰিব পৰা সান্ত্বনাৰ ভাষা জ্যোতিৰ মুখত আৰু নোলায়। তথাপি প্ৰবোধ দিবলৈকে চেষ্টা কৰে: 'সেইবোৰ কথা আৰু নেভাবিবা অণু! জানাই দেখোঁ তাৰপৰা একো লাভ নহয়।'

অণুৱে জানে, লাভ একো নহয়, বৰঞ্চ তাৰ সোঁৱৰণত বুকুৰ কোনোবা এডোখৰত নতুনকৈ বিষাই উঠে। তথাপি অণুৱে ভাবে। ডেই অহা জীৱনটোৰ বহু বিচিত্ৰ ঘটনা, বিচিত্ৰ নাটক অণুৰ মনৰ পটত ভাঁহি উঠে। মনত পৰে কলেজৰ দিনবোৰলৈ। মনত পৰে অহল্যা, জয়া, মুকুল, কৃষ্ণহঁতৰ দলটোলৈ। আৰু মনত পৰে নিৰ্বোধৰ মুখা পিন্ধি থকা গোহাঁইৰ মুখখনলৈ। লগে লগেই ক্ষীণ হাঁহি এটা অণুৰ ওঁঠত খেলি যায়।

কলেজত পঢ়িবলৈ যোৱা দিন ধৰি অণু যিমানবোৰ মানুহৰ সংস্পৰ্শলৈ আহিছে, তাৰ মাজত সন্তৰ গোহাঁয়েই একমাত্ৰ প্ৰাণী, যিজন ওচৰত থাকিলে জীৱনৰ বৃহত্তৰ দিশটোৰ দুখ, হতাশা, বেদনাবোৰ সাময়িকভাৱে হলেও পাহৰি থাকিব পাৰে। গগন গোহাঁইৰ বহুৱালিবোৰ, নিৰ্মল কৌতুকপূৰ্ণ কথাবোৰ মনত পৰিলে অণুৰ মনত মাজে মাজে প্ৰশ্ন জাগে—সেইবোৰ নিতান্তই ল'ৰা-ধেমালি নে তাৰ গভীৰত গোহাঁইৰ অন্তৰ্নিহিত জীৱন উপলব্ধিৰ কিবা ইঙ্গিতো থাকে?

অণুৰ মনত পৰে সৰু সৰু দৃশ্যাৱলীৰ মাজেৰে সেইদিনাৰ সৰু দৃশ্যটো। অণু-ৰাজেনৰ যুগ্ম-জীৱনৰ সংগ্ৰাম তেতিয়া পূৰামাত্ৰাই চলিছে। বিয়াৰ পাচৰ এটা বছৰো সম্পূৰ্ণ হোৱা নাই। অথচ ইয়াৰ ভিতৰতে, অণুৰ দেহৰ স্বাভাৱিক সৌন্দৰ্যৰ অন্তৰালত লাহে লাহে আত্মপ্ৰকাশ কৰিছে কিবা এক অচিন ব্যাধিয়ে।

মনৰ কোণত দেখা দিয়া অনাগত আশঙ্কা, উৎকণ্ঠা লৈয়ে দুয়ো সৰু আলিটোৰে আহিছিল। কিন্তু তাৰে এঠাইত বিশেষ এটা পৰিস্থিতিৰ মাজত পৰি দুয়ো থমকি ৰবলৈ বাধ্য হয়।



আলিৰ সোঁ-মাজতে তয়া-ময়া ৰণ লাগিছে দুটা কুকুৰৰ মাজত। এটাই আনটোক বগৰাই বগৰাই কামুৰিছে। সি যিমান চিঞৰিছে তাতোকৈ কিন্তু বেছি চিঞৰিছে দুয়োটোৰে মাজত সোমাই পৰা গগন গোহাঁয়ে।

অণুৱে দেখে, গোহাঁইৰ কোনোফালেই ভ্ৰূক্ষেপ নাই। যুদ্ধত জিকাটোক চিঞৰ-বাখৰ কৰি খেদাবলৈ গোহাঁইৰ বেছ কিছু সময় লাগে। তাৰ পাচত হৰাটোক তাৰ ডিঙিৰ 'কলাৰ'ডালত ধৰি চোঁচোৰাই আনি আলিৰ দাঁতিৰ মাইল প'ষ্টটোৰ ওপৰতে গোহাঁই বহি পৰে। কুকুৰটোকো ভৰিৰ কাষত বহুৱাই লৈ তাৰ গাত থপৰিয়াই থপৰিয়াই তাক প্ৰবোধ দিবলৈ চেষ্টা কৰে গোহাঁয়ে: 'হ'ল, হ'ল, এতিয়া আৰু কুঁ-কুঁ কৰিলে কি হব? তই বলে নোৱাৰ যদি তাৰ লগত কিয় লাগিবলৈ গৈছিলি?'

ইয়াৰ ভিতৰতে যে অণুহঁত আহি পাচফালে ৰৈছেহি তাক গোহাঁয়ে কব নোৱাৰিছিল। সেয়ে একে সুৰতে তেওঁ কৈ গৈছিল—'বাৰু, যি হ'ল হ'ল, হাৰিলি হাৰিলি, সংসাৰত বাচি থাকিবলৈ হলে এনেকুৱা বহুত যুদ্ধ, বহুত সংগ্ৰাম কৰিব লাগিব বুজিছ!'

'ঠিক আমাৰ দৰে, নহয় নে গগনদা?'

অণুৰ আকস্মিক মাতষাৰ কাণত পৰাৰ লগে লগে মূৰটো ঘূৰাই গোহাঁয়ে অণু আৰু ৰাজেনৰ মুখলৈ চালে। ৰাজেনৰ গাত পুলিচ ছাব-ইন্সপেক্টৰৰ পোছাক।

'অ' তোমালোক! চেলাম দাৰোগা চাহাব!'

'কুকুৰটোক কি হিতোপদেশ দিছিলি?'

'এ নকবি আৰু, বুজিছা অণু! 'লুক্ বিফৰ ইউ লিপ' বোলা বাক্যষাৰ এই কুকুৰৰ পোৱালীয়ে একদম শুনাই নাই যেন পাইছোঁ। জীৱনৰ বাটত যে কিমান উজুতি খাই খাই, কিমান যুদ্ধ, কিমান সংগ্ৰাম কৰিব...'

গোহাঁইৰ উচ্ছ্বাসটোক বাধা দি অণুৱেও হাঁহিৰে তাক সমৰ্থন কৰাৰ ভাবতে কয়—'সিতো নিশ্চয়! আপুনি নিজেই জীৱন-যুদ্ধত নামি গৈছে বুলি শুনিছোঁ।' কথাৰ লগতে ওচৰৰ ঘৰটোৰ ওপৰত অণুৱে এবাৰ চকু ফুৰায়: 'আপোনালোকৰ নতুন 'মেচ্' এইটোৱেই নহয় জানো? কোন কোননো আছে?'

'আমি গোটেই জাকেই। মুকুল, কৃষ্ণ, মদন, মহেশ সকলো।'

গোহাঁইৰ কথাত ৰাজেনেও ঘৰটোৰ ওপৰত এবাৰ চকু ফুৰাই লয়।

'তহঁতৰ এই মেচৰ খবৰটো আগতেই শুনিছোঁ। লগতে মুকুল-কৃষ্ণহঁতে

চাকৰি-বাকৰি কৰিছে বুলিও শুনিছোঁ। পাছে তোৰ সেই চাকৰিটোৰ কি হ'ল গোহাঁই ?'

'সেইটো নহ'ল অ' ! অৱশ্যে মুকুলহঁতৰ দৰে অফিচে ষ্টোৰে নাই হোৱা যদিও সন্তহতে আন এটা হৈ গৈছে দেচোন।'

'হৈ গৈছে নেকি ? তেতিয়াহলেতো ভালেই। কিন্তু হ'ল ক'ত ?'

'এই মেচতেই···।'

'মেচতেই ? মেচত আকৌ কিহৰ চাকৰি গগনদা ?'

'কুকৰ অণু ! দৰমহা-চৰমহা অৱশ্যে নাই, একেবাৰে 'অনাৰেৰি প'ষ্ট।' দৰমহা নহওক দিয়া, 'কুকৰ' চাকৰিওতো এটা চাকৰি ! আহাঁ, অলপ সোমাবা নেকি ? একাপ চাহ ··এই দাৰোগা চাহাব !'

'নাই ভাই, এতিয়া থাওক দে, মোৰ অফিচলৈ বেলিয়েই হৈছে। আজি যাওঁ দে !'

'বাৰু তেন্তে। পাছে এইফালেনো তুয়ো গৈছিলি ক'লৈ ?'

'ডাক্তৰৰ ওচৰলৈ। আজি কিছুদিনৰপৰা অণুৰ গাটো বৰ ভাল নহয়।'

ৰাজেনৰ কথাত এই প্ৰথম গোহাঁইৰ মুখত অলপ পৰিবৰ্তন দেখা যায়।

'মোৰ বুকুৰ মাজত কিবা এটা কাল-ৰোগে বাহ লৈছে গগনদা···!'

'এহ, কি যে কোৱা···।'

'সঁচাই কৈছোঁ। সিদিনা জ্যোতি ককাইদেৱেই মোক সেই নতুন ডাক্তৰজনৰ ওচৰলৈ প্ৰথম লৈ গৈছিল।'

'জ্যোতিয়ে ? এৰা, আমাৰ মাজত সদায় দেখিছোঁ একমাত্ৰ জ্যোতিয়েই বন্ধুৰ 'ডিউটিবোৰ' কৰি গৈছে। বাকী আমিবোৰ সঁচাই ইউজ্‌লেছ।'

'জীৱনৰপৰা অহল্যা আঁতৰি গ'ল ; সেয়ে হয়তো জ্যোতি ককাইদেউৰ ওচৰত আমিবোৰ বেছি আপোন হৈ উঠিছোঁ। আপোনালোক, আমি সকলো।'

গোহাঁয়ে অণুৰ মুখলৈ চাই সামান্য হাঁহিৰে সঁহাৰি জনায় : 'এৰা সঁচাই। তুমি দেখিছোঁ কলেজৰ সেই অশুভ দিনটোৰ কথা আজিও পাহৰা নাই·· '

অণুৱে নাই পাহৰা। তাৰ পৰিবৰ্তে সেই ঘটনাৰ কথা আজিকালি অণুৰ বেছি পৰিমাণেহে মনলৈ অহা হৈছে। একালৰ বন্ধু-বান্ধৱবোৰ লাহে লাহে যিমানেই দূৰলৈ আঁতৰি গৈছে, সিমানেই জ্যোতি যেন ৰাজেন আৰু অণুৰ জীৱনৰ মাজত বেছিকৈ সোমাই পৰিছে। অনুৱে পাহৰে কেনেকৈ ? জ্যোতিৰ কথা



ভাবি ভাবি অণুৰ মনটো মাজে মাজে উদাস হৈ যায়। জ্যোতিয়ে বাৰু সেই বিচ্ছেদ কেনেকৈ লৈছে ?

···সকলোফালৰপৰা চূড়ান্তভাবে ব্যৰ্থ হৈ নিজৰ অৱস্থাটোৰ কথাও পাহৰি অণুৱে এই মুহূৰ্তত ওচৰত বহি থকা জ্যোতিৰ মুখলৈকে একেথৰে চাই থাকে। জ্যোতিৰ মনৰ গভীৰত কি আছে তাক জানিবলৈ বৰ হাবিয়াস হয় অণুৰ। কিন্তু একো এটাই সুধিব নোৱাৰে। লাহে লাহে ক্লান্ত, অসুস্থ শৰীৰটোৰ দৰে অণুৰ মনটোও যেন সীমাহীন ক্লান্তিত ভৰি উঠে।

হয়তো জ্যোতিও ক্লান্ত। কেতিয়াবাৰেপৰা বন্ধ হৈ গৈছে হাতৰ কাম। আপেলৰ বাকলি নামি নামি প্ৰায় এহাত দীঘল হৈ এসময়ত স্তব্ধ হৈ ৰৈ গৈছে। তালৈ জ্যোতিৰ খবৰ নাই। শৰীৰ নিস্পন্দ যদিও জ্যোতিৰ মনটো কিন্তু ভ্ৰমি ফুৰিছে জীৱনজোৰা অতীত-বৰ্তমানৰ মঞ্চে মঞ্চে।

জ্যোতিৰ মনত পৰে, বন্ধু-বান্ধৱীৰ দলটোৰ ধ্বংসাত্মক কাৰ্য্যকলাপ ক্ৰমাৎ উগ্ৰৰপৰা উগ্ৰতৰ হৈ যোৱাৰ লগে লগে জ্যোতিৰ নিস্তেজ কৰ্মপন্থাৰ ওপৰতো যেন সকলোৰে আস্থা ক্ৰমাৎ নোহোৱা হৈ পৰিছে। বন্ধুদলে পেটে পেটে আশা কৰে জ্যোতিয়েও যেন সকলোৰে লগত যোগ দি গোটেই দলটোক সকলোফালৰ-পৰাই শক্তিশালী কৰি তোলে।

কিন্তু জ্যোতিৰফালৰপৰা কোনো সঁহাৰি নেপায়। হয়তো ক্ষুণ্ণও হয়। তথাপি জ্যোতিয়ে উপলব্ধি কৰে সেই কলেজীয়া দিনবোৰৰপৰাই কি মুকুল-গোহাঁইৰ দল, কি চহৰৰ তৰুণ-তৰুণী, কিশোৰ-কিশোৰীৰ দল, আটায়ে বিনাদ্বিধাই জ্যোতিক মানি আহিছে। শ্ৰদ্ধাৰ চকুৰে, মৰমৰ চকুৰে চাই আহিছে। সেই সকলোৰে যেন জ্যোতিৰ ওপৰত অগাধ বিশ্বাস—অশেষ আস্থা।

সেয়ে হয়তো মুক্তি-যুদ্ধৰ কৰ্মপন্থা বেলেগ হলেও মুকুল বা ৰঞ্জিতহঁতৰ মেচত হঠাৎ কেতিয়াবা জ্যোতি গৈ ওলালে, গোটেই জাকৰে আনন্দ হয়। সিহঁতে ক'ত কি কৰিছে, ক'ত কি কৰিবলৈ পাঙিছে, অকপটে সেই সকলো জ্যোতিক নজনোৱাকৈও নেথাকে। জ্যোতিৰ মনত পৰি যায়, বহুদিন আগতে কৃষ্ণৰ কিবা এটা প্ৰশ্নৰ উত্তৰত জ্যোতিয়ে কৈছিল : 'মই জানো কৃষ্ণ, মই যি ভাবোঁ, মই আৰু মোৰ সৰু দলটোৱে যিবোৰ কাম কৰি আহিছোঁ, সেইবোৰৰ ওপৰত তহঁত এটাৰো আস্থা নাই।'

'সঁচা কথা জ্যোতি !' মুকুলে টপৰাই উত্তৰ দিয়ে—'এদিন আছিল যদিও আজি আৰু অলপো নাই। মাজে মাজে পুলিচক ফাকি দিবলৈ আমি দুই-এটাই

তোৰ মানৱতাৰ সেৱা-যজ্ঞত সক্ৰিয় অংশ লওঁ, যদিও তই জানই, সি নিতান্তই 'কেমফ্লেজ'। সৰ্বগ্ৰাসী সাম্ৰাজ্যবাদীৰ বিৰুদ্ধে আজি তোৰ যি অহিংস নীতি, তাক মই আৰু বিশ্বাস নকৰোঁ। মই এতিয়া বিশ্বাস কৰোঁ মাথো একেটাই নীতি···'Blows for blows···'

'ছিয়ৰ···' দলৰ মাজৰপৰা গোহাঁয়ে ওপৰতে চিঞৰি উঠে—'Blows for blows, eye for eye, teeth for teeth···'

কৃষ্ণও নীৰৱ হৈ নেথাকে। গোহাঁইৰ লগতে পূৰ্ণোদ্যমে নিজৰ মতামতো প্ৰকাশ কৰি পেলায়: 'নিশ্চয়! teeth for teeth; blows for blows··· মাথো আফচোচ, আজি আমাৰ ৰিছোৰ্চ বৰ লিমিটেড···'

কৃষ্ণৰ আফচোচ দেখি জ্যোতিৰ মুখত হাঁহি বিৰিঙি উঠে: 'এবা কৃষ্ণ, ৰিছোৰ্চ আমাৰ বৰ লিমিটেড। কেনেকৈ কওঁ, হয়তো তাক উপলব্ধি কৰিয়েই মোৰ মনৰ গতি অহিংসপন্থী হ'ল। তথাপি সক্ৰিয়ভাবে মই তহঁতৰ কামত যোগ দিব নোৱাৰিলেও মই তহঁতক কেতিয়াও বাধা দিয়া নাই; আনকি আইমণি, অৰুণ, বেং-বীৰুহঁতৰ নিচিনা সৰু সৰু ল'ৰা-ছোৱালীবোৰকো বাধা দিয়া নাই। মই বিশ্বাস কৰোঁ, কৰ্মপন্থা আমাৰ বেলেগ হলেও লক্ষ্য আমাৰ সকলোৰে একেটাই।'

'নিশ্চয়।' কৃষ্ণই যেন মনত বৰ বল পায়। সানন্দে জ্যোতিক সমৰ্থন কৰি কৈ উঠে—নিশ্চয়, লক্ষ্য আমাৰ সকলোৰে একেটাই। মাথো আফচোচ, আমাৰ মাজৰপৰা লক্ষ্যচ্যুত হৈ গ'ল সেই ৰাস্কেল ৰাজেনটো!'

'নাই নাই, তাক গালি নেপাৰিবি কৃষ্ণ! বেচেৰা···'

'কিহৰ বেচেৰা?' জ্যোতিৰ কথাত মুকুল প্ৰায় গৰম হৈ উঠে: '···ৰাই দিছ টাইম্ সি পুলিচৰ চাকৰিৰপৰা 'ৰিজাইন্' দিয়া উচিত আছিল।'

'ছিয়ৰ। এতিয়াও ইডিয়টটো আমাৰ 'কেম্পৰ' পৰিবৰ্তে বৰ্তি আছে শত্ৰুৰ কেম্পত।'

'সেইবুলি সি আৰু আমাৰ শত্ৰু হ'লনে?···বহুত আশাৰে অণুক বিয়া কৰাই নতুন সংসাৰ পাতিছিল, অথচ চা তাৰ ভাগ্যখন! বিয়াৰ পাচৰপৰাই কাল-ব্যাধি লৈ অণু পৰি ৰ'ল বিছনাত। তিনি বছৰ···'

···তিনি বছৰ! অতীত ৰোমন্থনৰ মাজত নিজক প্ৰায় হেৰুৱাই পেলোৱা জ্যোতিয়ে চকমক্ খায়েই মূৰ তুলি ওচৰৰ বিছনাখনলৈ চায়। দেখে, কোনোবা



টলকত অণু শুই পৰিছে। আধা-খোৱা আপেলৰ টুকুৰাটো এতিয়াও আঙুলিৰ মূৰত ধৰি আছে।

জ্যোতিয়ে বহু সময় ধৰি থৰ লাগি চাই ৰয় অণুৰ মুখখন। শেঁতা, বিবৰ্ণ, হাড়-ছাল সৰ্বস্ব মুখখনত অনন্ত নৈৰাশ্য। শৰীৰটো বিছনাৰ লগত প্ৰায় মিলি গৈছে। মূৰত একোছা ৰুগ্ন চুলি।···অথচ কলেজীয়া জীৱনত এই অণুৱেই আছিল ৰূপহী, স্বাস্থ্যৱতী, প্ৰাণ-প্ৰাচুৰ্য্যৰে সদা-হাস্যময়ী!

অতীতৰ সেই অণুৰ অস্তিত্ব আজি আৰু একো নাই; আছে মাথো বুকুৰ মাজত এতিয়াও ধুক্-ধুক্ কৰি থকা প্ৰাণটো। সিও থকা-নথকাৰ মাজত। কিবা এক অজান, অপৰিসীম মমতাৰে জ্যোতিৰ অন্তৰখন ভৰি উঠে।

বহাৰপৰা উঠি গৈ আলফুলে অণুক গাৰুটোত ভালকৈ শুৱাই দিয়ে। বিছনাৰপৰা ওলমি থকা আঁচলৰ আগটো তুলি, অণুৰ শৰীৰটো ভালকৈ ঢাকি দিয়ে। অণুৰ হাতৰপৰা আধাখোৱা আপেলৰ টুকুৰা আলফুলে এৰুৱাই আনি একালে পেলাই দিবলৈ গৈ হঠাৎ কিন্তু দুৱাৰমুখলৈ চকু যোৱাত ৰৈ যায়। দুৱাৰৰ চৌকাঠত আঁউজি ৰাজেনে একেথৰে জ্যোতিলৈকে চাই আছে।

খন্তেক নিঃশব্দে ৰাজেনৰ মুখলৈ চাই লৈ জ্যোতিয়ে আপেলৰ টুকুৰাটো একালে দলিয়াই পেলায়। টেবুলৰ চাকিটো বেৰৰ ফালে ঘূৰাই কোঠাটো অস্পষ্ট আন্ধাৰত ডুবাই দিয়ে। তাৰ পাচত বিছনাৰ ওপৰত আকৌ এবাৰ চকু ফুৰাই, অলপো শব্দ নকৰাকৈ ৰাজেনৰ ফালে আগবাঢ়ি যায় আৰু কান্ধত ধৰি আনটো কোঠাৰ ফালে খোজ লোৱাৰ লগে লগে প্ৰশ্ন কৰে: 'তোৰ আজি ইমান পলম হ'ল কিয়···?'

উত্তৰ নিদি ৰাজেনে খন্তেক নিঃশব্দে তলমূৰ কৰি থাকে। পাচত হঠাৎ এবাৰ দুয়ো হাতেৰে জ্যোতিৰ হাত এখন খামুচি ধৰি গভীৰ দুখত জ্যোতিৰ মুখলৈ চায়। ৰাজেনৰ মুখত ফুটি উঠে অসহায় আকুলতা: 'জ্যোতি!'

ৰাজেনৰ ব্যৱহাৰত জ্যোতি অলপ বিস্মিত হয়: 'তোৰ আকৌ হ'ল কি?'

'···অফিচত এছ-পি চাহাবৰ গঞ্জনা, বাহিৰত বন্ধু-বান্ধৱৰ বিদ্ৰূপ-লাঞ্ছনা আৰু-আৰু ঘৰত বৌ অণু! মোক ক, তই মোক ক জ্যোতি, এই জীৱনটোত মই কি লৈ বাচি থাকিম?'

জ্যোতিয়ে হয়তো উপলব্ধি কৰে ৰাজেনৰ মনোবেদনা। মৰমেৰে তাৰ কান্ধত হাত এখন থৈ মুখলৈ চায়: 'ৰাজেন'!

'সৌ হতভগীয়া অনু আৰু মোৰ কাৰণে আজি হয়তো এই পৃথিবীত তোৰ বাহিৰে আৰু কোনো নাই জ্যোতি !'

'সেইবোৰ নো কি কৈছ ৰাজেন ? কিয় নহব, সকলো আছে।'

'নাই, নাই, কোনো নাই। অলপ আগতে মুকুল-কৃষ্ণহঁতৰ মেচত বৰ আঘাত পাই আহিছোঁ। সিহঁতে নুবুজিলে, এবাৰ নেভাবিলে সৌজনী আশাহত হতভাগিনীক আৰু দুদিনমান এই পৃথিবীত জীয়াই ৰাখিবলৈকে যে আজি মই চৰকাৰৰ গোলামি কৰিছোঁ। দৰমহাৰ টকাকেইটাই যে আজি মোৰ একমাত্ৰ সম্বল—অনুৰ জীৱন সঞ্জীৱন !'

'তাক মই বুজোঁ ৰাজেন ! তই সেইবোৰ চিন্তা কৰি নেথাকিবি। মানুহে যি আশা কৰে, যি হেঁপাহ কৰে, সেই সকলো জানো এই সংসাৰত সকলোৱে পায় ? এতিয়া বা, সেইবোৰ চিন্তা-ভাবনা এৰি অনুৰ ওচৰত অলপ বহগৈ। ময়ো যাওঁ, নিশা বহুত হ'ল।'

কৈ উঠি লাহেকৈ ৰাজেনৰ কান্ধত থপৰিয়াই জ্যোতিয়ে খোজ লয়। কোঠা আৰু বাৰাণ্ডাখন পাৰ হৈ চিৰিৰ ওচৰ পায়গৈ। ৰাজেনে একে ঠাইতে বহুত সময় তলমূৰ কৰি থাকে। তাৰ পাচত হঠাৎ এবাৰ মূৰ তুলি পাচফালৰপৰা চিঞৰি উঠে : 'জ্যোতি !'

চিৰিৰে নামিবলৈ লোৱা জ্যোতি থমকি বৈ পৰাত লৰালৰিকৈ ৰাজেনে ওচৰ চাপি গৈ আকৌ জ্যোতিৰ হাত এখনত খামুচি ধৰে : 'এটা কথা কওঁ জ্যোতি !'

'কি কথা ?'

'পুলিচ চাহাব, এছ-পি চাহাব আদি আমাৰ বৰমূৰীয়াসকলে আজি ৰাতি আমাৰ গোটেই পুলিচ বাহিনীকে বিশেষভাবে সতৰ্ক কৰি দিছে। তেওঁলোকে নিশ্চয় কিবা এটা সন্দেহ কৰিছে। সেয়ে প্ৰতি ৰেল ষ্টেচনে ষ্টেচনে চহৰৰ প্ৰতিটো ষ্ট্ৰেটেজিক্ পইণ্টত পুলিচ বাহিনী, 'আৰ্ম গাৰ্ডছ' সকলোকে সাজু কৰি ৰাখিছে। তাৰ উপৰি চাৰিওফালে তহলদাৰী পুলিচ ফ'ৰ্ম। তাৰ লগত···'

'কি হ'ল ? তোৰ পুলিচৰ ছিক্ৰেটবোৰ দেখোঁ মোৰ আগত কৈ দিছ ?'

'কৈছোঁ ভয়ত জ্যোতি ! আজি ৰাতি মুকুল-গোহাঁই-ৰঞ্জিতহঁতে ক'ত কি কৰিবলৈ গৈছে, তই হয়তো বহুতখিনি জানই। সিহঁত যদি কেনেবাকৈ ধৰা পৰিবলগীয়া হয় তেতিয়া কি যে হব ভাবিলেও ভয় লাগে। মোক ঘিণ কৰিলেও আজিও সিহঁত মোৰ বন্ধু। সেয়ে কৈছোঁ জ্যোতি, মোৰ এই কপালখনতো জানই, যদি ধৰা পৰে আৰু যদি ময়েই গৈ সিহঁতক হাতকেৰেয়া লগাই আনিবলগীয়া হয়



তেতিয়াতো মোৰ এই অভিশপ্ত মূৰটোৰ ওপৰতে জাপি লবলগীয়া হব পৃথিবীৰ সকলোৰে ধিক্কাৰ—সকলোৰে গঞ্জনা···তোৰ কথা সিহঁতে শুনে, কিবা প্ৰকাৰে অন্ততঃ আজি ৰাতিটোৰ কাৰণে হলেও সিহঁতক বাধা দি ৰাখ জ্যোতি !'

ৰাজেনৰ উৎকণ্ঠিত মুখখনলৈ জ্যোতিয়ে খন্তেক চাই ৰয় : 'বেছ বাৰু। খবৰটো দি তই ভালেই কৰিলি। বাৰু চাওঁ মই কিমানদূৰ কি কৰিব পাৰোঁ।··· আহিছোঁ দেই।' বুলি ক্ষিপ্ৰ গতিত চিৰিটো নামি খন্তেকৰ ভিতৰতে জ্যোতি আন্ধাৰৰ মাজত ডুবি যায়।

কৃষ্ণপক্ষৰ ক্ষয়িষ্ণু জোনটো ওলাবলৈ হয়তো তেতিয়াও বহুত দেৰি। ওলালেও আকাশত ছাটি থকা ডাৱৰ ফালি পৃথিবীৰ আন্ধাৰ যে বৰ বেছি আঁতৰাব পাৰিব তাৰ আশা নিচেই কম।

মাজে মাজে দুই-এটা পুলিচৰ হুইছেলৰ শব্দ, 'হেড্‌লাইট' প্ৰায় সম্পূৰ্ণ ঢাকি চলোৱা দুই-এখন গাড়ীৰ বাহিৰে কোনোফালে ক'তো এটা শব্দও নাই। বোবা মৌনতাৰে গোটেই চহৰখন যেন সমাধিস্থ হৈ আছে। বাহিৰত চৌদিশে অখণ্ড স্তব্ধতা। তাৰ মাজেৰে এটা-এটাকৈ প্ৰহৰবোৰ পাৰ হৈ গৈছে।

নিঃপালি দিয়া গোটেই চহৰখনৰ আনবোৰ ঘৰৰ দৰে মুকুলহঁতৰ মেচটোও ডুবি আছে নিস্তব্ধ আন্ধাৰৰ মাজত। বাহিৰততো নায়েই, আনকি ঘৰৰ ভিতৰতো ক্ষুদ্ৰতম সাৰ-সুৰ নাই।···নহলেও অৱশ্যে এই মুহূৰ্তত যে মেচটো একেবাৰে জন-প্ৰাণীহীন সিও নহয়। 'হমফ্ৰন্ট' ৰক্ষা কৰাৰ ডিউটি পৰিছে আজি ৰাতি কৃষ্ণৰ ওপৰত।

এতিয়া চাদৰেৰে ঘুম মাৰি, সাৰে থকাৰ অভিপ্ৰায়েৰেই কৃষ্ণই বিছনাত বাগৰ দিছিল ; কিন্তু আপদীয়া টোপনিটো যে কেতিয়া আহি গ'ল টলকিবই নোৱাৰিলে।

তথাপি বাহিৰৰ দুৱাৰত টুক্-টুক্ শব্দটো শুনি হঠাৎ টোপনি ভাঙি যায় কৃষ্ণৰ। লগে লগেই সজাগ সতৰ্ক হৈ উঠে। হয়তো পুলিচ। দিন-ৰাতি কোনোটো সময়েই কৃষ্ণহঁতৰ মেচটোৰ কাৰণে নিৰাপদ হৈ থকা নাই। সেয়ে বিছনাৰপৰা উঠি আহে যদিও, কৃষ্ণই তৎক্ষণাৎ দুৱাৰখন খুলি নিদিয়ে। অপেক্ষা কৰি ৰয়।

অলপ পাচতে কিন্তু টুক্-টুক্কৈ হোৱা অস্পষ্ট শব্দৰ লগতে মুকুলৰ নাম ধৰি, কৃষ্ণৰ নাম ধৰি মতা শুনিহে কৃষ্ণৰ দুৰ্ভাৱনা অলপ শাম কাটে। দুৱাৰখন সামান্য খুলি, অলপকৈ মূৰটো উলিয়াই বাহিৰলৈ চায়েই বিস্মিত হৈ যায় কৃষ্ণ।

'জ্যোতি! তই ইয়াত! এই ৰাতি!'

'হুঁ? প্ৰয়োজন আছে।' জ্যোতিয়ে কোঠাৰ ভিতৰলৈ সোমাই আহি লাহেকৈ দুৱাৰখন জপাই দি প্ৰশ্ন কৰে: 'মুকুলহঁত ক'ত?'

'মুকুলহঁত? সিহঁততো এটাও নাই! কেতিয়াবাই গ'ল। তইতো জানই।'

'জানো। কিহেৰে গৈছে?'

'নাৱেৰে।'

'টাৰ্গেট মিলিটাৰী স্পেচিয়েলখন, নহয় জানো?'

'হয়।'

'ইয়াৰপৰা কিমান দূৰৈত?'

'ন-দহ মাইলমানেই হ'ব⋯।'

'ৰেল-লাইনৰ মাইল-প'ষ্ট কি জান?'

'দুশ পঞ্চসত্তৰ আৰু দুশ ছয়সত্তৰৰ মাজতে। কিন্তু জ্যোতি তইতো এইবোৰ কথা কেতিয়াও নোসোধ, আজি কিয় সুধিছ?'

'সুধিছোঁ, কাৰণ আজি ৰাতিটো বৰ ভাল নহয়। খবৰ পাইছোঁ, পুলিচে কিবা যেন সন্দেহ কৰিছে। সেয়ে চাৰিওফালে সিহঁত সক্ৰিয় হৈ উঠিছে।'

'তেন্তে তই⋯'

'মুকুলহঁতে য'তে যি কৰিবলৈ যাওক লাগে, সিহঁত বিপদত পৰাৰ আগতেই ঘূৰাই আনিব লাগিব। যেনে-তেনে, অন্ততঃ আজি ৰাতিটোলৈ⋯। মই আহিছোঁ কৃষ্ণ।'

'অলপ ৰ জ্যোতি, ময়ো তোৰ লগত যাম।'

'উঁহো, তই এতিয়া বাহিৰলৈ ওলোৱাটো মুঠেই উচিত নহয়। পুলিচে তোক এই ৰাতি পালে জুলুম কৰিব। সেই বিষয়ে মই অৱশ্যে তইঁততকৈ বহুত নিৰাপদ। মোক পালেও ধৰি নিনিয়ে। বাৰু আহিলোঁ। তই দুৱাৰ মাৰ, মাথো সাৰে থাকিবি।'

কথাৰ লগে লগে জ্যোতিয়ে দুৱাৰ খুলি যাবলৈ ওলায়ো আকৌ সোধে: 'আজি ৰঞ্জিতৰ দলৰ টাৰ্গেট কি কৃষ্ণ?'

'ঠিক কৰ পৰা নাই। হয় পুৰণা ডাক-বঙলাটো, নহয় মিলিটাৰী ছাপ্লাই ষ্টোৰটো।'

'সিহঁতৰ সময় অৱশ্যে হোৱা নাই। সিহঁতক তাৰ ঘৰত পামগৈ নে?'

'জানো! হয়তো পাবও পাৰ।'

'বাৰু তই দুৱাৰ মাৰ; মই আহিলোঁ⋯।'

কাকো আহ্বান নকৰাকৈ ৰঞ্জিতৰ ঘৰৰ অন্দৰ মহললৈ কেনেকৈ যাব পাৰি তাক জ্যোতিয়ে জানে। সেয়ে নিঃশব্দে আন্ধাৰত ভিতৰ চোতালখন পাৰ হৈ, সন্মুখৰ সৰু কোঠাটোৰ দুৱাৰৰ শিকলিডাল খুলি ভিতৰ সোমাই যায়। তাৰ পাচত এমূৰৰ বিশেষ স্থানত থকা চাবিটো লৈ আৰু এখন ইমাৰ্জেন্সিত ব্যৱহাৰ কৰা দুৱাৰ খুলি ৰঞ্জিতৰ শোৱা কোঠাত সোমাই পৰে। আজি কিছুদিনৰেপৰা ৰঞ্জিতৰ লগত পুতুকণ, বাৰিণ আৰু দুজন ল'ৰা থাকিবলৈ লোৱাৰ কথা জ্যোতিয়ে জানে।

কোঠাত সোমাই প্ৰথম মুহূৰ্তত জ্যোতিয়ে চাৰিখন বিছনাত চাৰিজন মানুহক শুই থকা অৱস্থাতে পাইছে বুলি ভাবিছিল। কিন্তু কিবা সন্দেহ কৰি আগবাঢ়ি গৈ এখন এখনকৈ প্ৰতিখন বিছনাৰে কাপোৰবোৰ তুলি চাই দেখে সকলো 'ডামি'—সজীৱ কোনো নাই।

ৰঞ্জিতৰ কোঠাত হঠাৎ এই 'ডামি' প্ৰবৰ্তনৰ উদ্দেশ্যটো জ্যোতিয়ে ঠিক বুজিব নোৱাৰিলে, যদিও এটা কথা ঠিক বুজিলে যে ৰঞ্জিতহঁতক এতিয়া বিচাৰি উলিওৱা সম্ভৱ নহ'ব। টাৰ্গেট চহৰৰ ভিতৰত নে বাহিৰত তাকো জ্যোতিয়ে ভালকৈ নেজানে; কিন্তু মুকুলহঁতৰ বহুখিনি জানে।

সেয়ে সময় নষ্ট নকৰি তৎক্ষণাৎ কোঠাৰ বিছনাবোৰ আকৌ আগৰ দৰে থৈ জ্যোতি ঘৰৰপৰা ওলাই আহি আলিত থিয় দিয়েহি। এইবাৰ আলিয়েদি বেছ এছোৱা বাট যাব লাগিব।

আন্ধাৰত ডুবি আছে আলিটো। কিন্তু এসময়ত কেঁকুৰী এটা ঘূৰাৰ লগে লগে জীপ এখন আহি জ্যোতিৰ সন্মুখত উদয় হয়হি। গাড়ীৰ হেড্‌লাইট জ্যোতিৰ চকুত লগাত চকু ঢাকি জ্যোতি বৈ পৰিবলৈ বাধ্য হয়।

'এই কৌন হ্যায়? ইধাৰ আও।' অদৃশ্য বক্তাৰ হুকুমটো শুনি গাড়ীখনৰ ফালে জ্যোতি কেইখোজমান আগুৱাই যায়: 'মোক মাতিছে?'

জীপৰ ভিতৰত ছাব-ইন্সপেক্টৰ বয়, হাবিলদাৰ আৰু দুটা কনিষ্টবল। জ্যোতি গাড়ীৰ ওচৰ পোৱাত ভিতৰৰপৰা মুখখন উলিয়াই বয়ে জ্যোতিৰ মুখলৈ চাই চিনিব পাৰি পুলিচী মেজাজৰ পৰিবৰ্তে অলপ বিস্ময়েৰেই প্ৰশ্ন কৰে: 'জ্যোতিবাবু! আপুনি? এই ৰাতি আপুনি ৰাস্তাত কিয়? আহিলে ক'ৰপৰা?'

'বহুত দূৰৰপৰা, ৰৌবাৰী কেম্পলৈ গৈছিলোঁ।'

'অ' বুজিছোঁ, আপোনালোকে হস্পিটাল কৰি তোলা কেম্পটো নহয় জানো ?'

'হয়। সেয়ে ইমান ৰাতি হ'ল। খোজ কাঢ়ি কাঢ়ি ভাগৰ লাগি গৈছে।'

'হুঁ ? ভাল, আপুনি বাৰু যাওকগৈ। এই ৰাতি আৰু বাহিৰত নেথাকিব। দিন-কাল কি হৈছে জানেই! আপুনি নহৈ আন হোৱা হলে আমি বাধ্য হৈয়ে থানালৈ ধৰি নিব লাগিলহেঁতেন। তথাপি আপুনি আৰু ইয়াত নেথাকিব। যাওক, সোনকালে ঘৰলৈ যাওক।'

জ্যোতিয়ে খোজ লয়। লগে লগে বয়েও বিপৰীত মুখে জীপ চলাই খন্তেকতে চকুৰ আঁৰ হৈ যায়। জ্যোতিয়ে অলপ পাচতে আলি এৰি সৰু ফুটপাথ এটাৰে কোবাকোবিকৈ আন্ধাৰৰ মাজেৰে আগবাঢ়ে।

···তাৰ ঠিক দহ মিনিটৰ পাচতে এঠাইত সৰু বন্ধ খিৰিকী এখনত বাহিৰৰপৰা টুকুৰিয়াই জ্যোতিয়ে লাহে লাহে মাত দিয়ে: 'বীৰু! অ' বীৰু, বীৰু!'

উত্তৰৰ আশাত জ্যোতিয়ে বেছ কিছু সময় অপেক্ষা কৰিব লগা হয়। তাৰ পাচত আকৌ মাত লগোৱাত ঘৰৰ ভিতৰৰপৰা কোনোবা তৰুণী কন্যাৰ বিৰক্তিপূৰ্ণ মাত বন্ধ খিৰিকী ভেদি জ্যোতিৰ কাণত পৰেহি: 'কোন? এই ৰাতিখন বীৰুক কেলৈ? বীৰুৰ টোপনি···'

জ্যোতিৰ ওঁঠত হাঁহি বিৰিঙি উঠে: 'সেয়া ৰেখা নেকি?'

মুহূৰ্ততে খিৰিকী মেল খাই যায় আৰু খিৰিকীৰ সিঁদাতিয়ে ৰেখাৰ মুখখন অস্পষ্টকৈ দেখা যায়। অলপ ব্যগ্ৰ হৈয়ে যেন ৰেখাই খিৰিকীৰ বাহিৰলৈ চায়।

'কোন?···অ' জ্যোতি ককাইদেউ! আপুনি?'

'হয় ৰেখা, কিন্তু বীৰু সঁচাই টোপনিত জানো?'

অপ্ৰতিভ ৰেখাৰ মুখতো সামান্য লাজকুৰীয়া হাঁহি এটা বিৰিঙি উঠে: 'নহয়, মই—মই মিছা কৈছিলোঁ জ্যোতি ককাইদেউ! আপোনাৰ মাতটো মই চিনিব পৰা নাছিলোঁ।'

'তাৰ মানে বীৰু ঘৰত নাই?'

'ওঁহো।' ৰেখাই লাহেকৈ মূৰ জুপিয়াই জ্যোতিৰ মুখলৈ চায়।

'বাৰু ৰেখা, তুমি শোৱাগৈ যোৱাঁ। নে ভায়েৰা ঘূৰি নহালৈকে উজাগৰে বন্ধ খিৰিকীৰ মুখত বহি থাকিবা?'

উত্তৰৰ পৰিবৰ্তে ৰেখাই নিঃশব্দে মাথো হাঁহে।

'বেছ যি কৰা কৰা, মুঠতে খিৰিকী খুলি নেৰাখিবা। মই আহোঁ দেই।'



চিন্তিত মনেৰে জ্যোতিয়ে বেগ দিয়ে। কোনে জানে ঘৰত নাই যেতিয়া বীৰু হয়তো সেই মুহূৰ্তত বৰনৈৰ বুকুত।

জ্যোতিৰ অনুমান অমূলক নাছিল। মুকুলৰ দলৰ লগত বীৰু সেই মুহূৰ্তত বৰনৈৰ বুকুত। সিহঁতৰ গোটেই দলটোক লৈ নাওখন পৰিত্যক্ত ঘাটটোত লাগিছেহি। বান-বিধ্বস্ত জুৰুলা শৰণাৰ্থীৰ কাৰণে সেই ঘাটতে জ্যোতিয়ে এদিন অস্থায়ী কেম্প এটা কৰিছিল। অৱশ্যে কেম্পৰ কোনো অস্তিত্বই এতিয়া আৰু নাই। ফুটুকানিয়ে চাৰিওদিশ ছাটি পেলাইছে।

জনপ্ৰাণীশূন্য সেই নিৰ্জন ঘাটেই এই বিশেষ ৰাতিটোত হৈ উঠিছে মুকুলৰ 'অপাৰেশ্বন কেম্প'। তাৰপৰা ৰেলৰ লাইন প্ৰায় এমাইল আঁতৰত।

আন্ধাৰৰ অন্তৰালত নিঃশব্দে নাও আহি ঘাটত লগাৰ লাগে লগেই সকলো ব্যস্ত হৈ উঠে।

'বীৰু, তুমি পাৰলৈ জঁাপ দিয়া আৰু নাৱৰ মূৰটো টানি ধৰা। আমি বস্তবোৰ নমাইছোঁ। এই গোহাঁই, তই আৰু দেবুৱে নাওখন গছৰ ছাঁত লুকুৱাই থৈ আহিবি। আমি আগবাঢ়িছোঁ। ৰত্ন আৰু মইন, তোমালোক দুয়ো তোমালোকৰ পোষ্টলৈ যোৱাগৈ। কোনোবা ফালে সন্দেহজনক কিবা দেখিলেই সঙ্কেত দিবা। যোৱাঁ, বাকীবোৰে গাইপতি বস্তবোৰ লৈ মোৰ পাচে পাচে আহাঁ।'

নৈশ অভিযানৰ বাবে তালিম দি দি কিশোৰৰ দলটোকো আনকি মুকুলহঁতে পাকৈত কৰি তুলিছে। সিহঁত সকলোৰে কৰ্মধাৰা, প্ৰতিটো পদক্ষেপ কল্পনা কৰিবলৈ জ্যোতিৰ অসুবিধা নহয়। কিন্তু চহৰৰপৰা ইমান দূৰৈত এই মাজৰাতি সকলোৰে এনে অভিযান এয়ে প্ৰথম। সেয়ে জ্যোতিৰ দুশ্চিন্তা বেছি হয়।

যিমানেই ঘৰৰ ওচৰ চাপি আহিছে জ্যোতিৰ সিমানেই মানসিক অস্থিৰতাও বাঢ়ি আহে। বীৰুও গ'ল যেতিয়া অকণকো জানো জ্যোতিয়ে ঘৰত পাব? চৈধ্য বছৰীয়া কিশোৰ অকণ, অথচ তাক ঘৰত ধৰি ৰখাও টান।

পদূলিমূৰৰ বন্ধ 'উইকেট গেট'খনত আঁউজি সেই ৰাতিও দূৰৰ অন্ধকাৰলৈ চাই থকা গাভৰুজনীক দেখি জ্যোতিৰ বিস্ময়ৰ সীমা নেথাকে। তাই ইমানেই তন্ময় যে জ্যোতিৰ খোজৰ অস্পষ্ট শব্দটো ও হয়তো কাণলৈ যোৱা নাই।

'আইমনি···।'

উচপ্ খোৱাৰ দৰেই আইমণিয়ে মুখ ঘূৰাই ওচৰত থিয় দিয়া জ্যোতিৰ মুখলৈ চায়।

'অ' ককাইদেউ, তুমি!'

'তই এই ৰাতিখন অকলে অকলে ইয়াত কি কৰিছহি আইমণি ?'

'তোমালৈকে বাট চাই আছিলোঁ। তুমি আজি ইমান পলম কৰিলা ককাইদেউ! আহাঁ ভিতৰলৈ যাওঁ।'

আইমণিয়ে গেট খুলি দিয়াৰ লগে লগে দুয়ো ঘৰৰ ফালে খোজ আৰম্ভ কৰে।

'অকণ ক'ত ?'

থমক্ খাই আইমণিয়ে জ্যোতিৰ মুখলৈ চাই লাহেকৈ উত্তৰ দিয়েঃ 'অকণ গ'ল নহয় বীৰুহঁতৰ লগত !'

'গ'ল ?'

জ্যোতিও চমকি উঠে। ইমানপৰে যি সন্দেহ কৰিছিল সেয়ে সঁচা। তথাপি মনৰ কোণত ক্ষীণ এটা আশা আছিলঃ নিতান্তই সৰু বুলি মুকুলে হয়তো তাক লগত নিনিবও পাৰে; আৰু সেই খবৰটো জানি যাবলৈকে জ্যোতি বাহিৰে বাহিৰে নগৈ বীৰু আৰু অকণৰ খবৰটো লৈ যোৱাৰ উদ্দেশ্যে ঘৰত পাক এটা মাৰি যাবলৈ আহিছিল।



'কেতিয়া, কিমান সময়ৰ আগতে ?'

'বহুত সময় হ'ল; কিন্তু কিয় ককাইদেউ? তুমি আজি হঠাৎ এইবোৰ প্ৰশ্ন কৰিছা কিয়? সি এনেকৈ যোৱাতো জানো আজি নতুন দেখিছা ?'

উত্তৰ দিয়াৰ পৰিবৰ্তে জ্যোতিয়ে মৌন হৈ ক্ষন্তেক কিবা এটা ভাবে। তাৰ পিচত আকৌ গেটৰ ফালে আগবাঢ়ি যায়। বিস্মিত আইমণিয়ে একো নুবুজি হঠাৎ আকুল হৈ লৰি গৈ জ্যোতিৰ ডিঙিত দুয়ো হাতেৰে সাৱটি ধৰেগৈ।

'তুমি আকৌ কলৈ যোৱাঁ ? আগতে মোক কৈ যোৱাঁ কি হৈছে ? মোৰ—মোৰ আজি সঁচাই বৰ ভয় লাগিছে ককাইদেউ !'

'ভয় ? তোৰ ভয় লাগিছে ? তোৰ, অকণৰ, বেথাৰ, বীৰুৰ ভয় বোলা কিবা এটা আছে জানো ? শুন আইমণি, আজি ৰাতিটো বৰ ভাল নহয় বুলি শুনিছোঁ। অকণহঁতৰ দল ক'ৰবাত বিপদত পৰিব পাৰে। সেয়ে সিহঁতক মই সাৱধান কৰি দিব লাগিব। পাৰিলে বিপদত পৰাৰ আগতেই ঘূৰাই আনিব লাগিব। মই যাওঁ বুজিছ...'

'কিন্তু ইমান দূৰ বাট তুমি কেনেকৈ যাবা ?'

'যেনেকৈয়ে হওক যাবই লাগিব।'

'কিন্তু একো এটা নোখোৱা-নেমেলাকৈ...'



'আহি থাম, চিন্তা নকৰিবি। মোৰ বহুত বেলি হৈ গ'ল, হয়তো ঠিক সময়ত নেপামগৈ। তথাপি তই যা আইমণি, আৰু ইয়াত এনেকৈ নেথাকিবি। শোগৈ যা ! মই আহিলোঁ।'

কথাৰ লগে লগে জ্যোতি গেট খুলি আকৌ আলিত উঠেগৈ। মুহূৰ্তৰ কাৰণেও পাচলৈ আৰু ঘূৰি নেচাই প্ৰায় দৌৰিবলৈকে আৰম্ভ কৰি দিয়ে। জ্যোতিৰ ভৰিৰ খোজৰ অস্পষ্ট শব্দবোৰ দূৰৈত লাহে লাহে নাইকিয়া হৈ যায়। চৌদিশ আকৌ নিস্তব্ধ হৈ পৰে।

দিন-দুপৰতে ভালকৈ লক্ষ্য নকৰিলে সৰু জোপাটোৰ ভিতৰত কি আছে ভালকৈ চকুত নপৰে, তেনেস্থলত মাজৰাতি আন্ধাৰততো কথাই নাই।

সৰু দুই-এটা অস্পষ্ট কথা কাণলৈ নাহিলে কল্পনাও কৰিব নোৱাৰি যে জোপাৰ মাজত ভালেকেইজন ল'ৰা জুপুকা মাৰি বহি আছে।

বক্সিতৰ দলে আহিলা-পাতিৰে প্ৰস্তুত হৈ আধাঘন্টাৰ আগতে তাত আশ্ৰয় লৈছেহি। তেতিয়াৰপৰাই চূড়ান্ত সাৱধানতাৰে আটায়ে জোপাৰ ফাঁকেৰে মূৰ উলিয়াই নিৰীক্ষণ কৰিছে—প্ৰায় দুশ গজ আঁতৰত ক'লা দৈত্যৰ দৰে থিয় দি থকা পুৰণা বিৰাট ঘৰটো।

চহৰৰ মাজৰ সৰু ডাক-বঙলাটো চিভিলিয়ানৰ কাৰণে ৰাখি এই ডাঙৰ ঘৰটো 'ট্ৰেন্‌জিট কেম্প' হিচাপে মিলিটাৰীৰ ব্যৱহাৰৰ কাৰণে এৰি দিয়া হৈছে। সিহঁতৰ চামে চামে আহিছে, দুই-চাৰিদিন তাত কেম্প কৰি আকৌ গুচি গৈছে। শেষৰ কোম্পানীটো যোৱা আঠচল্লিশ ঘণ্টাও হোৱা নাই। দুই-এদিনতে হয়তো আন এটা কোম্পানী ওলাবহি। হয়তো এই ৰাতিয়েই ওলাবহি পাৰে, কোনে জানে ?

সেয়ে বক্সিতৰ দলৰ কাৰণে সময়ৰ মূল্য বহুত। এই মুহূৰ্তত ঘৰটো খালি বুলি জানে। অৱশ্যে ঘৰটোত কোনো নেথাকিলেও এদাঁতিয়ে থকা চকিদাৰটোৰ ঘৰটোৰপৰা অহা চাকিৰ ক্ষীণ পোহৰ তাত উপস্থিত হৈয়ে সকলোৰে চকুত পৰিছিল। কিন্তু সেই পোহৰো নাইকিয়া হোৱা প্ৰায় আধাঘণ্টা হ'ল। এতেপৰে নিশ্চয় চকিদাৰটোৰ ঘৰৰ সকলোৰে টোপনি আহিছে।

ভালেমান দিন আগৰেপৰা আলেঙে আলেঙে ঘৰটো সম্বন্ধে, চকিদাৰটো সম্বন্ধে শুনি-বুজি, চাই-চিতি তাৰ সম্পূৰ্ণ ইতিহাস দলৰ প্ৰায় সকলোৰে একপ্ৰকাৰ মুখস্থ হৈ আছে। কোনকালৰপৰা কেনেকৈ কাম আৰম্ভ হব তাৰ প্লেনো আগতীয়াকৈ কৰি থোৱা আছে। গতিকে আৰু সময় নষ্ট কৰাৰ প্ৰয়োজন নাই।

আন্ধাৰত দেখা হাতঘড়ীটোলৈ চাই লাহে লাহে ৰঞ্জিত জোপাৰ মাজত থিয় দিয়ে।

'শুনা, প্ৰথমে মই আগবাঢ়ি গৈ কিবাপ্ৰকাৰে বাথৰুমৰ ওচৰত থকা কোঠাটোৰ দুৱাৰখন খুলিম। তাৰ পাচত সঙ্কেত দিম। সঙ্কেত শুনিলেই পুতুকণ আৰু খগেন তোমালোক দুয়ো বস্তবোৰ লৈ যাবা। সাৱধান, একেলগে নহয়, বৈ বৈ এজন-এজনকৈ বুজিছা? বাকী ডলী ৰাবিন, তোমালোক সকলো ইয়াতে থাকিবা। চাৰিওফালে চকু ৰাখিবা। কেইবাবাৰো ব্যৰ্থ হৈছোঁ, আজি চাক্‌ছেছফুল হবই লাগিব।'

'ৰঞ্জিতদা, ময়ো খগেনহঁতৰ লগত যাম।'

'উঁহো নেলাগে। তোমালোক সকলো ইয়াতে থাকিবা Now no talk, মই আহিছোঁ।'

সৰু চিৰিটোৰ সমুখৰ বন্ধ দুৱাৰখন পুৰণা যদিও তাৰ খিলিটো বাহিৰৰপৰা খুলিবলৈ ৰঞ্জিতৰ ভালেখিনি সময় লাগে। কোঠাটো একালত হয়তো ড্ৰেছিং ৰুমেই আছিল; কিন্তু এতিয়া সি পৰিত্যক্ত ষ্টোৰ-ৰুমলৈ ৰূপান্তৰিত হৈছে। কোঠাটোৰ ইফালে ভগা ছোফা, দুই-চাৰিখন চকী, দুৱিয়াই থোৱা ফটা কাৰ্পেট, ভগা টেবুল আদিৰে বিশৃঙ্খল হৈ আছে।

ৰঞ্জিতৰ সঙ্কেত পাই প্ৰথমে পুতুকণ, তাৰ পাচত খগেন আহিলা-পাতি লৈ সন্তৰ্পনে ৰঞ্জিতৰ লগ লাগেহি। তাৰ পাচত নিঃশব্দে তিনিও কামত লাগি যায়। কোনে কি কৰিব লাগিব তাক কোৱাৰ প্ৰয়োজন নহয়।

ভঙা চকী-ছোফাৰ লগত পেট্ৰোল-শলিতাৰে প্ৰায় নিখুঁত মেজিকৰ এটা সাজিবলৈ ৰঞ্জিতহঁতৰ দহ মিনিটো সময় নালাগে। শলিটো দুৱাৰৰ ওচৰলৈকে আনি, দুৱাৰখন লাহেকৈ জপাই থৈ তিনিও নিঃশব্দে ওলাই আহি আকৌ ডলীহঁতৰ লগ লাগেহি।

'এইবাৰ ডলী, ৰাবীন, খগেন, তোমালোক সকলো যোৱাগৈ। আমাৰ কাম হ'ল। দুয়োফালৰ পহৰাত থকা ৰমেশ আৰু নগেনকো মাতি লৈ যোৱাঁ। কেৱল মই আৰু পুতুকণ ইয়াত থাকিম। উচিত সময় হলে শেষ কামটো সমাধা কৰি আমিও যাম। তোমালোক যোৱাঁ; আৰু এক মিনিটো সময় নষ্ট নকৰিবা। খুব সাৱধানে ভাগ ভাগ হৈ যাবা, বুজিছা?'

ৰঞ্জিতৰ হুকুমমতে সকলো জোপাৰ মাজৰপৰা উঠি নিঃশব্দে বেগাবেগিকৈ খোজ লয় আৰু খন্তেক পাচতেই আন্ধাৰৰ মাজত সকলো মিলি যায়।



জোপাৰ মাজত মাত্ৰ ৰঞ্জিত আৰু পুতুকণ আগৰ নিয়মে জুপুকা মাৰি বহি থাকে। অলপ অলপকৈ ৰাতিৰ প্ৰহৰবোৰ আগবাঢ়ে।

ৰেছ নিৰ্জন ঠাই ডোখৰ। দুয়োকাষে ডাঠ হাবি। তাৰ মাজেৰে গৈছে ৰেল লাইনটো। পশ্চিমফালে পাঁচ মাইল নিলগত চহৰৰ ষ্টেচনটো—পূবলৈ মাত্ৰ ডেৰ-দুই মাইলৰ ভিতৰতে আনটো সৰু ষ্টেচন।

তথাপি কিছুমান সুবিধালৈ চায়েই, ঠাই ডোখৰ যথেষ্ট ৰিস্কি যদিও মুকুলহঁতে সেই ডোখৰ ঠায়েই বাছি লৈছে, সিও বহুতবাৰ ছল-চাতুৰী কৰি, বহুত বিচাৰ-বিবেচনা, গবেষণা কৰিহে সকলো ফাইনেল কৰিছে।

বিশ মিনিটৰ ভিতৰতে ঘাটৰপৰা সকলো আহি লাইনৰ দাঁতি-সংলগ্ন হাবিত আশ্ৰয় লয়হি।

প্ৰথমে মুকুলেই সন্তৰ্পনে ৰেল-লাইনৰ বিশেষ ঠাইডোখৰৰ ওপৰত উঠি চৌদিশ সাৱধানে ছাৰ্ভে কৰি লয়। তাৰ পাচত সঙ্কেত দিয়ে। দলৰ বাকীবোৰ এজন এজনকৈ আহি মুকুলৰ লগ লাগেহি।

কৰ্ম সম্পাদনৰ গোটেই পৰিকল্পনাটো ৰঞ্জিতহঁতৰ দৰেই এনেভাবে আগতীয়াকৈ নিখুঁতভাবে কৰি থোৱা আছে যে আৰু এক মিনিট সময়ো নষ্ট কৰা বা এযাৰ কথা কোৱাৰো কাৰো প্ৰয়োজন নহয়।

মাথো ৰেলৰ ফিচ্‌প্লেটৰ মাজৰে ধৰা নাট্‌-বল্টু কেইটা সহজে খুলিব নোৱাৰাত কিছু সময় লাগে। কিন্তু তাৰ কাৰণেও মুকুলহঁত সাজু হৈয়ে আহিছে। নিৰ্দেশমতেই বদন মেকানিকৰ ঘৰৰপৰা অকণে সংগ্ৰহ কৰি অনা পেনিট্ৰেটিং অয়েলখিনি যথেষ্ট কামত আহে।

শৃঙ্খলাবদ্ধভাৱেই কামত আগবাঢ়ে সকলো। মহেশে নাট্‌বোৰৰ ওপৰত অলপ অলপ তেল ঢালি যায়। মুকুলে হাতুৰিৰে নাট্‌টোৰ চাৰিওফালে লাহে লাহে 'ঠুকি-ঠুকি' পাচত ৰেঞ্চ্‌পাট নাটত ভালকৈ খুৱাই ধৰে। গোহাঁয়ে পাইপৰ দীঘল টুকুৰাডোখৰ ৰেঞ্চৰ আনটো মূৰত সুমুৱাই লৈ বীৰু আৰু দুজনমানে একেলগে পাইপডাল তললৈ হেঁচি দিয়ে। কেইবাৰমান তেনেভাৱে হেঁচা দি থকাৰ মূৰত এবাৰ হয়তো কেঁটকৈ এটা সৰু শব্দ হয়। বুজে নাট ঢিলা হৈছে। আন এজনে পাচ মুহূৰ্ততে বেলেগ ৰেঞ্চ এপাট লৈ নাট্‌টো সম্পূৰ্ণ খুলি পেলায় মানে মুকুলগোহাঁয়ে আন এটাত ধৰে। এই নিয়মেই অলপ সময়ৰ ভিতৰত প্ৰথম ফিচপ্লেটখন খুলি আৰম্ভ কৰে দ্বিতীয়খন।

গোটেই কামটো সম্পূৰ্ণ কৰাত মুকুলহঁতৰ পোন্ধৰ মিনিটতকৈ বেছি সময় লগাৰ কথা নহয়। কিন্তু বত্তুৰ দোষতে অনৰ্থক বহুতখিনি সময় নষ্ট হৈ যায়।

বেচেৰা! অকণৰ বয়সৰে সৰু ল'ৰা সি। প্ৰায় তিনিশ গজ আঁতৰৰ অন্ধকাৰ হাবিৰ মাজত 'ভিন্টেজ পইন্টত' অকলে থিয় দি পহৰাত আছে। পশ্চিমলৈ, দুয়োফালৰ হাবিৰ মাজেৰে যোৱা ৰেললাইন আৰু আকাশ মিলি দীঘল অস্পষ্ট টানেল এটাৰ আকৃতিটোলৈকে সি চাই থাকিবলগীয়া হৈছে। ট্ৰেইন সেইফালৰপৰাই আহিব; আৰু এমাইল ডেৰমাইল দূৰত থাকিলেও চকুত পৰিব।

এনেয়ে হাবি, তাতে মাজৰাতিৰ আন্ধাৰ। বত্তুৰ ছাঁটোকে বাঘটো দেখাৰ নিচিনা। তাৰ ধাৰণা হয়, আন্ধাৰত যেন সি বহুত কিবাকিবি দেখিছে। এবাৰ বৰ ভয় খাই ভালকৈ নোচোৱাকৈয়ে সি ততাতৈয়াকৈ সংকেত দি পেলায়। ফলত য'ৰে কাম ত'তে এৰি মুকুলহঁতৰ গোটেই দলটোৱেই ৰেল-লাইন এৰি হাবিত আশ্ৰয় লয়গৈ।

মূল্যবান সময় ভালেখিনি নষ্ট হয় যদিও সংকেতটো যে ভুল সেইটো ধৰা পৰে। মুকুলে এইবাৰ পহৰাই সলনি কৰি পেলায়। অৱশ্যে সিও বৰ বেছি সময়ৰ কাৰণে প্ৰয়োজন নহয়। যিহেতু অলপ সময়ৰ পাচতে কাম সম্পূৰ্ণ হৈ যায়।

তাৰ পাচত গোটেই দলটো গোটাই লৈ খৰখেদাকৈ পুনৰ নৈৰ ঘাটলৈ ঘূৰি যাবলৈ মুকুলে গোহাঁইক নিৰ্দেশ দিয়ে। তাতেই সকলোৱে সাজু হৈ মুকুলৰ কাৰণে অপেক্ষা কৰিব লাগিব। যিহেতু মুকুলৰ আৰু এটা কাম সমাধা কৰিবলৈ এতিয়াও বাকী।

মহেশে মুকুলৰ লগতে থাকিবলৈ বৰ আগ্ৰহ কৰে যদিও মুকুল সন্মত নহয়। বিনা কাৰণত 'ৰিস্ক' লোৱাৰ পক্ষপাতী নহয় দেখিয়েই মুকুলে বন্ধুকো আৰু লগত থাকিবলৈ নিদিয়ে।

নিৰ্দেশমতে ক্ষন্তেকৰ ভিতৰতে হাতে হাতে সঁজুলি গোটাই লৈ লাইনৰপৰা নামি দাঁতিৰ হাবিৰ মাজত গোহাঁইৰ দল সোমাই পৰে। কোনোফালৰপৰা ক্ষুদ্ৰ শব্দ এটাও শুনা নাযায়। চৌদিশ নিস্তব্ধ। গোহাঁইহঁত যোৱাৰ পাচত ঠাই-ডোখৰ যেন আৰু বেছি গহীন আৰু বেছি নিস্তব্ধ হৈ পৰে।

সেই নিস্তব্ধতাৰ মাজত অকলে অকলে মুকুল বেছ কিছু সময়লৈ একে ঠাইতে থিয় দি থাকে। তাৰ পাচত নিঃশব্দে এফালে লাইনৰ দাঁতিয়ে দাঁতিয়ে গৈ এঠাইত বিশেষ এটা টেলিগ্ৰাফ পোষ্টৰ তলত থিয় দিয়েগৈ।



দুয়োটা ৰেল ষ্টেচনৰ মাজত যোগাযোগ বিচ্ছিন্ন কৰিব লাগিব; কিন্তু তাকে কৰিব লাগিব শেষ মুহূৰ্তত। আগতীয়াকৈ কৰিলে হয়তো সন্দেহ কৰি ট্ৰেইন এবাৰ নিৰ্দিষ্ট সময় পিচুৱাই দিব পাৰে। নতুবা ট্ৰেইন এৰিলেও পূবৰ ষ্টেচনৰপৰা ৰেলৰে ষ্টাফ, আৰ্মগাৰ্ড আদি কোনোবাই 'ইনভেষ্টিগেট্' কৰিবলৈ আগুৱাই আহিব পাৰে। সেয়ে অপেক্ষা কৰি ৰয় সেই পৰম মুহূৰ্তটোলৈ।

সময়বোৰ পাৰ হৈ যায়। অতপৰে হয়তো গোহাঁইৰ দল নৈৰ ঘাট পাইছেগৈ। মুকুলৰো আৰু বেছিপৰ ৰবলগীয়া নহয়। পশ্চিমফালে বহু দূৰৰ হাবিৰ মাজৰপৰা খুব অস্পষ্ট গুম-গুমনি শব্দ এটা বতাহত ভাঁহি আহি মুকুলৰ কাণত পৰে।

নিঃশব্দে ৰেলৰ লাইনলৈ মুকুল আকৌ উঠি যায়। এইবাৰ লাইনৰ ওপৰত কাণ পেলাই কিবা এটা অনুভৱ কৰিবৰ চেষ্টা কৰে। পাচ পাকতে আকৌ লাইনৰপৰা নামি গৈ টেলিগ্ৰাফ প'ষ্টৰ তলত ৰয়গৈ। এইবাৰ আৰু অপেক্ষা কৰাৰ প্ৰয়োজন নহয়। তৎক্ষণাৎ প'ষ্ট বগাই ওপৰত উঠি গৈ পেণ্টৰ জেপৰপৰা চোকা প্লায়াৰ্চ পাট উলিয়াই এডাল এডালকৈ টেলিগ্ৰাফৰ তাঁৰ কেইডাল কাটি দি তৎক্ষণাৎ ওপৰৰপৰা তললৈ চুচৰি নামি আহে।

অস্পষ্ট গুম্‌গুমনি শব্দটো ক্ৰমাৎ স্পষ্ট হৈ আহে। পূৰ্ণগতিত আগুৱাই অহা ট্ৰেইন এখনৰ সকলো চিনাকি শব্দই মুকুলৰ কাণত যেন অমৃতহে বৰষে।

কৰ্তব্য শেষ হয়। এইবাৰ মুকুলৰ ততাতৈয়াকৈ ঘাটলৈ ঘূৰি যোৱাৰ কথা। কিন্তু মুকুলে তাকে নকৰি কিছু নিৰাপদ ঠাইলৈ সোমাই গৈ তাতেই অপেক্ষা কৰি ৰয়। ইয়াৰ আগতে এবাৰ নহয়, দুবাৰ নহয়, বহুবাৰ এনে ধৰণৰ চেষ্টা একেবাৰে ব্যৰ্থ হৈ গৈছে। বহু প্ৰবন্ধে যোগাৰ কৰা মূল্যবান দুই-চাৰিপদ সঁজুলিও বিপদত পৰি হেৰুৱাৰ লগা হৈছে। কাণে কাণ মাৰি কথমপি ধৰা নপৰাকৈ সাৰি গৈছে। বহু ৰকমেই চেষ্টা কৰিছিল মুকুলহঁতে। লাইনত বোমা পুতি থৈছিল, ঠিক সময়ত নুফুটিল; আৰু এবাৰ ফিচপ্লেটো এখন খুলিছিল, সিও একো নহ'ল—ট্ৰেইন নিৰ্বিঘ্নে পাৰ হৈ গ'ল।

আজিৰ এই বিশেষ ৰাতিটোত কি হব, মুকুলে কব নোৱাৰে। তথাপি বহুবাৰৰ বহু হতাশাৰ মূৰত মনৰ কোণত দেখা দিয়ে বহুতখিনি আশা। তাকেই চূড়ান্তভাৱে নিজ চকুৰে চাই যাব, সেয়ে মুকুলৰ ইচ্ছা। একে ঠাইতে হাবিৰ দাঁতিত থিয় দি মনত অদমনীয় উত্তেজনা লৈ মুকুলে অধীৰভাৱে অপেক্ষা কৰি ৰয় সেই পৰম মুহূৰ্তটোলৈ।

নৈৰ ঘাটত গোহাঁইহঁতেও অধীৰ উৎকণ্ঠাৰে অস্থিৰভাৱে অপেক্ষা কৰি ৰয় মুকুলৰ আগমনলৈ। লগতে কিবা শুনিব বুলিও উৎকৰ্ণ হৈ থাকে। কিন্তু একো এটাই নুশুনে। মুকুলৰো খবৰ নাই।

উপায়হীন হৈ হাবিৰ মাজেৰে যি বাটেদি মুকুল আহিব সেইফালেই সকলোৱে উদ্‌গ্ৰীৱ হৈ মাথো চাই ৰয়। কিন্তু মুকুল নাহিলেও পাচফালৰপৰা সকলোকে উচপ্‌ খুৱাই গোহাঁইহঁতৰ মাজত আচম্বিতে উদয় হয়হি জ্যোতি।

জ্যোতিয়ে হয়তো কৰ নোৱাৰাকৈয়ে ঠাইডোখৰ পাৰ হৈ গ'লহেঁতেন, কিন্তু অকস্মাৎ ঘাটৰ ফালৰপৰা অহা অস্পষ্ট শব্দ এটা কাণলৈ যোৱাত বাট এৰি সেই ফালেই সোমাই যায়। এই মুহূৰ্তত এনে এঠাইত অকস্মাতে জ্যোতিক দেখি সকলোৱে প্ৰায় একেলগে অপৰিসীম বিস্ময়ত চিঞৰি উঠে।

'ককাইদেউ!'

'জ্যোতি? তই?'

জ্যোতিয়ে সকলোৰে ওপৰত এবাৰ চকু ফুৰাই লয়। বেছি কথা খৰচ কৰাৰ সময় নাই। ভাগৰ কথা কোৱাৰ শক্তিও যেন হেৰাই গৈছে।

'তহঁতে ইয়াত কি কৰিছ? মুকুল ক'ত?'

'আহিব লাগিছে। তাৰ কামখিনি শেষ কৰিয়েই আহিব।' কামখিনিৰ এটা আভাষ দিয়ে গোহাঁয়ে।

'ক'ত? বেল-লাইনৰ ওচৰত?'

'সম্ভৱ। কিন্তু কিয় জ্যোতি?'

'কিয় বাদ দে এতিয়া। এই বিপদৰ মাজত আৰু তহঁত নেথাকিবি। নাও ক'ত?'

'সোঁৱা ঘাটতে ৰেডি হৈ আছে।'

'ঠিক আছে, তহঁত তেন্তে তৎক্ষণাৎ তাৰেই যাগৈ। মই মুকুলক আনিবলৈ যাওঁ। আমি দুয়ো হাবিৰেই ছৰ্টকাট কৰি ঘূৰি যাম। তহঁত আৰু এক মুহূৰ্তও নৰবি। অকণ, বীৰু, মহেশ, বভ্ৰু—তহঁত সকলো যা।'

কথাৰ লগে লগে সকলোকে প্ৰায় ঠেলি-হেঁচি ঘাটৰ ফালে পঠাই দিয়ে জ্যোতিয়ে। আৰু সকলো নাৱত উঠি নাও এৰি দিয়াৰ লগে লগে নিজেও ঘূৰি লৈ খোজ আৰম্ভ কৰে।

ঘাটৰ অলপ দূৰতে থকা বিৰাট বৰগছ জোপাৰ গুৰিয়েদি যাওঁতে আন্ধাৰতো জ্যোতিৰ চকুত পৰে মাটিত তেতিয়াও পোট খাই থকা আধা ভঙা পচা বাঁহডাল।



থমক খাই জ্যোতি বৈ যায়। অভাৱনীয়ভাৱে এনে এটা সময়ত, এনে বিপদসঙ্কুল পৰিস্থিতিৰ মাজতো জ্যোতিৰ হঠাৎ মনত পৰি যায় বহুত পুৰণি এটা কথা।

আঠ-ন মাহৰ আগতে ঠিক ইয়াতে সাজি লোৱা অস্থায়ী বাঁহৰ চাংখনৰ ওপৰত শৰণাৰ্থীৰ কাৰণে সংগ্ৰহ কৰা পুৰণা চোলা-কাপোৰ কিছুমান লৈ জ্যোতি ব্যস্ত আছিল সেইদিনা। গোহাঁইৰ কথাত হঠাৎ ঘূৰি চাই দেখিছিল মাত্ৰ পাঁচ হাত আঁতৰত অহল্যা থিয় দি আছে।

যিজনাক ভাবি লৈছিল জীৱনত আৰু কোনোদিন নেদেখে, সেইজনাই আকস্মিকভাৱে বহু বছৰৰ অদৰ্শনৰ মূৰত হঠাৎ সন্মুখত উদয় হৈছেহি। প্ৰথম মুহূৰ্তত জ্যোতিৰ বুকুখন চক্‌কৈ উঠিছিল। তাৰ পাচত—

নাই, তাৰ পাচত কি হৈছিল তাক আৰু জ্যোতিয়ে ভাবিব নোখোজে। জোৰ কৰি অতীতৰ বুকুত হেৰাই যাব খোজা মনটোক সংযত কৰি জ্যোতিয়ে মুকুলৰ উদ্দেশ্যে হাবিখনৰ মাজে মাজে এইবাৰ দৌৰিবলৈ আৰম্ভ কৰি দিয়ে।

কিন্তু অবাধ্য অতীতে একোপধ্যেই যেন জ্যোতিৰ লগ এৰিব নোখোজে। মনৰ মাজত ভুমুকি মাৰি যায়—সেইদিনাৰ সেই ঘটনাৰ এসপ্তাহ পিচতে শেষবাৰৰ কাৰণে আন এটা বিচিত্ৰ পৰিবেশৰ মাজত জ্যোতিৰ হঠাৎ আকৌ এবাৰ দেখাদেখি হৈ গৈছিল অহল্যাৰ লগত।

জগতজোৰা যুদ্ধৰ জুইৰ তাপত উত্তপ্ত হৈ উঠিছে দিনবোৰ, ৰাতিবোৰ, তাৰ লগত সাধাৰণ জীৱনবোৰ। চহৰখনৰ বুকুত সন্ধিয়াৰ আন্ধাৰ নামি অহাৰ সন্ধিক্ষণ তেতিয়া। জনশূন্য হৈ পৰিছে 'ব্লেক আউটৰ' নিস্তব্ধ আলিবোৰ।

নিজৰ চিন্তাত মগ্ন হৈ জ্যোতি বেগাবেগিকৈ এফালৰপৰা আহিছিল। আকস্মিকভাৱে অলপ দূৰৰপৰা অহা আতুৰ কণ্ঠৰ চিঞৰটো কাণত পৰাত জ্যোতি বৈ যায়। ইফালে সিফালে চাই দেখে, ডাঙৰ আলিটোত লগ লগা সৰু আলি এটাৰ মুখত দুটা মাতাল আমেৰিকান চিপাহীয়ে সৰু গাড়ী এখন আগুৰি ধৰি তাৰ দুৱাৰ খুলিবৰ চেষ্টা কৰি অমাৰ্জনীয় আচৰণ আৰম্ভ কৰিছে। গাড়ীৰ ভিতৰত অকলশৰীয়া, অসহায়া অহল্যা।

কি হৈছে ভাবিবৰ আৰু প্ৰয়োজন বোধ নকৰি জ্যোতি দৌৰি গৈ গাড়ীখনৰ ওচৰ পায়গৈ।

চিপাহী দুটাই কিন্তু জ্যোতিক গ্ৰাহ্যই নকৰে; বৰঞ্চ এটাই জ্যোতিৰ কান্ধত থপৰিয়াই সিহঁতক সাহায্য কৰিবলৈহে আহ্বান কৰে—'হেই জো...'

অসংযত কামনাত কদৰ্য্য হৈ উঠা তাৰ বঙা মুখখন দেখি অহিংস যোদ্ধা জ্যোতিৰ মুৰটো হঠাৎ গৰম হৈ যায়। আগ-পাচ নেভাবি তৎক্ষণাৎ চিপাহীটোৰ ওপৰত জঁপিয়াই পৰে। এখন সৰু-সুৰা খণ্ড-যুদ্ধই আৰম্ভ হৈ যায় যদিও ঘটনা আৰু আগবাঢ়িবলৈ পোৱাৰ আগতেই অভাৱনীয়ভাৱে সেই বাটেই অহা বঙা বঙা আখৰেৰে এম-পি লিখা জীপ এখন ওচৰত ৰৈ পৰাত খণ্ড-যুদ্ধখন বন্ধ হৈ যায়।

প্ৰথমে অলপ গৰম বাদানুবাদ। তাৰ পাচত শান্ত হৈ পৰা চিপাহী দুটাক গতিয়াই-ভুকুৱাই জীপত তুলি লৈ মিলিটেৰী পুলিচ দুটাই কৰ্তব্য সমাপন কৰি বিদায় লোৱাত জ্যোতি শান্ত হয়। তথাপি জীপখন চকুৰ আঁৰ নোহোৱালৈকে জ্যোতিয়ে সেইফালেই চাই থাকে। তাৰ পিচত চকু ঘূৰাই চায় ড্ৰাইভাৰৰ আসনত বহি থকা অহল্যাৰ মুখলৈ।

অলপ ঠাণ্ডা হৈ অহা মুৰটো আকৌ যেন গৰম হৈ উঠে জ্যোতিৰ। দিন-কাল চাই এনেকুৱা এটা সময়ত, এনেকুৱা ঠাইত অকলশৰে অহল্যাৰ উপস্থিতিৰ কোনো যুক্তি বিচাৰি নাপায়। এটা বিপদ হবলৈ কিমান পৰ? কিন্তু অহল্যাৰ মুখলৈ চাই জ্যোতিৰ ধাৰণা হয় বৰ্তমান পৰিস্থিতি উপলব্ধি কৰাৰ প্ৰয়োজনৰ প্ৰতি অহল্যা যেন একেবাৰে উদাসীন।

কিয় জানো জ্যোতিৰ খঙে চুলিৰ আগ পায়গৈ। কিন্তু তাক প্ৰকাশ কৰাৰ পৰিবৰ্তে বিদ্ৰূপ কৰি কৈ উঠে: 'আৰু কিয়? যোৱাঁ, হাৰা খোৱা হ'ল যেতিয়া এইবাৰ ঘৰলৈ যোৱাঁ।'

অৱশ্যে 'হাৰা খাবলৈ' অহল্যা ওলোৱা নাছিল। 'ব্ৰেক আউটৰ' প্ৰয়োজনীয় বস্তু দুটা কিনি আনিবলৈকে এই সৰু বাটেদি 'ছৰ্ট-কাট' কৰি দোকানলৈ গৈছিল। কিন্তু...

জ্যোতিৰ কিন্তু সেইবোৰ জনা কথা নহয়। সেয়ে চিৰাচৰিত নিয়মে প্ৰত্যুত্তৰত উষ্মা প্ৰকাশ কৰাৰ পৰিবৰ্তে অহল্যা নিৰ্বাক হৈ বহি থকা দেখি জ্যোতি অধৈৰ্য্য হৈ উঠে: 'হ'ল কি? ৰাতি হৈ আহিছে দেখা নাই? ইয়াত এতিয়া এনেকৈ বহি থাকিবা নেকি? সিদিনাৰ দৰে ইয়াততো আৰু বোকাত গাড়ী লাগি ধৰা নাই যে সাহায্য কৰিব লাগিব।'

মুহূৰ্তৰ কাৰণে চকু তুলি অহল্যাই এবাৰ জ্যোতিৰ মুখলৈ চাই চকু আঁতৰাই নিয়ে। তাৰ পাচত অস্ফুট মাতেৰে উত্তৰ দিয়ে: 'গাড়ীখন হঠাৎ বেয়া হ'ল, সেয়েতো...'



কিবা এটা কৰবলৈ মুখ মেলিও জ্যোতি ৰৈ যায়। এটা কোমল মন আৰু কোমল হৈ যাবলৈ নিদি জোৰ কৰি তাক কঠোৰ কৰি তুলিবৰ চেষ্টা কৰে জ্যোতিয়ে।

'অ' শুনি কৃতাৰ্থ হলোঁ। তেন্তে কিহৰ কাৰণে এতিয়াও বহি আছা? নামি নাহাঁ কিয়? ঘৰলৈ গৈ মানুহ পঠাই দিবা, গাড়ী লৈ যাব।'

অনাৱশ্যকভাৱে ৰূঢ় হৈ পৰে জ্যোতিৰ কণ্ঠস্বৰ। কিন্তু সেইবোৰলৈ ভ্ৰূক্ষেপ নকৰি, ইফালে সিফালে চাই আকৌ যোগ দিয়ে—'নাই, গাড়ী-মোঁৰা, টেক্সি-ৰিক্সা সেইবোৰ ইয়াত পোৱাৰ আশা নাই, এতিয়া বিচাৰিবৰো মোৰ সময় নাই। আশা কৰোঁ অলপ খোজ কঢ়াত খুব কষ্ট নহব চাগে!'

ঠাট্টাটো নিঃশব্দে হজম কৰে অহল্যাই। তাৰ পাচত গাড়ীৰপৰা নামি দুৱাৰখন বন্ধ কৰি অহল্যায়ে প্ৰথম খোজ আৰম্ভ কৰি জ্যোতিৰ ফালে নোচোৱাকৈয়ে খুব শান্তভাৱে কয়—'কোৱা, যিমান পাৰা কৈ যোৱা। মোৰ দুৰ্ভাগ্য, বিপদত দেখিছোঁ সদায় তোমাৰ ওচৰতে সাহায্য ভিক্ষা কৰিবলগীয়া হয়; যিটো তুমি আঘাতৰ পাচত আঘাত নিদিয়াকৈ কেতিয়াও নকৰা।'

জ্যোতিয়ে মুখেৰে নেমাতে। নিজৰ অনাৱশ্যক ৰূঢ় ব্যৱহাৰত পেটে পেটে মৰ্মান্তিক লাজ পায়। অথচ প্ৰতিদিনৰ শান্ত-সংযত মনটো অহল্যাৰ ওচৰত হঠাৎ যে কিয় এনেকুৱা হৈ পৰে তাক জ্যোতিয়ে হয়তো নিজেই বুজিব নোৱাৰে।

অন্ধকাৰ নিৰ্জন আলিটোৰেদি দুয়ো নিঃশব্দতাৰ মাজেদি গৈ থাকে। কাৰো ওঁঠত এটা কথাও নুফুটে। কিন্তু দুয়োৰে দুখন অন্তৰৰ মাজত দুটা আশাহত মনৰ গভীৰত কি যে ঘাত-প্ৰতিঘাত চলে তাক এজনে আনজনক বুজিবলৈ নিদিয়ে। গভীৰ মৌনতাৰ মাজেদি দুয়ো গৈ থাকে আন্ধাৰত ডুবি থকা অস্পষ্ট বাটটোৰে। বৰ্তমানৰ—ভৱিষ্যতৰ দুয়োৰে জীৱনৰ বাট দুটাও যেন ঠিক তেনেকুৱাই, আন্ধাৰৰ মাজত অস্পষ্টতাৰ মাজত ডুবি আছে।

ভালেখিনি সময়ৰ মূৰত এবাৰ এঠাইত হঠাৎ জ্যোতিয়ে খোজ বন্ধ কৰে।

'আশা কৰোঁ, ইয়াৰপৰা এইছোৱা বাট তুমি অকলে যাব পাৰিবা?' নোৱাৰাৰ কোনো কাৰণ নাই। ৰাতি হৈছে যদিও ঠাইডোখৰ যথেষ্ট নিৰাপদ। তথাপি আন্ধাৰ ৰাতিৰ নিৰ্জন বাট।

অহল্যাই তৎক্ষণাৎ একো উত্তৰ নিদিয়ে। ভাবি লৈছিল জ্যোতিয়ে ঘৰৰ ওচৰলৈকে আগবঢ়াই দিব। আন্ধাৰৰ মাজেৰে কন্টকীয়া যাত্ৰা-পথত মুখৰ কথাৰ আদান-প্ৰদান বন্ধ থাকিলেও অহল্যাই মনৰ মাজত ৰঙীন আশাৰ বালিঘৰ

সাজি আহিছিল ; কিন্তু জ্যোতিৰ কথাত হৃদয়ৰকৈ ভাগি পৰিল সেই সকলোবোৰ। তথাপি আশাহত অহল্যাই মনৰ ব্যথাকণ ঢাকি ৰাখি দীপ্ত হৈয়ে জ্যোতিৰ মুখলৈ চাই উত্তৰ দিলে—'নিশ্চয় পাবিম, মোক আগবঢ়াই দিবলৈ এইকণ বাটেই যে দেশৰ কাম এৰিও কষ্ট কৰি আহিলা, তাৰ বাবে তোমাক অশেষ ধন্যবাদ। ঈশ্বৰক খাটিছোঁ, ভবিষ্যতে যেন আৰু কোনোদিন তোমাৰ সাহায্য ভিক্ষা কৰিবলগীয়া নহয়—তোমাৰ মুখ দৰ্শন কৰিবলগীয়া নহয়।'

কথাকেইটা কৈয়ে অহল্যাই উচাং মাৰি ঘূৰি যাবলৈ আৰম্ভ কৰি দিয়ে। এবাৰলৈও পাচফালে ঘূৰি নেচায়। কিন্তু জ্যোতিয়ে ভাবিছিল—অহল্যাক আৰু কিছুদূৰ আগবঢ়াই দিয়া উচিত। এতিয়াও ভালেখিনি বাট যাব লাগিব। এনেয়ে চৌদিশ নিৰ্জন, তাতে আন্ধাৰ। মনৰ দোমোজাত পৰি কি কৰিব কি নকৰিব একো ঠিক কৰিব নোৱাৰি নিজৰ অজ্ঞাতসাৰেই যেন অহল্যাৰ পাচে পাচে গৈ থাকে।

বাহিৰত যিমানেই কঠোৰতা প্ৰকাশ নকৰক লাগিলে, অহল্যা নিৰ্বিঘ্নে গৈ ঘৰ নোপোৱালৈকে যে জ্যোতি নিশ্চিন্ত হব নোৱাৰে তাক জ্যোতিয়ে জানে; কিন্তু মনৰ উৎকণ্ঠাও প্ৰকাশ কৰিব নোখোজে।

বাটছোৱা পাৰ হবলৈ যিমান সময় লাগিব বুলি ভাবিছিল, অহল্যাৰ তাতকৈয়ো অলপ বেছি সময় লাগিল। নিজৰ ঘৰৰ আগৰ গেটখন খুলি অহল্যা সোমাই যোৱাত জ্যোতিও ক্ষান্ত হৈ যায়।

নিশ্চিন্ত হৈ এটা দীঘল উশাহ লৈ জ্যোতিয়েও তৎক্ষণাতে ঘূৰি খোজ আৰম্ভ কৰি দিয়ে; কিন্তু হঠাৎ যেন ভীষণভাবে উজুতি খায় জ্যোতিয়ে। ভাব হয় আচম্বিতে যেন গোটেই পৃথিবীখনেই হৃদয়ৰকৈ ভাগি-ছিগি চকুৰ আগত খহি পৰিছে।

থৰ্‌মৰ্‌ খাই জ্যোতি ৰৈ যায়। তৎক্ষণাৎ হৃদয়ঙ্গম কৰিব নোৱাৰে; হঠাৎ চকুৰ সন্মুখত এইবোৰ কি দেখিছে।

কেইটামান মুহূৰ্ত কিংকৰ্তব্যবিমূঢ় হৈ থাকি জ্যোতি অতীতৰ বুকুৰপৰা বৰ্তমানৰ বাস্তৱ পৃথিবীখনত ছিটিকি পৰেহি। অকল চকুৰে দেখাই নহয়, কাণেৰেও যেন শুনিবলৈ পায় মাজৰাতিৰ সুগভীৰ নিস্তব্ধতা বহুবিধ সম্মিলিত চিঞৰ-বাখৰ আৰু হুলস্থূলে ভাঙি বিচূৰ্ণ কৰি দিছে। ভয়, শঙ্কা, বিস্ময় মিহলি দৃষ্টিৰে জ্যোতিয়ে থৰ লাগি চাই থাকে সন্মুখৰ অকল্পনীয় দৃশ্যটো।

লাইনৰপৰা বাগৰি পৰা ভালেকেইটা ডবা ভাঙি চুৰমাৰ হৈ গৈছে। প্ৰায় উবুৰি খাই সন্মুখৰ মাটিত সোমাই পৰা ৰেলৰ ইঞ্জিনটো—তাৰ জলা অওঠা কাষৰ জোপাটোত পৰি তাতে সৰু একুৰা জুই জ্বলি উঠিছে। বাকী দুই-চাৰিটা ডবা এতিয়াও ৰেল-লাইনৰ ওপৰত থিয় দি আছে যদিও, বেছিভাগেই লাইনচ্যুত হৈ ইফালে সিফালে বাগৰি পৰি আছে। জ্যোতিৰ অস্পষ্ট আন্ধাৰতো চকুত পৰে সেইবোৰৰ ওচৰত ইফালে সিফালে হুলস্থূল কৰি ঘূৰি ফুৰিছে অসংখ্য গোৰা চিপাহী। ত্ৰাণ-কাৰ্য্যত ব্যস্ত হৈ পৰিছে ৰেলৰে কৰ্মী, আৰ্ম-গাৰ্ড, ষ্ট্ৰেছাৰ কেৰিয়াৰ।

কিন্তু কেনেকৈ? দুৰ্ঘটনা হোৱা যে বৰ বেছি সময় হোৱা নাই তাক জ্যোতিয়ে বুজিব পাৰে; কিন্তু একোপধ্যেই ধাৰণা কৰিব নোৱাৰে ইমান কম সময়ৰ ভিতৰত ইমানবোৰ মানুহ ইয়াত কেনেকৈ জমা হ'লহি?

অকল জমা হোৱাই নহয়, ইয়াৰ ভিতৰতে ভালে কেইজন আৰ্মগাৰ্ডে যে ৰেললাইনৰ দুয়ো দাঁতিৰ হাবিৰ ডাঙৰ অংশ এটা ঘেৰাও কৰি পেলাব তেনে এটা সম্ভাৱনাৰ কথা জ্যোতিৰ অৱশ্যে কল্পনাৰ বাহিৰত।

অকল জ্যোতিৰে নহয়, আনকি মুকুলেও হয়তো স্বপ্নতো ভবা নাছিল যে দুয়োটা ষ্টেচনৰ মাজত টেলিফোনৰ যোগাযোগ চলি থকা অৱস্থাতে তাঁৰ কাটি দি প্ৰতিপক্ষক সেই মুহূৰ্ততে সজাগ, সতৰ্ক কৰি তুলিছে। তাৰে পৰিপ্ৰেক্ষিতত ইমান ক্ষিপ্ৰতাৰে ঘটনাস্থলীত উপস্থিত হৈছেহি ষ্ট্ৰেছাৰ, ত্ৰাণকৰ্মী, আৰ্মগাৰ্ড সকলো।

নিৰ্বাক, নিষ্ক্ৰিয়, আত্মবিস্মৃত জ্যোতিয়ে কিমান সময় যে তেনেভাবে থিয় দি আছিল কব পৰা নাছিল। কিন্তু আচম্বিতে কোনোবাই পাচফালৰপৰা বজ্ৰমুষ্টিৰে কান্ধত খামুচি ধৰাত জ্যোতি অদ্ভুতভাৱে উচাপ খাই উঠে। তৎক্ষণাৎ ঘূৰি চাই দেখে এটা ৰাইফলধাৰী আৰ্মগাৰ্ড।

সেই মুহূৰ্তলৈকে জ্যোতিয়ে সম্পূৰ্ণৰূপে পাহৰি গৈছিল, সেই ঠাইলৈ তেওঁ কি উদ্দেশ্য লৈ আহিছিল। পাহৰি গৈছিল মুকুলৰ কথা—পাহৰি গৈছিল নিজৰ নিৰাপত্তাৰ কথা। এই দুপৰ নিশা ঘটনাস্থলীত জ্যোতিৰ উপস্থিতিৰ প্ৰশ্ন উঠিলে কোনো বিশ্বাসযোগ্য উত্তৰেই জ্যোতিয়ে দিব নোৱাৰিব।

আৰু ভবাৰ সময় নাই। বিজুলী সঞ্চাৰে নিজকে মুক্ত কৰি জ্যোতিয়ে গাৰ সকলো শক্তিৰে গাৰ্ডটোক ধুন্দা এটা মাৰি মাটিত বগৰাই পেলাই প্ৰাণপণে হাবিৰ মাজলৈ দৌৰিবলৈ ধৰে।

গাৰ্ডটোও নিষ্ক্ৰিয় হৈ নেথাকিল। হাতৰপৰা ছিটিকি পৰা ৰাইফলটো

ক্ষিপ্ৰতাৰে বুটলি লৈ, বহা অৱস্থাতে সি লক্ষ্য স্থিৰ কৰি গুলী এৰিলে। জ্যোতিৰ কাণৰ দাঁতিয়েদি হুচকৈ এটা শব্দ কৰি গছৰ ডালপাত ছিঙি গুলীটো পাৰ হৈ যায়। মুহূৰ্তৰ পাচতে ৰাইফলৰ দ্বিতীয় গুলীটোৱে জ্যোতিৰ কপালৰ এছোৱা বাৰুকৈ চেলেকি যায়।

অসহ্য কষ্টত থৰ্‌মৰ্‌ খাই জ্যোতি মাটিত বাগৰি পৰে। তৎক্ষণাৎ বুজিব নোৱাৰে গুলীটো ভিতৰ সোমাল নে কপালনখনহে মাত্ৰ কাটি গ'ল ?

কিন্তু এটা কথা হলে সেই অৱস্থাতো জ্যোতিৰ মনত খেলাই যায়ঃ আৰু মাটিত পৰি থাকিবৰ সময় নাই। এতিয়াও হয়তো পলাই সাৰিবৰ আশা আছে।

ক্ষন্তেকতে জ্যোতি মাটিৰপৰা উঠি পৰে। বেছ কষ্টেৰে লৰালৰিকৈ জেপৰপৰা ৰুমাল উলিয়াই আঘাতটোৰ ওপৰত এহাতেৰে হেঁচা মাৰি ধৰি লৈ আকৌ দৌৰিবলৈ ধৰে। গাৰ্ডটোও বহি নাথাকে। গুলীৰ শব্দ শুনি ওচৰে-পাজৰে থকা আন দুটা গাৰ্ডো আহি তাৰ লগ লাগেহি, আৰু তিনিও মিলি ৰাইফল সাজু কৰি লৈ টৰ্চ লাইট মাৰি জ্যোতিৰ পাচ লয়।

পাতল ডাৱৰৰ মাজত দেখা দিয়া কৃষ্ণপক্ষৰ সৰু এছাটি জোনে পৃথিৱীখনৰ ঘোপমৰা আন্ধাৰবোৰ সামান্য পাতল কৰি দিয়ে যদিও জ্যোতিয়ে সেই পোহৰতো ঠিক বুজিব নোৱাৰে, কোনফালে কলৈ গৈছে।

মুকুল-গোহাঁইহঁতৰ দৰে গোটেই হাবিডৰাৰ প্ৰতি বৰ্গইঞ্চিৰ ভূগোল জ্যোতিৰো মুখস্থ থকাৰ কথা নহয়। সিহঁতৰ কোনোবা এটা হোৱা হলে বুজিলেহেঁতেন। কিন্তু প্ৰতি খোজতে জ্যোতিৰ দিগ্‌ভ্ৰান্ত হয়, তথাপি বন্ধ নহয় গতিবেগ।

ইকালে নৈৰ ঘাটত উপস্থিত হৈ মুকুলে নাও বা গোহাঁইহঁতৰ কোনো অস্তিত্বই বিচাৰি নেপাই বিস্ময়ত অভিভূত হৈ যায়। কি হ'ল ? মুকুলক এৰি সিহঁত গ'ল কিয় ?

খন্তেক চিন্তা কৰে মুকুলে। দৃঢ় ধাৰণা হয়, সিহঁত এনে ধৰণে গুচি যোৱাৰ নিশ্চয় কিবা এটা কাৰণ আছে। কিন্তু সেয়া কি হব পাৰে তাক ভাবি উলিয়াবলৈ এই ৰাতি ঘাটত অকলে অকলে থিয় দি মুকুলে চেষ্টা নকৰে। তৎক্ষণাৎ ঘাট এৰি ফুটুকানিৰ মাজেৰে আহি মুকুল সন্তৰ্পনে চিনাকি আলিটোৰ ওপৰত উঠেহি। সেই আলিৰে চহৰলৈ ঘূৰি অহাটো সম্ভৱ নহয়। দূৰ বুলিয়েই নহয়, বহুত বিপদো আছে। গতিকে আলি এৰি হাবিৰ মাজেৰে কোনফালে গলে বেছি চমু হব তাক ঠিক কৰি লৈ মুকুল আগবাঢ়ে। কিন্তু দুখোজ দিয়াৰ আগতেই



আকস্মিকভাৱে ৰাতিৰ স্তব্ধতা বিদীৰ্ণ কৰি মুকুলৰ কাণত পৰেহি ৰাইফলৰ শব্দ—এটাৰ পাচত আৰু এটা।

চক্‌ খাই মুকুল থমকি ৰয়। ভয়ে ভয়ে পাচফালে চায় যদিও একো নেদেখে। বুজিব নোৱাৰে গুলীৰ লক্ষ্য সি নিজেই নে আন কোনোবা।

চাঁত্‌কৈ মুকুলৰ মনত পৰি যায় মহেশলৈ। সিও তাৰ লগত থাকি যাবলৈ বৰ আগ্ৰহ কৰিছিল। যদি সিয়েই মুকুলৰ নিৰ্দেশ অমান্য কৰি ৰৈ গৈছে ? যদি সিয়ে বাট-পথ ভুল কৰি চিকাৰ হৈ উঠিছে ?

কি কৰিব, কি নকৰিব, মুকুলে থিতাতে ভাবি উলিয়াব নোৱাৰে। মনৰ উৎকণ্ঠা অস্থিৰতাৰ মাজতে এদাঁতিয়ে কিছুদূৰ আগবাঢ়ি গৈ এঠাইত সামান্য হাবিৰ মাজেৰে আকৌ পাচলৈ ঘূৰি চায়।

পাচফালে একো নেদেখি ; কিন্তু দক্ষিণলৈ বেছ নিলগত চকুত পৰে মাজে মাজে মৰা টৰ্চ লাইটৰ অস্পষ্ট পোহৰ। সেই পোহৰ ক্ৰমাৎ যেন পশ্চিমৰ ফালে আগবাঢ়ি গৈ আছে। কি হৈছে অলপ হয়তো ধাৰণা কৰিব পাৰে মুকুলে। মানসিক দুশ্চিন্তা-দুৰ্ভাৱনা লৈয়ে টৰ্চৰ পোহৰৰপৰা সমান দূৰত্ব ৰাখি ফুটুকানিৰ দাঁতিয়ে দাঁতিয়ে পশ্চিমৰ ফালে আগুৱাই গৈ আকৌ এঠাইত ৰৈ যায়। তাৰ-পৰাই চকুত পৰে ৰাওঁহাতলৈ তিনিশ গজমান নিলগত থকা ডাঙৰ খেৰনি ডৰা। মাজেদি গৈছে লুংলুঙীয়া সৰু এন্ধাৰ বাটটো।

মুকুলে জানে, সেই বাট খেৰনিৰ মাজে মাজে গৈ ৰেললাইন পাইছেগৈ। লাইনৰ সিপাৰে পথাৰ। পথাৰৰো সিপাৰে বহুত দূৰত কছাৰী গাওঁ।

ভৌতিক দৃশ্য দেখাৰ দৰেই অলপ পাচতে মুকুলৰ চকুত পৰে অস্পষ্ট মূৰ্তি এটা কোনোবাফালৰপৰা দৌৰি দৌৰি আহি যেন খেৰনিৰ সেই বাটটোত ৰৈছেহি। কিন্তু তালৈ সোমাই যোৱাৰ পৰিবৰ্তে হঠাৎ সোঁফালে ঘূৰি অলপ দূৰ খেৰনিৰ দাঁতিয়ে দাঁতিয়ে আহি ওচৰৰ পাতল হাবিখনত সোমাই চকুৰ আঁৰ হৈ যায়। মূৰ্তিটো কোন বুজিব নোৱাৰি মুকুল শঙ্কিত হৈ উঠে। কাৰণ হাবিখনৰ দূৰত্ব মুকুলৰপৰা বৰ বেছি নহয়।

অলপ পাচতে কিন্তু মুকুল আৰু বেছি শঙ্কিত হৈ উঠে। সাউত্‌কৰে ফুটুকানিৰ মাজত সোমাই পৰি লুকাই লুকাই চাই দেখে ইফালে-সিফালে টৰ্চৰ পোহৰ মাৰি আৰু তিনিটা মূৰ্তি আহি সেই লুঙলুঙীয়া বাটটোৰ মুখতে ৰৈছেহি। এটাই হঠাৎ মাটিৰপৰা কিবা এটা বুটলি লৈ টৰ্চৰ পোহৰত পৰীক্ষা কৰাও মুকুলৰ চকুত পৰে। পাচ পাকতে পূৰ্ণ উদ্যমেৰে তিনিও খেৰনিৰ সেই বাটটোৰেই দৌৰি যাবলৈ আৰম্ভ কৰে।

মাজে মাজে দেখা টৰ্চৰ অস্পষ্ট পোহৰৰপৰাই সিহঁত যে ক্ৰমাৎ সেই বাটেৰেই গৈ আছে তাক বুজিবলৈ মুকুলৰ অসুবিধা নহয়।

সামান্য নিশ্চিত হৈ ফুটুকানিৰ মাজৰপৰা মুকুল ওলাই আহে আৰু প্ৰথম লক্ষ্য কৰে মূৰ্তিটো সোমাই যোৱা পাতল হাবিডৰালৈ। চিকাৰ কোন আৰু চিকাৰী কোন এইবাৰ হয়তো বহু পৰিমাণে স্পষ্ট হৈ পৰে মুকুলৰ ওচৰত। চিকাৰ কোন সেইটো সিমান স্পষ্ট নহয় যদিও অতি সন্তৰ্পনে হাবিডৰাৰ উদ্দেশ্যে মুকুল আগবাঢ়ি যায়।

পঞ্চাশ গজো যাবলগীয়া নহ'ল। চকুত পৰিল ছাঁৰে ভৰা গছ এডালৰ গা-গছত মূৰ থৈ মানুহ এটাই ক্লান্তিত, ভাগৰত ফোঁপাইছে।

"মহেশ!"

অস্ফুট সম্বোধনটোৰ লগতে ক্ষিপ্ৰগতিত মুকুল তাৰ ওচৰ চাপি যায়। কিন্তু পাচ মুহূৰ্তত হঠাৎ বজ্ৰাহতৰ দৰে ৰৈ পৰে। পৃথিবীৰ সকলো মানুহৰ ভিতৰত যে জ্যোতিক সেই অৱস্থাত তেনেকুৱা ঠাইত লগ পাব সেয়া মুকুলৰ স্বপ্নৰো অতীত আছিল।

'জ্যোতি!'

আত্মবিস্মৃত জ্যোতিয়ে তৎক্ষণাৎ মূৰ তুলি ঘূৰি চায়। মুকুলক হয়তো চিনিব পাৰি অলপ নিশ্চিন্ত হৈ পৰে।

'সি—সিহঁত কেনি গ'ল?'

'খেৰনিৰ বাটটোৰে; কিন্তু, কিন্তু তোৰ কপালত এইয়া—'

'ভয় নকৰিবি, গুলীটো বোধকৰোঁ ভিতৰ সোমোৱা নাই। কিন্তু তেজ গৈ গৈ মোক অৱশ কৰি দিছে।'

তেজ আৰু ঘামেৰে মলিয়ন হৈ উঠা জ্যোতিৰ অৱস্থাটো দেখি মুকুলৰ মনটো হতাশাত মৰহি গৈছিল। মনৰ মাজত ভিৰ কৰি উঠিছিল সহস্ৰ প্ৰশ্ন। কিন্তু উপস্থিত ক্ষেত্ৰত সেইবোৰ লৈ সময় নষ্ট কৰাৰ আৰু অৱসৰ নাই। তৎক্ষণাৎ মুকুল সক্ৰিয় হৈ পৰে।

'ব'ল জ্যোতি, ইয়াত আৰু নহয়, মোৰ গাত ভালকৈ ধৰ। এই মুহূৰ্ততে ইয়াৰপৰা যাব লাগিব। পাচত মই সকলো শুনিম।'

জ্যোতিৰ অৱস্থা বেছ কাহিল হৈ পৰিছে। তথাপি মুকুলৰ সাহায্যত লাহে লাহে দুই-এটা খোজ লয়।

'খেৰনিৰ বাটটোৰ মুখত তই কিবা পেলাই আহিছিলি জ্যোতি?'



'হুঁ? মোৰ তেজেৰে তিতি যোৱা ৰুমালখন।' কপালৰ তেজেৰে হাত-মুখ, চোলা-কাপোৰ দেখাত ভয় লগা হৈ গৈছে যদিও তাৰ মাজতো শত্ৰুক ভুৱা দিব পৰাকৈ জ্যোতিৰ মগজুৱে কাম কৰা দেখি জ্যোতিৰ আঘাতটো সম্পৰ্কে শঙ্কিত হৈ উঠা মুকুল কিছু পৰিমাণে নিশ্চিন্ত হয়—যদিও এতিয়াও যাবলৈ বাকী থকা দীঘল বাটছোৱাৰ কথা ভাবি দুৰ্ভাৱনাত পৰে।

তথাপি সময় নষ্ট নকৰি যিমান ক্ষিপ্ৰতাৰে পাৰে জ্যোতিক ধৰি লৈ মুকুল আলিটোৰ ফালে আগুৱাই যায়। তাৰ পাচত ইফালে সিফালে সাৱধানে চাই লৈ সাউত্ কৰি আলিটো পাৰ হৈ উত্তৰপাৰৰ ডাঠ হাৰিখনত সোমাই পৰে।

...লগ্নৰ সময় হৈছে। জোপোহাৰ মাজত ঠৰ লাগি বহি থকা ৰঞ্জিতে আন্ধাৰত দেখা পোৱা হাত-ঘড়ীটো চাই লাহে লাহে থিয় দিয়ে। এবাৰ চাৰিওফালে ভালকৈ চাই লয়।

'এইবাৰ ব'লা, আমাৰ সময় হৈছে পুতুকণ!'

'হৈছে?' এইযাৰ কথা শুনিবলৈকে যেন অধীৰ আগ্ৰহত অপেক্ষা কৰি থকা পুতুকণে উৎসাহত ততাতৈয়াকৈ থিয় হয়।

'ব'লা ৰঞ্জিতদা। এনেকৈ বহি থাকি আমনি লাগি গৈছিল। সকলো ৰেডি। এডাল মাত্ৰ দিয়াচলাই কাঠি মাৰিলেই কাম শেষ। অথচ তাৰ কাৰণে ইমান পৰ ৰব লগা হোৱাত অধৈৰ্য্য হৈ উঠিছিলোঁ।'

'কি কৰিবা; সময়, ক্ষণ মিলাইহে এইবোৰ কৰিব লাগে। আহাঁ। কিন্তু সাৱধান, উছাহত কৰিব নলগা কাম কৰিবলৈ নেযাবা।'

দুয়ো খুব সন্তৰ্পণে জোপোহাৰ মাজৰপৰা ওলাই লাহে লাহে আগবাঢ়ে। আন্ধাৰে প্ৰায় ঢাকি ধৰা অশৰীৰী দৈত্যৰ দৰে স্তব্ধ হৈ থকা বিৰাট ঘৰটোৰ ওচৰ পাই দুয়ো ক্ষন্তেক ৰৈ, আকৌ এবাৰ চৌদিশে খুব সাৱধানে লক্ষ্য কৰে। তাৰ পাচত জপোৱা দুৱাৰখন লাহেকৈ খুলি সকলো ঠিক আছে নে নাই শেষবাৰৰ কাৰণে চাই লৈ, শলিতাডালৰ মূৰটোত জুই জলাই দিয়ে। ফৰ্‌ফৰকৈ ছালফাৰ জলি যোৱাৰ লগে লগে দুয়ো তুৰন্তে বাহিৰ ওলাই দুৱাৰখন জপাই দিয়ে। তাৰ পাচত নিঃশব্দে লৰ দিয়ে জোপোহাটোৰ উদ্দেশ্যে। নিৰ্বিঘ্নে সেইখিনি পাই ক্ষন্তেকৰ কাৰণে ঘৰটোৰ ফালে ঘূৰি চায়।

'সুমাই নেযায়তো ৰঞ্জিতদা?'

'নিশ্চিন্ত থাকা, বহুবাৰ ব্যৰ্থ হৈছোঁ যদিও আজি কেতিয়াও নহওঁ। ব'লা, এইবাৰ আমাৰ কাম শেষ।'

'বঞ্জিতদা, ইমান দেৰিলৈ বোৰাৰ কাৰণ কি আছিল?'

'নুবুজিলা? সিকালৰ মুকুলহঁতৰ দল ঘাটৰপৰা ঘূৰি আহি চহৰ সোমোৰাৰ সময় হৈছে। এইকালে ঘৰ জ্বলা দেখিলে চহৰৰ মাজত তহল দি ফুৰা পুলিচবোৰৰ বেছিভাগেই নিঃসন্দেহে ইয়াত জমা হবহি। গতিকে বুজিছাই নহয়, সিহঁত সকলোৱে নিৰাপদে ঘৰ সোমোৰা বৰ উজু হব। এইবাৰ ব'লা, আৰু এক মুহূৰ্তও ইয়াত বব নোৱাৰি।'

কথাৰ লগে লগে বঞ্জিতে পুতুকণৰ হাতত ধৰি পূৰ্ব-নিৰ্দিষ্ট বাটেৰে দৌৰিবলৈ আৰম্ভ কৰে। ক্ষন্তেকৰ ভিতৰতে আন্ধাৰৰ মাজত দুয়ো অদৃশ্য হৈ যায়।

হাবিৰ মাজৰ গছ এডালৰ গুৰিত জ্যোতিয়ে ক্ষন্তেক জিৰাই লবলৈ গৈ মাটিত বহি পৰে। অবিশ্ৰান্তভাবে কপালৰ তেজ গৈ গৈ শাৰীৰিক কষ্টৰ লগতে অপৰিসীম ক্লান্তিত জ্যোতিৰ আৰু এখোজো আগবাঢ়িবলৈ শক্তি নহয়।

ভাগৰ মুকুলৰো লাগিছিল। কিন্তু এই বিপদৰ মাজত জিৰাবলৈ গৈ আৰু দেৰি কৰাৰ কথা ভাবিব নোৱাৰি। আৰ্মগাৰ্ডবোৰৰ হাতৰপৰা কপাল গুণেহে জ্যোতি সাৰি আহিছে। কিন্তু ভালকৈয়ে জানে, সিহঁত থেৱনিৰ মাজেৰে অলপ দূৰ গৈয়ে নিজৰ ভুল বুজি আকৌ ঘূৰি আহিব। যদি আকৌ এইফালেই আহে?

সেয়ে মুকুলে আৰু এক মুহূৰ্ত সময়ো নষ্ট নকৰি জ্যোতিৰ হাতত ধৰি টনাটনি কৰে। ইমান সময় নিজৰ শাৰীৰিক শক্তিৰ ওপৰত নিৰ্ভৰ কৰিয়েই জ্যোতিক কঢ়িয়াই, চোচোৰাই ইমান দূৰ আনিছে; এতিয়া বাকীছোৱাও নিব লাগিব। তাৰ বাহিৰে আৰু আন উপায় নাই।

কিন্তু এইবাৰ জ্যোতিয়ে বিধি-পথালি দিছে। একোপধ্যে উঠিব নোখোজে। মুকুল অস্থিৰ হৈ পৰে: 'উঠ, উঠ জ্যোতি, আৰু সময় নষ্ট কৰিব নোৱাৰি। উঠ বেগেতে।'

'নোৱাৰোঁ মুকুল। আৰু অকণমান জিৰাই লবলৈ দেচোন! প্লিজ! দাৰুণ ভাগৰ লাগিছে, গাত আৰু শক্তি নাই।'

'শক্তি হওক-নহওক তই উঠিবই লাগিব। সিহঁত আহি পালে কি হব



ভাবিছ? ব'ল, আৰু দেৰি কৰাটো ভয়ঙ্কৰ বিস্কি হব। উঠ, চহৰলৈ আৰু বেছি দূৰ নাই।'

মুকুলে জ্যোতিৰ কোনো আপত্তিলৈ গ্ৰাহ্য নকৰি প্ৰায় বোকোচাত নিয়াৰ দৰেই তাক ধৰি লৈ চহৰ অভিমুখে ঢলং-পলংকৈ হাবিৰ মাজে মাজে যাবলৈ ধৰে। জ্যোতিৰ তেজেৰে নিজৰ কাপোৰ-কানি পৰ্যন্ত বঙা হৈ যায়। কিন্তু সেইবোৰলৈ ভ্ৰূক্ষেপ কৰাৰ অৱসৰ নাই।

এটা অশান্ত প্ৰহৰৰ সমাপ্তি ঘটে। আৰম্ভ হয় আন এটা। আন্ধাৰৰ মাজত হেৰাই যোৱা সৰু চহৰখনৰ বুকুত এটা স্তব্ধ গভীৰতা। ধাৰণা হয় সুনিবিড় সুপ্তিত সমগ্ৰ চহৰবাসীয়েই যেন অচেতন হৈ পৰি আছে। কিন্তু তাৰ মাজতো বহুতৰ চকুত হয়তো একেবাৰে টোপনি নাই।

দিশে দিশে, চুবুৰীয়ে চুবুৰীয়ে সিঁচৰতি হৈ থকা অসংখ্য গৃহস্থীৰ ঘৰৰ অন্ধকাৰ স্তব্ধতাৰ মাজত বহুত গৃহবাসীৰ চকুত টোপনি নাই। সকলো সাৰে আছে—সাৰে আছে আইমণি, ৰেখা, জয়া মাধবীৰ দৰে বহুত ভাই-ভনী, বন্ধু আৰু আত্মীয়-স্বজন অধীৰভাবে, শঙ্কিতভাবে অপেক্ষা কৰি আছে দলৰ ল'ৰাবোৰৰ নিৰাপদ প্ৰত্যাগমনলৈ।

এই সকলোৰে লগত সমানে সজাগ হৈ আছে কৰ্মৰত পুলিচ বাহিনী। মুখচত থকা বিষয়াজনৰপৰা একেবাৰে নিম্নখাপৰ সাধাৰণ পুলিচটোলৈকে।

আন্ধাৰৰ মাজত ডুবি থকা শোৱা কোঠাৰ মনিব নোৱাৰা চিলিংখনলৈকে চাই চাই পৰম আকুলতাৰে আইমণি বিছনাত পৰি আছে।

ৰাতি ৰাতি গুপ্ত মিছন লৈ অকণ ঘৰৰপৰা ওলাই গলেই নিৰ্বিঘ্নে ঘূৰি নহালৈকে তাইলৈ এই নিয়মে অপেক্ষা কৰি থকাটো আজিকালি আইমণিৰ কাৰণে নিত্য-নৈমিত্তিক কাম হৈ পৰিছে। আইমণিৰ দুশ্চিন্তা অকণ আৰু তাৰ লগৰবোৰৰ কাৰণেই বেছি। জ্যোতিৰ কাৰণে কোনোদিন সামান্যতমো অধীৰ হোৱা নাই—আকুল হোৱা নাই। কাৰণ আইমণিয়ে জানে, অকপটে বিশ্বাসো কৰে—জ্যোতি সকলো বিপদৰ ওপৰত, সকলো সন্দেহৰ ওপৰত।

কিন্তু তথাপি আজি যেন সেই বিশ্বাসৰো ব্যতিক্ৰম ঘটে। অকণৰ লগতে আজি জ্যোতিৰ কাৰণেও আইমণিৰ বুকুৰ ভিতৰখন অনাগত বিপদৰ দুশ্চিন্তাত তোলপাৰ লাগি উঠে। কিয় তেনে হয়, তাই নিজেও বুজিব নোৱাৰে।

মনটোক প্ৰবোধ দিবলৈ চেষ্টা কৰি আইমণিয়ে জানে, অৰ্থহীন এই ভ্ৰান্তি—

অনাহক এই দুঃচিন্তা। কিন্তু তথাপি মনে সহাৰি দিব নোখোজে। চিন্তা-ভাবনা সকলো পাহৰি থাকিবলৈকে আইমণিয়ে বাগৰ সলাই শুবৰ চেষ্টা কৰে।

প্ৰধান পুলিচ ষ্টেচনৰ গেটত সক্ৰিয়াৰপৰা বিশেষ প্ৰয়োজনত একেবাহে পহৰা দিবলগীয়া হৈছে শুকদেৱে। ভাগৱত, ক্লান্তিত তাৰো ভৰি নচলা হৈ গৈছে। একো একোবাৰ তহল যদি থকাৰ মাজতে, গেটৰ পোষ্টত আউজি ক্ষন্তেকলৈ শুই লৈছে। সাৰ পাই থকা সময়খিনি ডিউটি কৰি ভোৰভোৰাই অভিসম্পাত দিছে চৰকাৰক—সন্ত্ৰাসবাদী লোকসকলক—লগতে নিজৰ ভাগ্যখনকো।

কিন্তু তাৰ ক্লান্ত শৰীৰ আৰু অতৃপ্ত মনৰ বিৰক্তিকৰ আত্মপ্ৰকাশ হঠাৎ বন্ধ হৈ যায়—বহু দূৰৰপৰা অহা পুলিচৰ হুইছেলৰ শব্দত, ফায়াৰ ব্ৰিগেড গাড়ীৰ ঘণ্টাৰ শব্দত।

চকুমক্ খাই ইফালে সিফালে চোৱাৰ লগে লগে তাৰ চকুত পৰে চহৰৰ এমূৰৰ আকাশখন তুষ্টৰ পোহৰত যেন অসম্ভৱ ৰঙা হৈ উঠিছে। ক্ষন্তেক বিবুদ্ধি হৈ থাকি পিচ মুহূৰ্ততে সি তাৰ নিজৰ হুইছেলটো বজাবলৈ আৰম্ভ কৰি দিয়ে। কিন্তু তাৰ হুইছেলৰ অপেক্ষাত কোনো বৈ থকা নাই। এ-আৰ-পি ভান, অগ্নি-নিৰ্বাপক বাহিনীৰ গাড়ী জুই লক্ষ্য কৰি তাৰ চকুৰ আগেদিয়ে দুই-এখনকৈ পাৰ হৈ যায়। অৱশ্যে কৰ্তব্যৰত অৱস্থাত তাৰ কৰিবলৈ একো নাই। সেয়ে শুকদেৱ চেত্ৰীয়ে শঙ্কিত বোবা দৃষ্টি লৈ একেবাহে মাথো চাই ৰয় ৰাতিৰ সেই ভয়াবহ ৰঙা আকাশখন।

ঠিক তাৰ দৰেই আন বহুজনেও সেই একেখন ৰঙা আকাশলৈকে চাই আছে; কিন্তু তাৰ দৰে সেইসকলৰ চকুত বোবা, শঙ্কিত দৃষ্টি নাই—আছে অপৰিসীম পৰিতৃপ্তি।

ক্ষন্তেক আগতে ঘৰ সোমাই লৰালৰিকৈ বেশ পৰিবৰ্তন কৰি সুগভীৰ আৰামত বঞ্জিতে বিছনাত দীঘল দি, সামান্য মেলি লোৱা খিৰিকীৰ ফাঁকেৰে চাই আছে সেই একেখন ৰঙা আকাশলৈ। পুতুকণ, খগেন, বাবীনহঁতেও আন এখন খিৰিকীৰ দাঁতিত ভিৰ কৰি সেই দৃশ্য উপভোগ কৰি কৰি, নতুন নতুন টাৰগেট সম্বন্ধে গৱেষণা কৰিছে।

আনপিনে অন্ধকাৰৰ মাজত জুপুৰী ঘৰ এটাৰ পাচ-বাৰীয়েদি গোহাঁই, মহেশ আৰু বহু এজনৰ পাচত এজনকৈ আহি থিয় দিয়েহি মেচৰ কম্পাউণ্ডৰ এদাঁতিয়ে থকা হৰ্টন কাঁইটৰ আপদালহীন হেজ বেৰখনৰ ওচৰত। তাৰপৰাই তীক্ষ্ণদৃষ্টিৰে ঘৰৰ সমুখৰ আলিৰ ওপৰত তহলদাৰী পুলিচ দুটাৰ ওপৰত চকু ৰাখি, হেজৰ মাজৰ চিনাকি বিন্ধাটোৰে সোমাই আহি চৌহদৰ চুকত ভৰি দিয়ে। তাৰপৰা খুব সন্তৰ্পনে আগবাঢ়ি ক্ষন্তেকৰ ভিতৰতে ঘৰটোৰ ছাঁত তিনিও অন্তৰ্ধান হৈ যায়।

ঘৰৰ ভিতৰৰপৰা উজাগৰে থকা কুঞ্চই বিশেষ দুৱাৰ এখন লাহেকৈ খুলি দিয়ে। কোনোফালে অলপো শব্দ নহয়—চাকিৰ পোহৰ দেখা নাযায়। তাৰ ভিতৰতে সকলো ঘৰ সোমাই ততাতৈয়াকৈ বেশ পৰিবৰ্তন কৰি নিজৰ নিজৰ বিছনাত আশ্ৰয় লয়হি। উদ্দেশ্য অৱশ্যে নিতান্তভাৱে নিয়ম ৰক্ষা কৰা। শোৱাৰ প্ৰশ্নই নুঠে।

বিছনাৰ কাষৰ সৰু খিৰিকীখন খুব সামান্যকৈ মেলি ৰঙা আকাশখনলৈ চাই বহুই মন্তব্য কৰে: 'বহুকেইটা ফেইলাৰৰ মূৰত আজি আমাৰ তুম্বোটা দলৰে, মিছন ছাক্‌ছেছফুল। নহয়নে গোহাঁইদা ?'

গোহাঁইৰ ফালৰপৰা কোনো উত্তৰ নাহে। মহেশে অলপ বিস্মিত হৈ গোহাঁইৰ বিছনাৰ ফালে চাই দেখে—বিছনাত বহি লৈ গোহাঁয়ে গভীৰভাৱে কিবা এটা চিন্তা কৰিছে।

'এই গোহাঁই, কি ভাবিছ ?'

'তোৰ সেই ক'লা গৰুটোৰ কথা।'

'ক'লা গৰু ?'

'এৰা, সেই আন্ধাৰত শুই থকা গৰুটোৰ ওপৰত তই যে হামখুৰি খাই পৰি আঁঠুৰ ছাল-বাকলি ছিঙিলি, তাৰেই কথা ভাবিছোঁ। তেনেকুৱা গিৰিহঁত নোহোৱা চহৰৰ গৰু-ছাগলী, কুকুৰ-মেকুৰী সকলোকে যদি কিবা প্ৰকাৰে ট্ৰেইনিং দি আমাৰ কামবোৰ কৰিব পৰাৰ লায়ক কৰি পেলাব পাৰি, কেনে হয় ? তেতিয়া হলেতো আমিবোৰে ঘৰৰপৰা বিছনা এৰি যোৱাৰ প্ৰশ্ন নুঠে; কি কৱ ?'

বিৰক্ত হৈ মহেশে উত্তৰ দিয়ে—'ভাল হব, তই তেন্তে তাৰেই চেষ্টা কৰ। মই কিন্তু শুইছোঁ।' বাগৰ সলাই মহেশে শোৱাৰ আয়োজন কৰে।

সেই একে সময়তে আন এঠাইত আন এটা ঘৰৰ বন্ধ খিৰিকীত বাহিৰৰপৰা টুক্ টুক্‌কৈ দুটা শব্দ হোৱাৰ লগে লগে সি সামান্য মেল খাই যায়। ভিতৰৰপৰা অস্ফুট প্ৰশ্নটো ভাহি আহে: 'কেনে ? বীৰু, তই ?'

মুহূর্ততে খিৰিকীখন আৰু অলপ মেল খায়। বীৰুৰে লৰালৰি কৰি নিঃশব্দে খিৰিকী বগাই ঘৰৰ ভিতৰ সোমাই পৰে।

পাচ মুহূর্ততে খিৰিকী আকৌ বন্ধ হৈ যায়। আগৰ দৰে চৌদিশ নিস্তব্ধতাৰ মাজত ডুবি যায়।

ওচৰৰ টেবুলৰ ওপৰত থকা সৰু টেবুল ক্লকটোৰ অবিশ্রান্ত টিক্ টিক শব্দটো আন্ধাৰতে লক্ষ্য কৰি চায় যদিও আইমণিয়ে একো এটাই মনিব নোৱাৰে। ৰাতি কিমান বাজিল তাকো ঠিক ধাৰণা কৰিব নোৱাৰি আইমনি আকৌ অস্থিৰ হৈ উঠে। বিছনাত আৰু পৰি থকা সম্ভৱ নহয়। লাইট জলাই ঘড়ীটো এবাৰ চাবলৈকে আইমণি উঠি আহে।

কিন্তু ঘড়ী চোৱাৰ আৰু প্ৰয়োজন নহয়। প্ৰতীক্ষা শেষ হয়। বাহিৰৰ দুৱাৰত হোৱা অস্পষ্ট শব্দটো কাণত পৰাত একেচাবেই দুৱাৰৰ ওচৰলৈ গৈ সন্তর্পনে দুৱাৰৰ খিলিটো খুলি দিয়ে।

নিঃশব্দে কোঠাৰ ভিতৰত সোমাই পৰে অকণ। দুৱাৰ পুনৰ বন্ধ কৰি সি বায়েকৰ মুখলৈ চায়: 'তই এতিয়াও শোৱা নাই বাইদেউ?'

অনাৱশ্যক প্ৰশ্ন। তাৰ উত্তৰ দিয়াৰ পৰিবর্তে আইমণিয়ে সামান্য বিস্ময় প্ৰকাশ কৰি এবাৰ অকণৰ মুখলৈ, আনবাৰ বন্ধ দুৱাৰখনলৈ চাই ঘূৰাই প্ৰশ্ন কৰে: 'দুৱাৰ বন্ধ কৰিলি যে? ককাইদেউ ক'ত? তোৰ লগত অহা নাই?'

'নাই অহা বাইদেউ! নৈৰ ঘাটত আমাক লগ পাই তৎক্ষণাৎ গুচি আহিবলৈ হুকুম দি নিজে মুকুলদাক লৈ আনিবলৈ বুলি গুচি গ'ল। তই চিন্তা নকৰিবি বাইদেউ, দুয়ো এতেপৰে নিশ্চয় ঘূৰি আহি চহৰৰ ওচৰ পাইছেহি।'

অকণৰ কথাত কিন্তু আইমণি অলপো নিশ্চিন্ত হব নোৱাৰে। বহুত প্ৰশ্নই মনলৈ আহে যদিও, তেতিয়াই একো নুসুধি অকণক লৈ শোৱা কোঠালৈ সোমাই যায়।

'কাপোৰ-কানি সলাই তই শুবৰ যোগাৰ কৰ, মই ককাইদেউলৈ বাট চাওঁ।'

আইমণিৰ এই বাটচোৱাৰ পর্ব যে কিমান দীঘল হব পাৰে তাক অৱশ্যে আইমণিয়ে কল্পনাও কৰা নাছিল। জ্যোতিয়েও হয়তো কল্পনা কৰা নাছিল— ঘণ্টাদিয়েক আগতে আইমণিৰ ওচৰৰপৰা বিদায় লৈ যোৱা আৰু পুনৰ ঘূৰি অহাৰ সময়ছোৱাৰ মাজত যে এনেকুৱাকৈ কোনোদিন নভবা জীৱন-মৰণ সমস্যাৰ উদ্ভৱ হৈ উঠিব।



কিন্তু তাকো যে সুস্থিৰভাৱে উপলব্ধি কৰাৰ অৱস্থা জ্যোতিৰ নাই! কপালৰপৰা অবিৰাম গতিৰে তেজ যোৱাৰ লগতে অপৰিসীম ক্লান্তিত হাত-ভৰি নচলা অৱস্থাৰ মাজতো মুকুলে যে কেনেকৈ তাক কঢ়িয়াই, চোচোৰাই আনি চহৰৰ সীমাত উপনীত কৰিলেহি তাক জ্যোতিয়ে ভালকৈ বুজি উঠিব নোৱাৰে।

কিন্তু চহৰৰ মাজত সোমোৱাৰ পাচৰপৰাই আৰম্ভ হয় দুয়োৰে প্ৰকৃত বিপদ। যিফালেই যাব খোজে সেইফালেই হয় মিলিটাৰী, নহয় পুলিচ।

ইমানপৰ বিপদ কেৱল পাচফালেই আছিল, এইবাৰ কিন্তু সোঁৱে-বাওঁৱে, আগে-পাচে, য'তেই যিফালে এটা আশ্ৰয় পোৱাৰ সম্ভাৱনা আছিল সেই সকলোবোৰেই পুলিচৰ সজাগ-সতর্ক দৃষ্টিৰ আগত ৰুদ্ধ হৈ গৈছে।

তাৰে ফলত দুয়ো বাধ্য হৈ পুলিচক বাগি দি দি আলিৰে, গলিৰে, বাৰীৰ চুকেৰে যেতিয়াই যেনি নিৰাপদ বুলি ভাবিছে, সেইফালেই ঘূৰি ফুৰিবলগীয়া হৈছে।

অবিশ্রান্তভাবে ঘটং ঘটং শব্দ কৰি 'ফায়াৰ ব্ৰিগেড' এখন পূর্ণবেগে আহি হঠাৎ সন্মুখত ৰৈ পৰাত দুয়ো লৰালৰিকৈ আশ্ৰয় ললে কাষৰ নলাত। ইমান সময় দুয়োৰে আকাশৰ ফালে চাবৰ আহৰি নাছিল। গাড়ীখন পাৰহৈ যোৱাৰ পাচত ওপৰলৈ চকু তুলি চাই দেখে—চহৰৰ এমুৰৰ আকাশখন অসম্ভৱ ৰঙা হৈ উঠিছে।

ৰঞ্জিতৰ দলৰ কৃতকার্য্যতাত মুকুলে সন্তোষ পাইছিল যদিও আলিৰপৰা পুলিচৰ দলক আশা কৰা মতে আঁতৰাই নিব নোৱাৰাত হতাশো হয়। তদুপৰি জ্যোতিক লৈ বর্তমান পৰিস্থিতি ক্ৰমাৎ জটিল হৈ উঠাত মুকুল প্ৰকৃততে বিমোৰত পৰি যায়।

জ্যোতিৰ খোজ কঢ়াৰ শক্তিও আৰু নাই। সন্মুখত যিটো ঘৰেই দেখিছে উচিত-অনুচিত নেভাবি তাতেই সোমাই পৰিবলৈ জেদ কৰিছে। কিন্তু মুকুলে নতুন বিপদ মাতি আনিব খোজা নাই। ইচ্ছা কৰা হলে পুলিচৰ বেহুৰ মাজেদি বাট উলিয়াই মুকুলৰ পক্ষে সাৰিব পৰাৰ সম্ভাৱনা পূৰামাত্ৰাই আছিল। কিন্তু এই অৱস্থাত জ্যোতিক লৈ সেই সম্ভাৱনাৰ কোনো আশাই নথকাত বাধ্য হৈ আচল বাট এৰি যেনি-তেনি ঘূৰি ফুৰিবলগীয়া হৈছে।

শেষত এবাৰ ঢপলিয়াই আহি দুয়ো তিনিআলি এটাৰ মূৰ পায়হি। দুয়োৰে চিনাকি সেই তিনিআলিটো। কিন্তু তাতো বিপদে লগ এৰা নাই। সোঁৱে-বাওঁৱে দুয়োফালেই পুলিচ। অহা বাটেৰে ঘূৰি যোৱাৰো উপায় নাই। কাৰণ সেই বাটৰ মূৰতো দেখা দিছেহি পুলিচে। হাতত সিহঁতৰ টর্চ লাইট।

পলোৱাৰ বাট আৰু নাই। আছে মাত্ৰ একেটাই—সমুখৰ তলামৰা লোৰ ডাঙৰ গেটখন। গেটৰ ভিতৰফালে ল'ন। তাৰ মূৰত দুমহলীয়া ডাঙৰ বঙলাটো।

উপায়ান্তৰ হৈ মুকুলে শেষত সেই গেটখন বগাই পাৰ হৈ জ্যোতিকো পাৰ হৈ আহিবলৈ টনা-টনি কৰে: 'আহ, আহ জ্যোতি, পাৰ হৈ আহ। মই ধৰিছোঁ।'

কিন্তু জ্যোতিয়ে গেটতে মূৰ থৈ খন্তেক জিৰাই লৈ আগতে বহুবাৰ কৈ অহা কথাষাৰকে পুনৰ দোহাৰে: 'মোক আৰু নেটানিবি মুকুল! মই আৰু এনেকৈ নোৱাৰোঁ। মই নপলাওঁ, ধৰা পৰিলেও পৰিম। তই—তই যা, তই পলা। মোৰ লগত তই কিয় মৰিবি?'

জ্যোতিৰ কথাত অধৈৰ্য্য হৈ মুকুলে গৰজি উঠে: 'ধৰা পৰিবি? ধৰা পৰিবলৈকে দহ মাইল বাট হাবি ভাঙি পলাই আহিছোঁ নেকি? আহ, আৰু দেৰি নকৰিবি। পুলিচ ওচৰ পাইছেহিয়েই। এই বঙলাটোৰে কোনোবা এঠাইত আমি আশ্ৰয় লব লাগিব। আহ বেগেতে।'

মুকুলৰ কথাত জ্যোতিয়ে মূৰ তুলি বঙলাটোৰ ফালে চাই গেট পাৰ হব খুজিও থমকি বৈ যায়।

'এইটো বঙলাত আশ্ৰয় লম? এইটো কাৰ বঙলা জান?'

'জানো। আৰু ইয়াকো জানো যে এই মুহূৰ্তত গোটেই চহৰৰ মাজত আমাৰ কাৰণে এই ঘৰটোৱেই একমাত্ৰ নিৰাপদ। ইমান সময় ধৰি এই চুবুৰীটোৰ মাজতে ঘূৰিছোঁ, অথচ মোৰ মূৰত যে কিয় এই কথাটো খেলোৱা নাছিল। আহ জ্যোতি চৰকাৰৰ বন্ধু এছ, পি, দত্তচাহাবৰ বন্ধুজনাৰ ঘৰত কুটাঘাতকাৰী বিপ্লৱীক বিচাৰি কোনো পুলিচেই সম্ভৱ ইয়ালৈ নাহিব।'

কিন্তু মুকুলৰ কথা বোধহয় শেষেই নহ'ল; ঠিক সেই মুহূৰ্ততে দূৰৰপৰা টৰ্চৰ পোহৰ এটা আহি দুয়োৰে গাত পৰেহি।

'সৰ্বনাশ জ্যোতি! এইবাৰহে মৰিলোঁ।' মুকুলৰ অস্ফুট আকুল চিঞৰটোৱে জ্যোতিকো এইবাৰ সতৰ্ক কৰি দিয়ে। বুজে আৰু তৰ্কাতৰ্কিৰ সময় নাই। লৰালৰিকৈ মুকুলৰ সাহায্যত জ্যোতি গেটখন পাৰ হয়। তাৰ পচত ঘৰটোৰ ফালে দৌৰি গৈ খন্তেকতে ল'নখন পাৰ হৈ ক'ৰিডৰেদি সোমাই ভিতৰ চোতাল পায়গৈ।

'যা জ্যোতি, সৌৱা ওপৰ বাৰাণ্ডাৰপৰা ওপৰলৈ উঠি যোৱা চিৰি। তই উঠি গৈ ওপৰৰ ক'ৰবাত লুকাই পৰগৈ।'



'আৰু তই?'

'মই নেযাওঁ, কাৰণ পুলিচে আমাক দেখিলেই মই মালীৰ ঘৰৰ পাচফালৰ উইকেট গেটেৰে ফুটপাথৰ ফালে পলাম। যাওঁতে গেটত খুব শব্দ কৰি যাম, যাতে মালী সাৰ পাই সেইফালেই আমি গলোঁ বুলি সন্দেহ কৰে। এতিয়া তই যা, দেৰি নকৰিবি। মই আহিলোঁ।'

কথাষাৰতেই আৰু এক মুহূৰ্তও অপেক্ষা নকৰি মুকুলে জ্যোতিক চিৰিৰ ফালে ঠেলি পঠিয়াই নিজে মালীৰ ঘৰৰ দাঁতিয়েদি ফুটপাথৰ উদ্দেশ্যে লৰ ধৰে।

খন্তেক পাচতে জ্যোতিৰ কাণত পৰেহি উইকেট গেটত হোৱা শব্দটো। ঘৰৰ ভিতৰত শুই থকা মালী আৰু সুখনেও সেই শব্দত সাৰ পাই বিছনাত উঠি বহে।

'এই সুখন, কিহৰ শব্দ ৰে সেইটো?'

'কি জানি কিহৰ শব্দ! কুত্তা বিল্লি কিবা হব জৰুল!'

আৰামৰ টোপনিটো এৰি, সেইবোৰ লৈ চিন্তা কৰাত যেন সুখনৰ অলপো উৎসাহ নাই। সি আকৌ শুই পৰে। অলপ পাচতে কিন্তু মালীৰ আৰু এটা শব্দ কাণলৈ যায়। এইবাৰ কিন্তু শব্দটো আহে ঘৰৰ সমুখৰ বাজআলিৰপৰা—লোহাৰ গেটৰ ওচৰত হোৱা। লগে লগে পুলিচৰ হুইচেলৰ শব্দ।

সেই শব্দ জ্যোতিয়েও শুনে। ইমান পৰে কিংকৰ্তব্যবিমূঢ় হৈ চিৰিৰ ওচৰত থিয় হৈ ভাগৰত ফোঁপাইছিল জ্যোতিয়ে। এতিয়া তাৰো আৰু উপায় নাই। আৰু দেৰি কৰিলে বিপদ। উপায়হীন জ্যোতি মুকুলৰ নিৰ্দেশমতে ঢলি ঢলি চিৰিৰে ওপৰ মহলালৈ নিঃশব্দে উঠি যায়। ওপৰৰ অন্ধকাৰ ৰেলিঙৰপৰা একালে দীঘল বাৰাণ্ডা। তাৰ এদাঁতিয়ে ৰেলিং, আন দাঁতিত দীঘল বেৰৰ মাজে মাজে একো একোখন প্ৰতিটো কোঠাত সোমোৱা দুৱাৰ। কিন্তু প্ৰতিখন দুৱাৰেই বন্ধ।

বেৰত চেপেটা লাগি লুকাই লুকাই জ্যোতি ক্লান্তভাৱে আগবাঢ়ে। দুই-এখন দুৱাৰ খুলিবলৈ চেষ্টা কৰিও চায়, কিন্তু প্ৰতিখনেই বন্ধ হৈ আছে। জ্যোতি হতাশ হয়। ভাগৰত আৰু শক্তি ক্ষয় নকৰি খুপি খুপি আগবাঢ়ি গৈ বাৰাণ্ডাৰ মূৰ পায়গৈ। আৰু যাব নোৱাৰি।

ওচৰত শেষ দুৱাৰখন। সীমাহীন ক্লান্তিত জিৰাই লবলৈকে জ্যোতিয়ে সেই দুৱাৰখন বন্ধ বুলি ভাবি লৈ আঁউজি দিছিল। কিন্তু আঁউজি দিয়াৰ লগে লগে অভাৱনীয়ভাৱে দুৱাৰখন মেল খাই যোৱাত প্ৰায় হামখুৰি খাই জ্যোতি কোঠাৰ ভিতৰত পৰি গ'ল। কোঠাৰ ভিতৰত ঘোপমৰা আন্ধাৰ। তেনে এটা

আকস্মিক পৰিস্থিতিত ভয়ঙ্কৰভাৱে আতঙ্কিত হৈ যায় যদিও জ্যোতিয়ে লৰালৰিকৈ মাটিৰপৰা উঠি প্ৰথমে দুৱাৰখন বন্ধ কৰি দিয়ে।

জ্যোতিৰ তেতিয়া থিয় দি থকা শক্তিও নাই। উশাহ লওঁতে কষ্ট হৈছে। চকু দুটা মুদি দুৱাৰখনৰ ওপৰতে মূৰ থৈ ক্ষন্তেক তাতে জিৰাই লবলৈ চেষ্টা কৰে।

ক্ষুদ্ৰ কেইটামান মুহূৰ্ত। পাচফালে খুটকৈ এটা শব্দ হোৱাৰ লগে লগে গোটেই কোঠাটো বিজুলী চাকিৰ পোহৰত উজ্জ্বল হৈ উঠে। উচপ্ খাই উঠি জ্যোতিয়ে মূৰ তুলি ঘূৰি চাই স্তম্ভিত হৈ যায় অপৰিসীম বিস্ময়ত। আপোনা-আপুনি মুখৰপৰা ওলাই আহে অস্ফুট সৰু এটা আতঙ্কিত শব্দ: 'অহল্যা...'

আকস্মিক আতঙ্কত, ভয়ত চিঞৰি উঠিব খোজা স্তম্ভিত, বিহ্বল অহল্যাৰ মুখৰপৰাও অস্ফুটভাৱে ওলাই আহে মাত্ৰ এটা শব্দ: 'জ্যোতি..!'

ধুনীয়া কোঠাটোৰ এদাঁতিয়ে থকা পালেঙখনৰ ওপৰত তেতিয়াও অৰ্ধশায়িত অৱস্থাত থকা অহল্যাৰ এখন হাত বেড্‌লেম্পটোৰ ছুইচ্‌টোৰ ওপৰত।

এনে এটা সময়ত, এনে এটা নাটকীয় পৰিস্থিতিত দুয়ো যে এনেভাবে আকৌ মুখামুখি হবলগীয়া হব তাক হয়তো কোনো এজনেও কল্পনা কৰা নাছিল। কপালৰপৰা বৈ অহা তেজেৰে জ্যোতিৰ চকু-মুখ-হাত, গাৰ বগা পাঞ্জাবী পৰ্যন্ত ৰঙা—পালেঙত অহল্যাৰ গাৰ অসংযত কাপোৰ-কানি। কিন্তু সেইবোৰলৈ কাৰো ভ্ৰূক্ষেপ নাই। দুয়ো দুয়োলৈকে নিষ্পলক দৃষ্টিৰে কেৱল থৰ লাগি চাই আছে। সেইদৰে কিমান সময় পাৰ হৈ যায় এজনৰো খবৰ নাই। কিন্তু হঠাৎ বাহিৰৰ চোতালত মানুহৰ কলৰৱ শুনি দুয়োৰো চমক্ ভাগি যায়।

চকুৰ পচাৰতে অহল্যা বিছনাৰপৰা জঁপ মাৰি উঠি জ্যোতিৰ ওচৰলৈ লৰি আহে আৰু সেপ ঢুকি ব্যগ্ৰ হৈ প্ৰশ্ন কৰে: 'কি হ'ল? বাহিৰত সেইবোৰ কোন?'

'পুলিচ! মোক ধৰিবলৈ খেদি ফুৰিছে।'

জ্যোতিৰ কথাত ব্যাকুল হৈ অহল্যাই চিঞৰি উঠে—'খেদি ফুৰিছে? তোমাক ধৰিবলৈ? কিন্তু, কিন্তু কিয় জ্যোতি? আৰু তোমাৰ কপালত ইমান তেজ কিহৰ...?'

বাহিৰৰ গোলমাল ক্ৰমাৎ বাঢ়ি অহাত জ্যোতিয়ে বুজিব পাৰে আৰু পলোৱাৰ আশা কৰা মিছা। শৰীৰত সেই শক্তিও আৰু নাই। মুখত ফুটি উঠা হতাশা লৈয়ে লাহেকৈ উত্তৰ দিয়ে—'কপালত কি হ'ল তাক বোধকৰোঁ কবলৈ



আৰু সময় নহব অহল্যা! মই ইয়াত আশ্ৰয় লোৱা বুলি সন্দেহ কৰিয়ে নিশ্চয় সিহঁতে মোক ধৰি নিবলৈ আহিছে।'

'ধৰি নিবলৈ? তোমাক? কিন্তু কিয়?'

জ্যোতিয়ে কোনো উত্তৰ নিদিয়ে।

একমাত্ৰ নিজক লৈয়ে, নিজৰ পোৱা-নোপোৱাৰ হিচাপ কৰিয়েই জীৱনটো পাৰ কৰি দিয়া অহল্যাই দেশৰ, দহৰ কথা বৰ বেছি নেজানিলেও অন্ততঃ চকুৰ চৌদিশে জ্বলি উঠা আন্দোলনৰ কথা, উত্তপ্ত হৈ উঠা চহৰখনৰ কথা, অসংখ্য ডেকা-গাভৰু, ল'ৰা-ছোৱালীক ধৰি নি পুলিচে কৰা অকথ্য অত্যাচাৰৰ কথা বহুত শুনিছে। সেয়ে অহল্যা শঙ্কিত হৈ উঠে। খন্তেক বিহ্বল আকুলতাৰে জ্যোতিৰ মুখলৈ চাই থাকি পাচ মুহূৰ্ততে হঠাৎ সক্ৰিয় হৈ উঠে। ক্ষিপ্ৰতাৰে জ্যোতিৰ হাতত ধৰি দুৱাৰৰ ওচৰৰপৰা টানি নিয়ে বিছনাখনৰ ওচৰলৈ। তাৰ পাচত জোৰ কৰি জ্যোতিক বিছনাত শুৱাই দি সৰ্বশৰীৰ কাপোৰেৰে ঢাকি আঠুৱাখনো পেলাই দিয়ে।

নিজক প্ৰকৃতিস্থ কৰিবলৈ অহল্যাৰ অলপ সময় লাগে। পাচ পাকতে লৰি আহি দুৱাৰৰ ওচৰত ৰয়হি। খন্তেক কাণ পাতি শুনে বাহিৰত হোৱা গোলমালটো। তাৰ পাচত দুৱাৰৰ হুকটো খুলি বেছ গাম্ভীৰ্য্য লৈয়ে বাৰাণ্ডালৈ ওলাই আহি তলৰ চোতাললৈ চাই সজোৰে ডবিয়াই উঠে: 'এই কোন তহঁত? এই ৰাতিখন কি কৰিছ ইয়াত? কিহৰ ইমান গোলমাল?...মালী! মালী...'

'আইদেউ?'

'কি, কি হৈছে ইয়াত?'

অহল্যাৰ আকস্মিক ডাবি খাই সকলোৰে মাতবোল বন্ধ হৈ যায়। ভয়ে ভয়ে মালীয়ে কয়,—'মই কব নোৱাৰোঁ আইদেউ! এই পুলিচ দুটাই কৈছে, সিহঁতৰ হাতৰপৰা বোলে মানুহ দুটা এইফালেই পলাই আহিছে।'

'পলাই আহিছে? কি মানুহ? ক'ৰ মানুহ? কোনকেইটা পুলিচ চাও!...এই কি হ'ল?'

পুলিচ দুটা মনে মনে থকাত অহল্যাই পুলিচ চাহাবৰ মেজাজতে গৰজি উঠে—'অপদাৰ্থ! তহঁতৰ হাতৰপৰা মানুহ পলাব—আৰু সময় নাই অসময় নাই, এই দুপৰ নিশা লোকৰ ঘৰলৈ আহি টোপনি ভাঙিব!...ৰহ কালিলৈ পুৱাই এছ-পি চাহাবক তহঁতৰ কথা কব লাগিব।...যা ইয়াৰপৰা, এতিয়াই

যা !···মালী, তোকো সাৱধান কৰি দিছোঁ, আৰু গোলমাল হলে কাকো মই সুখে নেৰোঁ। সকলো আঁতৰ হ ইয়াৰপৰা।'

অহল্যাৰ অপ্ৰত্যাশিত ধমকিটো কিংকৰ্তব্যবিমূঢ় পুলিচ দুটাই নিঃশব্দেই হজম কৰিবলগীয়া হয়। অহল্যা বা এই ঘৰখনৰ প্ৰতিপত্তিৰ কথা সিহঁতৰ খুব ভালকৈয়ে জনা আছে। উপস্থিত ক্ষেত্ৰত সেয়ে এটাই লগৰটোৰ মুখলৈ চাই ফুচ্‌ফুচাই কয়,—'ব'ল অ', পুলিচ চাহাবৰ পিয়াবৰ মানুহ; মিচাই কিবা কৈ দিলে আমাৰ ফালে আধ্যা পৰিব।'

কৈ উঠি দুয়ো খৰখেদা কৰি যিফালৰপৰা আহিছিল সেইফালেই গুচি যায়। অহল্যাই নিঃশব্দে সেইফালে কিছু সময় চাই থাকে। পাচত চকু ঘূৰাই মালীক তেতিয়াও চোতালৰ মাজত থিয় হৈ থকা দেখি আকৌ ডবিয়াই উঠে: 'এই! তই আকৌ হাঁ-কৈ কি চাই আছ? যা তয়ো শুই থাকগৈ।···আৰু শুন, মই আকৌ যদি এনেকৈ গোলমাল শুনিবলগীয়া হয় তোকহে ধৰিম।'

চোতালৰপৰা মালী ততাতৈয়াকৈ নিজৰ ঘৰৰফালে আগবঢ়াৰ লগতে ইফালে সিফালে চকু ঘূৰাই সুখনক চায়, যদিও তাক ক'তো নেদেখে। অৱশ্যে অহল্যাৰ মাত শুনি সুখন আগে-ভাগে প্ৰথমেই ঘৰৰ ভিতৰ সোমাইছিলগৈ।

মালীয়ে নিজৰ ঘৰত সোমাই দুৱাৰ নমবালৈকে অহল্যা বাৰাণ্ডাতে থিয় দি ৰয়। তাৰ পাচত চাৰিওফালে ভালকৈ চাই লৈ পুনৰ লৰালৰিকৈ নিজৰ কোঠাত সোমাই প্ৰথমে দুৱাৰৰ খিলিটো ভালকৈ মাৰি দিয়ে।

দুৱাৰৰ ওচৰৰপৰা আগবাঢ়ি গৈ অহল্যা এইবাৰ বিছনাখনৰ ওচৰত ৰয়হি।

'জ্যোতি···'

আঠুৱাৰ ভিতৰৰপৰা কিন্তু কোনো উত্তৰ নাহে। অলপ বিস্মিত হৈয়ে আঠুৱাখন তুলি আকৌ জ্যোতিক মাতিবলৈ গৈ অহল্যা বৈ যায়। বিছনাখন শূন্য। জ্যোতি নাই। আছে মাথো বগা গাৰুটোত লাগি থকা বহুখিনি কেঁচা তেজৰ ৰঙা দাগ। চিন্তাত, ভয়ত বিষণ্ণ হৈ উঠে অহল্যাৰ মুখখন। অস্ফুটভাৱে বুকুৰ গভীৰৰপৰা আকুল চিঞৰ এটা ওলাই আহে: 'আহ্‌··· জ্যোতি···'

লাহে লাহে গাৰুটোৰপৰা চকু তুলি অহল্যাই কোঠাৰ ইফালে সিফালে চায়। ক'লৈ গ'ল জ্যোতি খন্তেকৰ ভিতৰতে? ক'লৈ যাব পাৰে?

কোঠাৰ অস্পষ্ট পোহৰত এধাঁতিত থকা খিৰিকীখনৰ ফালে এবাৰ অহল্যাৰ চকু যায়। দেখে খিৰিকীৰ কাষৰ বেৰখনত আঁউজি ক্লান্তভাৱে জ্যোতিয়ে



অহল্যালৈকে একেথৰে চাই আছে। হয়তো উপস্থিত বিপদত সেই খিৰিকী বগাইয়েই পলাবৰ ইচ্ছা কৰিছিল জ্যোতিয়ে। কিন্তু শক্তি নহ'ল।

দুয়ো দুয়োলৈকে খন্তেক নিঃশব্দে চাই ৰয়। মুখত ফুটি উঠা ক্ষণিকৰ আকুলতাখিনি জ্যোতিৰ চকুত পৰে বুলি অহল্যাই তৎক্ষণাৎ নিজক সংযত কৰে। তাৰ পাচত জ্যোতিৰ ফালৰপৰা চকু ঘূৰাই নিঃশব্দে আঠুৱাখন ভালকৈ তুলি থয়। বিছনাৰ 'বেপাৰ'খন ভৰি-পথানৰ ফালে সম্পূৰ্ণ আঁতৰাই, তেজ লগা গাৰুটোও লুটিয়াই আকৌ পৰিপাটিকৈ থয়। তাৰ পাচত বেছ গম্ভীৰ হৈ জ্যোতিৰ ফালে আগবাঢ়ি আহে।

দুটা উজ্জ্বল চকুত দীপ্ত দৃষ্টি লৈয়ে এবাৰ জ্যোতিৰ মুখলৈ চাই, পাচ মুহূৰ্তত হাতত ধৰি আদেশৰ সুৰতেই কৈ উঠে—'আহাঁ···।'

'ক'লৈ?'

'প্ৰশ্ন নকৰিবা, আহাঁ।' জ্যোতিক ধৰি আনি অহল্যাই পুনৰ বিছনাখনত শুৱাই দিয়েহি।···জ্যোতিৰ ওপৰত যেন জন্মগত অধিকাৰ অহল্যাৰ। এই শেষ নিশাৰ এনে এটা আকস্মিক, অবিশ্বাস্য আৰু অপ্ৰত্যাশিত ঘটনা যেন অহল্যাৰ জীৱনত কোনোকালে ঘটাই নাই, ঠিক তেনে এটা ভাব লৈয়ে অহল্যাই নিঃশব্দে বাথৰুমৰ ফালে আগবাঢ়ি গৈ দুৱাৰখন দুফালকৈ মেলি দিয়ে।

গৰম পানীৰ টেপটো খুলি ওচৰৰ দাঁৰৰপৰা টাৱেলখন টান মাৰি আনি তাৰ আগ এটা ভালকৈ তিয়াই সামান্য চেপি লয়। তাৰ পাচত পুনৰ ঘূৰি আহে বিছনাৰ ওচৰলৈ।

জ্যোতিৰ কাষতে বহি লৈ টাৱেলেৰে লাহে লাহে তেওঁৰ কপালৰ, গাল-মুখৰ, হাতৰ সকলো তেজ মচি পেলাই অহল্যা আকৌ উঠি যায়। এইবাৰ পোছাকৰ আলমিৰাটো খুলি তাৰ তলৰপৰা তুলাৰ পেকেটটো উলিয়াই আনে আৰু ড্ৰেছিং টেবুলৰ ড্ৰয়াৰ খুলি তাৰপৰা বিচাৰি বিচাৰি অয়েণ্টমেণ্টৰ টিউব এটা, এড্‌হেছিভ টেপৰ ৰ'ল এটা আৰু কেঁচি এখন গোটাই লৈ, সকলোবোৰ বেড্-ছাইড টেবুলৰ ওপৰত থৈ আগৰ ঠাইত বহি লয়।

হাতত সৰু কেঁচিখন লৈ জ্যোতিৰ কপালৰপৰা চুলিৰ মাজলৈকে থকা দীঘল কটা ঘা ডোখৰৰ ওচৰৰ চুলিখিনি আলফুলে কাটি দিয়ে। নতুনকৈ কপালেদি বৈ অহা তেজখিনি আকৌ ভালকৈ মচি দি লাহে লাহে কটা ডোখৰত অয়েণ্টমেণ্ট্ সানি দিয়াৰ লগে লগে এই প্ৰথমবাৰ প্ৰশ্ন কৰে অহল্যাই: 'দুখ পাইছা?'

দুখ হয়তো জ্যোতিয়ে পাইছে। কিন্তু তাৰ কথা জ্যোতিয়ে এই মুহূৰ্তত ভবা

নাই, ভাবিছে তেওঁৰ অতি চিনাকি, অতি পৰিচিতা, আধুনিকা অহল্যাৰ মাজত খন্তেকৰ ভিতৰতে এনে এটা অদ্ভুত ৰূপান্তৰ কেনেকৈ সম্ভৱ হ'ল তাৰ কথাই। অহল্যাৰ মাজত ইমান কোমল, ইমান শুশ্ৰূষা-পৰায়ণ মন এটা ইমানদিনে ক'ত লুকাই আছিল? অহল্যাৰ প্ৰশ্নৰ উত্তৰ নিদি জ্যোতিয়ে মাথো সামান্য হাঁহিলে।

'এই শেষৰাতি কাৰ ঘৰত সিন্ধি দিবলৈ গৈছিলা? আৰু কপালখনেই বা এইদৰে কাটিবলৈ পালে কেনেকৈ?'

অহল্যাৰ মুখলৈ চাই ওঁঠত সামান্য হাঁহি লৈ জ্যোতিয়ে উত্তৰ দিয়ে। 'কেনেকৈ? আমাৰ নিচিনা সাধাৰণ মানুহবোৰৰ সচৰাচৰ যেনেকৈ কাটে।···কিন্তু চিপাহীটোৰ কটাৰ উদ্দেশ্য নাছিল অহল্যা—আছিল ফুটাবৰ। কুকুৰক গুলীয়াই মৰাৰ দৰেই যোকো গুলীয়াই মাৰিব খুজিছিল মোৰ দেশৰে এজন দেশী ভায়ে।'

জ্যোতিৰ কথাত অহল্যাৰ চকুত দেখা দিয়ে বিস্ময়। কিন্তু তালৈ লক্ষ্য নকৰি জ্যোতিয়ে যোগ কৰে: 'তথাপি তাক ধন্যবাদ! তাৰ যত্নতে যেনিবা তোমাৰ হাতৰ এই অমূল্য শুশ্ৰূষা লাভ···'

জ্যোতিক বাধা দি পৰিচৰ্য্যাৰতা অহল্যাই কৃত্ৰিম অৱজ্ঞাৰে কয়—'শুশ্ৰূষা? নিতান্ত বাধ্যত পৰি।···আজি চাৰি বছৰে তুমি মোক বহুত কন্দুৱাইছা জ্যোতি! এতিয়াৰপৰা কান্দিব লাগিব তুমি! চাওঁ মূৰটো অলপ ঘূৰোৱা।'

কটা ডোখৰত অয়েণ্টমেণ্ট লগোৱা শেষ কৰি তাৰ ওপৰত বহুখিনি তুলা থাপি এড্‌হেছিভ টেপেৰে ভালকৈ লগাই, অহল্যা আকৌ উঠি যায়। এটা বেণ্ডেজৰ প্ৰয়োজন। আলমাৰীত বিচাৰি নিচেই সৰু এটা পায় যদিও তাৰে কাম নহব জানি, সেই ফুলাম কাশ্মীৰী মাফলাৰখনকে আনি তাৰে বেণ্ডেজটো ভালকৈ দি কয়—'দিল্লীৰ একৃজিবিচনত এইখন তোমাৰ কাৰণেই এদিন জন্মদিনত উপহাৰ দিম বুলি কিনিছিলোঁ। কিন্তু তাৰে যে এনেকৈ বেণ্ডেজ কৰিব লাগিব ভবা নাছিলোঁ। চাওঁ, ইয়াৰ এই মূৰটো টিপা মাৰি ধৰি থাকা।'

ভাগৰত প্ৰায় মুদ খাই আহিব খোজা চকু দুটা বলেৰে মেলি জ্যোতিয়ে অহল্যাৰ নিৰ্দেশমতেই বেণ্ডেজৰ আগটো টিপা মাৰি ধৰে। অহল্যাই এখন হাতেৰে আলফুলে হেঁচি ধৰি, আনখন হাতেৰে চাদৰৰ ভিতৰৰপৰা উলিয়াই অনা ছেপ্‌টিপিনটো বেণ্ডেজৰ ওপৰত ভালকৈ মাৰি দিয়ে। মূৰৰ চুলিখিনিও পৰিপাটিকৈ দিয়ে।

'কিহে পাইছিল বাৰু তোমাক? চোৰাচোন, তেজ ওলোৱা এতিয়াও বন্ধ হোৱা নাই।···পুৱাই ডাক্তৰ মাতি চিলাই কৰাব লাগিব।'



একো উত্তৰ নিদি জ্যোতিয়ে সামান্যকৈ হাঁহে আৰু গভীৰ ক্লান্তি সত্ত্বেও সুগভীৰ এক তৃপ্তিত দীঘলকৈ উশাহ লয়। চকু দুটা প্ৰায় মুদ খাই আহে। তাকে দেখি অহল্যা বিছনাৰপৰা উঠি গৈ টেবুলৰ ওপৰৰপৰা তুলা, অয়েণ্টমেণ্ট আদি সকলো গোটাই লৈ আকৌ আলমাৰীত থৈ আহেগৈ। জ্যোতিৰ গাৰ তেজ লগা পাঞ্জাবীটো, চুৰিয়া আৰু গাৰু আদিলৈ এবাৰ চাই লৈ বিছনাখন অলপ পৰিপাটিকৈ দিয়াৰ লগতে মন্তব্য কৰে: 'তোমাৰ এই কাপোৰ-কানিবোৰ সলাই পেলাব লাগিছিল। পাছে এতিয়া থাওক। তুমি বৰ ক্লান্ত। চাওঁ গাৰুটো ভালকৈ দিওঁ।···ওঁ এইবাৰ তুমি শোৱা জ্যোতি!'

'শুবৰতো অদম্য বাসনা। পাছে ভয় হয়, আমি পৰাধীন জাতিটো ইমান অধঃপাতে গৈছোঁ যে অলপ সুখ, অলপ আৰামৰ মুখ দেখিলেই জীৱনৰ সকলো লক্ষ্য, সকলো আদৰ্শ, মনুষ্যত্ব এক নিমিষতে দলিয়াই পেলাই দিবলৈ—'

'আস্ জ্যোতি! তোমাৰ ৰাজনীতি, তোমাৰ মনোবিশ্লেষণ এতিয়া থোৱাঁ। মই সেইবোৰ একো নুবুজোঁ—শুনিবও নোখোজোঁ।···শোৱাঁ তুমি।'

'শুবলৈতো কৈছা, কিন্তু ক'ত? তোমাৰ এই কোঠাত? তোমাৰ এই বিছনাত?'

মূৰ-শিতানৰ নিচেই ওচৰতে মজিয়াৰ কাৰ্পেটৰ ওপৰত আঁঠুকাঢ়ি লৈ আঙুলিত লাগি থকা অয়েণ্টমেণ্টখিনি টাৱেলেৰে মচি মচি অহল্যাই মূৰ তুলি জ্যোতিৰ মুখলৈ চায়: 'কিয় মোৰ বিছনাত! নহলে আৰু ক'ত?

'কিন্তু অহল্যা, সেয়ে হ'লে কালিলৈ তুমি মানুহৰ আগত মুখ দেখুৱাবা কেনেকৈ? তোমাৰ চিৰউন্নত শিৰ যে চিৰদিনলৈ নত হৈ যাব!'

'নত নহয় জ্যোতি, নতশিৰে অহল্যাই কোনোদিন কাৰো আগত ওলোৱা নাই, কালিলৈকো নোলায়।'

'তোমাৰ ক্ষেত্ৰত সি হয়তো সম্ভৱ, কিন্তু নিশা যে শেষ হৈ আহিল!'

হাতৰ টাৱেল পেলাই, আঁঠুকঢ়া অৱস্থাৰেই জ্যোতিৰ ফালে ঘূৰি লৈ, মুখৰ ওচৰলৈ মুখখন নি অহল্যাই ফুচফুচাই উত্তৰ দিয়ে 'এই নিশা আৰু কেতিয়াও শেষ নহয় জ্যোতি! মই তাক অনন্ত কৰি ধৰি ৰাখিম।'

'ধৰি ৰাখিবা? কিহেৰে?'

'কি নাই মোৰ?'

সঁচাই, বহুত আছে অহল্যাৰ। ৰূপ আছে, যৌৱন আছে, বিদ্যা-বুদ্ধি,

অগাধ ঐশ্বৰ্য্য, অপৰিসীম মৰম···। যিমান থকা উচিত তাতোকৈয়ো বহুত বেছি আছে অহল্যাৰ!

স্নেহ, অনুভূতিৰ গভীৰ আবেশত কোমল হৈ অহা চকু দুটাৰ পৰিতৃপ্ত চাহনিটো জ্যোতিৰ মুখৰ ওপৰত বুলাই, হঠাৎ অহল্যাই জ্যোতিৰ বুকুৰ মাজত নিজৰ মুখখন ঢাকি ধৰে। দুবৰ মেলা চুলিৰ মাজত ঢাক খাই যায় জ্যোতিৰ মুখ, ডিঙি, বুকু, বাউসি সকলো।

পৰিপূৰ্ণ তৃপ্তিৰ মধুৰ আবেশত জ্যোতিৰ ক্লান্ত চকু দুটাও কোমলতাৰে ভৰি উঠে।···বহুদিনৰ বহু মূক বেদনা লৈ জ্যোতিৰ বঞ্চিত আত্মাটো হঠাৎ যেন একেবাৰে শান্ত হৈ যায়। চকু দুটা নমাই গভীৰ মৰমেৰে অহল্যাৰ চুলিখিনিলৈ খন্তেক চাই ৰয়। তাৰ পাচত কব নোৱাৰাতে যেন বিছনাৰ এঁটাতিত অলসভাৱে পৰি থকা হাতখন তুলি, লাহে লাহে অহল্যাৰ চুলিৰ ওপৰত বুলাই দিবলৈকে আগবঢ়াই নিয়ে।

কিন্তু চুলি স্পৰ্শ কৰাৰ আগতে হঠাৎ উচপ্ খাই উঠাৰ দৰেই মাজবাটতে হাতখন থমকি ৰৈ যায়। লাহে লাহে তাক আকৌ আঁতৰাই নিয়াৰ লগে লগে জ্যোতিৰ ক্লান্ত চকু-মুখলৈ নামি আহে বিৰাট এক পৰিবৰ্তন। অসহ্য কষ্টত যেন চকু দুটা জ্যোতিয়ে টানকৈ মুদি ধৰে।

জ্যোতিৰ ধাৰণা হয়, কোঠাটোৰ শান্ত-সুন্দৰ নিস্তব্ধতাখিনি চুৰমাৰ কৰি বহুতো সম্মিলিত কণ্ঠধ্বনিয়ে যেন তেওঁৰ কাণ দুখন হঠাৎ থকা-সৰকা কৰি চিঞৰি উঠিছে: জ্যোতি! জ্যোতি!'

জ্যোতি আতঙ্কিত হৈ উঠে। চকু দুটা ডাঙৰ ডাঙৰকৈ মেলি সমুখলৈ চাই জ্যোতিয়ে যেন দেখিবলৈ পায়, কোঠাৰ মাজত আন্ধাৰ হৈ থকা বৰ্ণহীন ক'লা শূন্যতাৰ মাজত অভাৱনীয়ভাৱে স্পষ্ট হৈ আইমণিৰ মুখখন ভাঁহি উঠিছে। বিষাদভৰা হতাশাৰ দৃষ্টি লৈ জ্যোতিৰ মুখলৈ চাই আকুল হৈ যেন চিঞৰি উঠিছে আইমণিয়ে—'কি কৰিছা? এইয়া তুমি কি কৰিছা ককাইদেউ? তোমাৰ সাধনা, তোমাৰ আদৰ্শ, জীৱনৰ লক্ষ্য এনেভাৱে শেষ হৈ যাবনে? সকলো বিসৰ্জন দি, এই কোঠাৰ মাজত তুমি নিজক চিৰদিনলৈ এনেভাৱে হেৰাই যাবলৈ দিবানে?'

শঙ্কিত, নিষ্পলক দৃষ্টিৰে জ্যোতিয়ে আইমণিৰ মুখলৈ চাই থাকে। দেখে, আইমণিৰ চৌপাশৰ শূন্যতাৰ বুকুত একেভাৱেই এজনৰ পাচত এজনকৈ উদয় হৈছে—কৃষ্ণ, ৰঞ্জিত, জয়া, মাধবী, অৰুণ আৰু বীৰুৰ মুখবোৰ। আৰু তাৰ লগতে যেন ভাঁহি আহিছে প্ৰতিজনৰে মুখৰ অভিযোগ, অভিশাপ, ধিক্কাৰ।



সদায় সন্মান আৰু শ্ৰদ্ধা দেখুৱাই অহা বন্ধু কৃষ্ণই, ৰঞ্জিতে কঠোৰ দৃষ্টিৰে, ক্ৰুদ্ধ বাক্যবাণেৰে জ্যোতিক জৰ্জৰিত কৰি দাবী কৰিছে উত্তৰ:

'···ইয়াৰ কাৰণেই কি পৰাধীনা দেশ-মাতৃকাৰ পূজাৰ বেদীত নতশিৰে পণ কৰিছিলি—জীৱন উৎসৰ্গা কৰি কৈছিলি—মাতৃৰ ভৰিৰ শৃঙ্খল চূৰ্ণ নোহোৱালৈকে কেৱল সংগ্ৰাম, কেৱল ত্যাগ আৰু মানৱতাৰ সেৱাই তোৰ জীৱনৰ একমাত্ৰ লক্ষ্য! একমাত্ৰ কাম্য! আজি ক'ত তোৰ সেই ত্যাগ? ক'ত তোৰ সেই জীৱন উৎসৰ্গা···?'

'···জ্যোতিদা···!' চকুত বিৰিঙি উঠা চকুলো লৈয়ে যেন অভিযোগ কৰিছে জয়াই, অভিযোগ কৰিছে মাধবীয়ে—'জ্যোতিদা, মাতৃ-পূজাৰ মহান সংগ্ৰাম পথত হাতত ধৰি, এদিন তুমিয়েই আমাক বাট দেখুৱাই নিছিলা! আজি কিয় বাটৰ মাজত আমাক লক্ষ্যচ্যুত কৰি তুমি আঁতৰি যাব খুজিছা? তুমিয়েইতো কৈছিলা, আমাক দেখুৱাই দিবা আমাৰ জীৱনৰ লক্ষ্যপথ। আমাৰ জীৱন জোৰা সংগ্ৰামৰ পথ।···তেন্তে?'

বোবা, নিষ্পলক দৃষ্টিৰে জ্যোতিয়ে চাই ৰয় অৰুণৰ মুখলৈ, বীৰুৰ মুখলৈ, জয়া-কৃষ্ণ-ৰঞ্জিতৰ মুখলৈ। কিন্তু তাতেই শেষ নহয়, সকলোকে আঁৰ কৰি এইবাৰ যেন জ্যোতিৰ সমুখত দেখা দিয়েহি কঠোৰ বিদ্ৰূপভৰা মুকুলৰ মুখখনে।

মাত্ৰ এঘণ্টাৰ আগতে এই মুকুলেই নিজৰ জীৱন বিপন্ন কৰিও, জ্যোতিক হাতত ধৰি, পিঠিত কঢ়িয়াই পুলিচৰ হাতৰপৰা সৰুৱাই আনিছিল। এতিয়াও মুকুলৰ চোলা-কাপোৰ ৰঙা হৈ আছে জ্যোতিৰ তেজেৰেই।

মুকুলৰ চকুৰ দৃষ্টি সহ্য কৰিব নোৱাৰি জ্যোতিয়ে চকু দুটা মুদি দিয়ে। তথাপি কাণত পৰেহি মুকুলৰ কঠোৰ অভিশাপ: '···ধিক্ তই! এজনী ছোৱালীৰ আঁচলৰ আঁৰত এনেকৈ হেৰাই যাবলৈ—চিৰতৰে বন্দী হবলৈকে কি তই দহ মাইল বাট কপালত গুলী খাই, আধামৰা জন্তুৰ দৰে হাবিয়ে হাবিয়ে দৌৰি পলাইছিলি? ইয়াতকৈ—ইয়াতকৈ পুলিচৰ হাতত ধৰা নিদিলি কিয় জ্যোতি? সিও যে বহুত গৌৰৱৰ কথা আছিল!'

অসহ্য কষ্টত, অপৰিসীম বেদনাত জ্যোতি বিহ্বল হৈ যায়। বুকুৰ কোঁনোবা চুকত যেন প্ৰচণ্ডভাৱে বিস্ফোৰণ ঘটে। কিহবাই যেন নিষ্ঠুৰভাৱে ডিঙিটো চেপি ধৰাত ইচাট-বিচাট কৰি অসহায় আকুলতাৰে জ্যোতিয়ে চিঞৰি উঠে—'আৰু নকবি। আৰু নকবি।'

লগে লগে দুয়ো হাতেৰে নিজৰ মূৰটো চেপি ধৰি জ্যোতি বিছনাত উঠি বহে।

অহল্যায়ো মুহূৰ্ততে মূৰ তুলি জ্যোতিৰ মুখলৈ চাই ভয়াৰ্তভাৱে চিঞৰি উঠে—'কি হ'ল? কি হ'ল জ্যোতি?'

জ্যোতিয়ে কোনো উত্তৰ দিব নোৱাৰে। কিন্তু দৈহিক কষ্ট সকলো উপেক্ষা কৰি অহল্যাক অভিভূত কৰি বিছনাৰপৰা উঠি আহি, বিকৃত মাতেৰে কৈ যায়—'মই যাওঁ, মই যাওঁ অহল্যা···'

'তুমি যাবা? এই অৱস্থাৰে তুমি ক'লৈ যাবা? বলিয়ালি নকৰিবা জ্যোতি!'

'নহয়, নহয়, মোক ক্ষমা কৰা, মোক ক্ষমা কৰা অহল্যা!'

জ্যোতিৰ কথা একো বুজিব নোৱাৰি অপৰিসীম বিস্ময়ত অহল্যাই জ্যোতিৰ মুখলৈ চাই ৰয়: 'ক্ষমা? কিহৰ ক্ষমা? তুমি এইবোৰ কি কৈছা জ্যোতি?'

অহল্যাৰ মুখত অসহায় বিহ্বলতা। সেই অনুপাতেই জ্যোতিৰ মুখতো অপৰিসীম হতাশা। সীমাহীন আকুলতা।

'ঠিকেই কৈছোঁ অহল্যা! তোমাৰ এই স্নেহ, এই অকপট সেৱা-শুশ্ৰূষাৰ মই আজি অযোগ্য। তোমাৰ ওচৰত অপৰাধ কৰিছোঁ, মোক ক্ষমা কৰা। এইবোৰ দাবী কৰাৰ—এইবোৰ আশা কৰাৰ অধিকাৰ মই কেতিয়াবাই হেৰুৱাই পেলালোঁ।···মই—মই যাবই লাগিব। মোক যাবলৈ দিয়া···মোক পাহৰি যোৱা অহল্যা···।'

জ্যোতি বিছনাৰ ওচৰৰপৰা কোঠাৰ মাজলৈকে উঠি আহে। একে অৱস্থাতে ক্ষন্তেক বজ্ৰাহতৰ দৰে থাকি অহল্যাই পাচ মুহূৰ্ততে লৰি আহি জ্যোতিৰ ডিঙিত দুয়ো হাতেৰে সাৱটি ধৰি প্ৰায় আৰ্তনাদ কৰি উঠে: 'জ্যোতি! জ্যোতি! এইবোৰ তুমি কি কৈছা? কি অধিকাৰ নাই?···ভুল নকৰিবা, আৰু ভুল নকৰিবা জ্যোতি! গোটেই জীৱনটো আমাৰ সন্মুখত পৰি আছে। তাক এনেদৰে তুমি ব্যৰ্থ কৰি নিদিবা।···এই চাৰি বছৰৰ অসহ্য কষ্ট, বিৰামহীন প্ৰতীক্ষাৰ মূৰত···নাই নাই, মই তোমাক যাবলৈ নিদিওঁ···কেতিয়াও নিদিওঁ···।'

'নহয়, নহয়, সি ভুল হব অহল্যা! মোক যাবলৈ দিয়া। মোক আৰু দুৰ্বল কৰি নুতুলিবা।···মোৰ কৰ্তব্য, মোৰ জীৱনৰ যি ব্ৰত, তাৰপৰা মোক লক্ষ্যভ্ৰষ্ট কৰি মোক দেশৰ আৰু দহৰ শত্ৰু কৰি নুতুলিবা।'

'শত্ৰু? কি কৈছা তুমি? ভুল হৈছে তোমাৰ। দেশ তোমাৰ শত্ৰু নহয়; দহো তোমাৰ শত্ৰু নহয়। তোমাৰ শত্ৰু তুমি নিজে। কিয় নুবুজা জ্যোতি, তোমাৰ শত্ৰু, মোৰ শত্ৰু আন কোনো নহয়; শত্ৰু আমাৰ অহঙ্কাৰ, মিছা গৰ্ব——শত্ৰু আমাৰ অনাৱশ্যকীয় মূল্যহীন মান-অভিমান। সেইবোৰ লৈ তুমি বাচি



থাকিব পাৰিলেও মই নোৱাৰোঁ জ্যোতি! ময়ো ক্লান্ত।···যাব খুজিছা—বেছ ব'লা, মোকো লৈ ব'লা। আমি যাওঁগৈ। ইয়াৰপৰা বহুত দূৰ—বহুত দূৰলৈ যাওঁগৈ।'

'সি আৰু সম্ভৱ নহয় অহল্যা! মোৰ লগত তোমাৰ এই সুন্দৰ জীৱনটো ব্যৰ্থ কৰি নিদিবা। মোৰ আজিৰ লক্ষ্যপথৰ সঙ্গী তুমি কেতিয়াও হব নোৱাৰিবা।'

'কিয় নোৱাৰিম? তুমি মোক হাতত ধৰি লৈ গলে—বাট দেখুৱাই নিলে, কিয় নোৱাৰিম?'

অহল্যাই কান্দি পেলায়। তথাপি জ্যোতিয়ে অসহায়ভাৱে মূৰ জোকাৰে। জানে, এই মুহূৰ্তত একান্ত আবেগত অহল্যাই যি কৈছে তাক সমাধা কৰাৰ শক্তি অহল্যাৰ জীৱনত কেতিয়াও নহয়। এই ত্যাগ, এই কষ্ট স্বীকাৰ, সেই বিশাল কৰ্মক্ষেত্ৰৰ লগত অহল্যাৰ চিনাকি নাই। তেওঁৰ হাতত ধৰি তেওঁৰ যাত্ৰাপথৰ সহযাত্ৰী হোৱা অহল্যাৰ পক্ষে সাধ্যাতীত। কিন্তু সেই কথা তেওঁ অহল্যাক বুজাব কেনেকৈ? তথাপি জ্যোতিয়ে কয়: 'তুমি বুজা নাই, তুমি বুজিব পৰা নাই অহল্যা। মুহূৰ্তৰ দুৰ্বলতাত তুমি যি ভয়াবহ, বিপদসঙ্কুল জীৱন এটা আদৰি লোৱাৰ স্বপ্ন দেখিছা, সি এখন অনিশ্চিত পৃথিবী। য'ত দয়া নাই, মায়া নাই, জীৱন-যৌৱনৰ স্বীকৃতি নাই—আছে মাথোঁ ত্যাগ, অপৰিসীম কষ্ট, লাঞ্ছনা।'

'আহ্ জ্যোতি···'

অহল্যাই আৰু সহ্য কৰিব নোৱাৰে। জ্যোতিক এৰি চূড়ান্ত পৰাজয়ৰ গ্লানি লৈয়ে যেন দুয়ো হাতেৰে মুখ ঢাকি বিছনাত আচাৰ খাই পৰেগৈ।···বুকুৰ মাজত উঠা প্ৰবল ধুমুহাটো দমাই ৰাখিবলৈকে জ্যোতিয়ে একে ঠাইতে থৰ লাগি থিয় দি ৰয়।

স্তব্ধ হৈ যোৱা কোঠাৰ মাজত একমাত্ৰ অহল্যাৰ উচুপনিৰ বাহিৰে আন কোনো শব্দ নাই। গোটেই পৃথিৱীখনেই যেন মূক-বধিৰ হৈ গৈছে। জ্যোতিয়ে বুজিব পাৰে—আৰু বেছিপৰ এই উচুপনি শুনিলে হয়তো নিজক আৰু সংযত কৰি ৰাখিব নোৱাৰিব। অথচ এই অৱস্থাত অহল্যাক এৰি যাবলৈকো মনৰ বল হেৰাই যায়।

আবেগত কৰ নোৱাৰাকৈয়ে অহল্যাৰ ফালে এখোজ আগবাঢ়ি গৈ হঠাৎ আকৌ ৰৈ পৰে জ্যোতি।···জানে, ভাগি গলেও তেওঁ যাবই লাগিব।

অবুজ মনটোক কঠোৰভাৱে সংযত কৰি, লাহে লাহে দুৱাৰৰ ফালে আগবাঢ়ে

জ্যোতি। শেষবাৰৰ কাৰণে অহল্যাক এবাৰ চাই যোৱাৰ লোভকণো সংযত কৰি, দুৱাৰৰ হুকটো খুলি কোঠাৰপৰা ওলাই যাবলৈ ভৰি দাঙে। কিন্তু সেই মুহূৰ্ততে কাণত পৰেহি পাচফালৰপৰা অহা কঠোৰ হুকুমটো : 'ৰবা জ্যোতি!'

জ্যোতি থমকি ৰয়। ঘূৰি চাই দেখে, গাৰুৰপৰা মূৰ তুলি অহল্যা বিছনাত উঠি বহিছে। গাল, মুখ চকুলোৰে উপচি আছে যদিও অহল্যাৰ চকুৰ দৃষ্টিত আৰু কোনো আকুলতা নাই, আবেগ নাই, আছে কেৱল জুইৰ ফিৰিঙটি। হতাশাত, খঙত, আক্ৰোশত বিকৃত হৈ উঠিছে অহল্যাৰ মুখমণ্ডল।

অহল্যাৰ এই পৰিবৰ্তনত চক্ খাই উঠে জ্যোতি। চাৰি বছৰ আগতে ঠিক এনে এটা দৃষ্টিৰ মাজেৰেই চুৰমাৰ হৈ গৈছিল দুয়োৰে গঢ়ি উঠা বহুদিনীয়া মধুৰ অন্তৰঙ্গতা। কিন্তু সেইদিনাৰ সেই অহল্যাতকৈ এই মুহূৰ্তৰ অহল্যা যেন বেছি ভয়াবহ হৈ উঠিছে।...বৈ অহা চকুৰ পানীলৈ গ্ৰাহ্য নকৰি, অন্তৰৰ গোটেইখিনি ক্ষোভ আৰু আক্ৰোশ লৈ অহল্যাই জ্যোতিৰ মুখলৈ চাই গৰজি উঠে—'কি বুলি ভাবিছা মোক? মান, সন্মান, প্ৰতিপত্তি সকলো জলাঞ্জলি দি, প্ৰেম-প্ৰণয়ৰ পূৰ্ণ অৰ্ঘ্য তোমাৰ ভৰিত থাপনা কৰি দিছিলোঁ—মোৰ চিৰদিনৰ উচ্চ শিৰ নত কৰি। নিৰ্লজ্জ কাঙালিনীৰ দৰে দুয়ো হাত পাতি ভিক্ষা কৰিছিলোঁ তোমাৰ এখানি মৰম।...আৰু তুমি! তুমি মোৰ অন্তৰৰ সেই পৱিত্ৰ নৈবেদ্য ভৰিৰে মোহাৰি পেলাই এনেভাৱে মোৰ সন্মুখৰপৰা আঁতৰি যাবা? স্বাৰ্থপৰ তুমি। দেশৰ, দহৰ তুমি শত্ৰু হব নোখোজা? তোমাৰ লক্ষ্য, তোমাৰ ব্ৰতেই তোমাৰ ওচৰত ডাঙৰ? মই একো নহয়? মোৰ কোনো মূল্য নাই?'

কৈ কৈ জ্যোতিৰপৰা মুখ ঘূৰাই উচাৎ মাৰি অহল্যা চুকৰ টেবুলখনৰ ওচৰলৈ দৌৰি যায়। ক্ষিপ্ৰতাৰে হাতত তুলি লয় টেলিফোনটো।

শেষ ৰাতিৰ প্ৰায় নিজম পৰি অহা পুলিচ ষ্টেচনৰ অভ্যন্তৰত, অসহায় ক্ৰোধত, চূড়ান্ত পৰাজয় মূৰত জাপি, পিঞ্জৰাবদ্ধ জন্তুৰ দৰে গুজৰি-গুমৰি থকা স্বয়ং এছ-পি দত্ত চাহাবৰ টেবুলত কৰ্কশভাৱে বাজি উঠা টেলিফোনটোৰ শব্দত উচাপ্ খাই উঠে দত্ত চাহাব। মুখত ত্ৰাসৰ ভাব লৈ টেলিফোনটোলৈ চায়। আকৌ বা কি অশুভ বাৰ্তা আহিল!

গোটেই পুলিচ বাহিনীৰ চৌৱিশ ঘণ্টাৰ সজাগ-সতৰ্ক দৃষ্টিকো ব্যৰ্থ কৰি কেইটামান সৰু সৰু ল'ৰাই এটাৰ পাচত এটাকৈ একে ৰাতিতে যি বিপৰ্যয় সৃষ্টি কৰিলে তাৰ জবাব মেকেঞ্জী চাহাবক কি দিব, তাক ভাবি দত্ত চাহাবৰ



বুকুও কঁপি উঠিছে। ভয়ে ভয়ে টেলিফোনৰ ৰিচিভাৰটো হাতত তুলি লৈ দত্ত চাহাবে কয়—'হেল্ল!'

কিন্তু মুহূৰ্তৰ পাচতে দত্ত চাহাবৰ মুখৰ ভয়, ব্যৰ্থতাৰ গ্লানি, ক্ৰোধ ৰূপান্তৰিত হৈ যায় হিংস্ৰ পৈশাচিক আনন্দত। প্ৰবল উত্তেজনাত প্ৰায় চিঞৰি উঠে—'কি কৈছা অহল্যা? তোমাৰ কোঠাত ধৰি ৰাখিছা? O'h thanks God! মই এই মুহূৰ্ততে গৈছোঁ।...ৰাজেন! ৰাজেন!'

লৰালৰিকৈ টেলিফোন থৈ ৰাজেনক চিঞৰি চিঞৰি দত্ত চাহাব প্ৰায় ছিটিকি আহিয়েই ওচৰৰ কোঠাটোত সোমায়েহি।

গোটেই দিন, গোটেই ৰাতিৰ অশেষ নিৰ্য্যাতনৰ পিচত দত্ত চাহাবৰ নিৰ্দেশ মতেই কিছুমান মূল্যহীন কাগজ-পত্ৰ লৈ ৰাজেন এই অসময়তো বহিবলগীয়া হৈছিল অফিচত। ধিক্কাৰ লাগি গৈছিল জীৱনটোৰ ওপৰত। মাজে মাজে মনত পৰিছিল অণুৰ ৰোগক্লিষ্ট মুখখনলৈ। কিন্তু অকস্মাৎ সেইবোৰো তল পৰি প'ল।

ধুমুহা এজাকৰ দৰেই দত্ত চাহাব ৰাজেনৰ কোঠাত সোমায়হি : 'ৰাজেন! আহাঁ আঁহা! সেইবোৰ থোৱা এতিয়া। মোৰ লগত আহাঁ। লগত 'হেণ্ডকাপ' আছে নে নাই?'

'হেণ্ডকাপ্?' বিস্মিত ৰাজেনে প্ৰায় বিবৰ্ণ মুখেৰে দত্ত চাহাবৰ মুখলৈ চাই ৰয়।

'Yes, Yes, হেণ্ডকাপ্।' দত্ত চাহাবক অধৈৰ্য্য হোৱা যেন দেখিও ৰাজেনে লাহেকৈ উত্তৰ দিয়ে—'আছে ছাৰ...।'

'তেন্তে তৎক্ষণাৎ উলিয়াই লৈ মোৰ লগত আহাঁ। এতিয়াই। We wait a single minute,'

কৈ উঠি দত্ত চাহাব প্ৰায় ছিটিকি যোৱাৰ দৰে কোঠাৰপৰা ওলাই যায়। ড্ৰয়াৰৰপৰা 'হেণ্ডকাপ' উলিয়াই লয় ৰাজেনে। কিন্তু দুশ্চিন্তাত মনটো মৰহি যায়। কাৰ কাৰণে এই 'হেণ্ডকাপ্?' চাঁতকৈ মনত পৰে মুকুল, গোঁহাই, কৃষ্ণ, মহেশ, ৰঞ্জিতলৈ। সিহঁতৰ কাৰ কাৰণে? জ্যোতিয়ে তেন্তে সিহঁতক সাৱধান কৰি নিদিলে?

ৰাজেনৰ চিন্তাৰ গতিত যতি পেলাই দত্ত চাহাবে পুনৰ চিঞৰি উঠাত খৰখেদাকৈ ৰাজেন কোঠাৰপৰা ওলাই দত্ত চাহাবৰ পাচে পাচে যাবলৈ বাধ্য হয়।

পুলিচ ষ্টেচনৰ গেটৰ কাষত বৈ থকা গাড়ীত দুয়ো উঠাৰ সময়ত ডিউটিত থকা দুটা পুলিচক ওচৰত পাই সিহঁতকো গাড়ীত তুলি লৈ দত্ত চাহাবে নিজেই গাড়ীত ষ্টাৰ্ট দিলে।

বহু সময় ধৰি বিৰাজ কৰা কোঠাৰ ভিতৰৰ অখণ্ড স্তব্ধতাৰ মাজত, এফালে থিয় দি আছে বজ্ৰাহত জ্যোতি—আনফালে টেবুলৰ ওচৰত পাষাণী হৈ যোৱা অহল্যা। বিষাক্ত সাপ এডাললৈ চাই থকাৰ দৰে অহল্যাই চাই আছে হাতৰ মুঠিত ধৰি থকা টেলিফোনটোলৈ।

মুহূৰ্তৰ খণ্ডত অন্ধ হৈ যি এটা ডাঙৰ ভুল কৰিলে তাৰ কাৰণে অনুতাপ কৰি কৰি বিবৰ্ণ হৈ যায় অহল্যাৰ মুখখন।

দুৱাৰৰ ওচৰত থিয় দি নিষ্পলক দৃষ্টিৰে জ্যোতিয়ে অহল্যাৰ মুখলৈকে চাই থাকে। খন্তেকৰ ভিতৰতে অহল্যাই এনে এটা কাম কৰি পেলাব বুলি জ্যোতিয়ে ভবা নাছিল। এই ভুলৰ পৰিণামে জ্যোতিৰ কপাললৈ কি বিপৰ্যয় কঢ়িয়াই আনিব পাৰে তাক হয়তো অহল্যাৰ কল্পনাৰো বাহিৰত।

গভীৰ হতাশাই জ্যোতিৰ মনটো মৰহি যায়। অৰ্ধমৃত জন্তুৰ দৰে দহ মাইল বাট দৌৰি দৌৰি অহাৰ সকলো কষ্ট, সকলো শ্ৰম, সকলো আশা যেন চুৰমাৰ হৈ যায়।

'এইয়া—এইয়া তুমি কি কৰিলা অহল্যা…?'

অব্যক্ত অনুতাপৰ জুইত দগ্ধ হোৱা জ্যোতিৰ কথাকেইটা অহল্যাৰ কাণলৈ যোৱাৰ লগে লগে হঠাৎ যেন অহল্যাৰ মগজুটো দপকৈ জ্বলি উঠে। জ্যোতিৰ মুখলৈ চাই প্ৰায় চিঞৰি উঠে অহল্যাই—'মনে মনে থাকা! দুটা সাধাৰণ পুলিচৰ কাৰণে তোমাৰ এই ভয় দেখিলে, মোৰ দয়া নহয়—ঘৃণা হয়। তোমাৰ সকলো বীৰত্ব কেৱল মোৰ ওপৰত! এই সাহ লৈয়ে তুমি দেশৰ কাৰণে জীৱন উছৰ্গা কৰাৰ কথা গৰ্ব কৰি মোক শুনাইছিলা?'

'অহল্যা!'

'কি?'

কিবা কব খুজিও জ্যোতি বৈ যায়। বহু সময়লৈ কাৰো মুখত কোনো কথা নাই।…মালীৰ ঘৰৰ দুৱাৰমুখত স্থখন আৰু মালীয়েও নিঃশব্দে ইটোৱে সিটোৰ মুখলৈ চাই আছে। দুয়োৰে মুখত অপৰিসীম বিস্ময়। অহল্যাৰ কোঠাৰপৰা অহা বাক-বিতণ্ডাই দুয়োকে ঘৰৰ ভিতৰৰপৰা উলিয়াই আনিছিল।



অহল্যাৰ মুখৰপৰা চকু আঁতৰাই লাহে লাহে জ্যোতিয়ে তলমূৰ কৰে। জ্বলি উঠিব খোজা জুই একুৰা যেন আপোনাআপুনি নুমাই যায়। নিজক কোৱাৰ দৰেই অস্ফুটভাৱে জ্যোতিয়ে কয়,—'নাই, তোমাক কবলৈ মোৰ আৰু একোৱেই নাই।'

খন্তেক দুৱাৰৰ ওচৰতে স্থিৰ হৈ থাকি ধীৰভাৱে কোঠাৰ মাজলৈ আকৌ সোমাই আহে জ্যোতি। গভীৰ ক্লান্তিত ওচৰত থকা বেতৰ চকীখনতে বহি পৰে।

বিচিত্ৰ অহল্যাৰ মন। নিমিষতে অদ্ভুত এক পৰিবৰ্তনে দেখা দিয়ে অহল্যাৰ চকু-মুখত। জ্যোতিক বহি পৰা দেখি আকৌ চিঞৰি উঠে—'আকৌ কিয় বহিছা তুমি?'

'বৰ ভাগৰ লাগিছে…' জ্যোতিৰ উত্তৰ।

হঠাৎ অসহায় আকুলতা লৈ জ্যোতিৰ ওচৰলৈ অহল্যা লৰি আহে। জ্যোতিৰ হাতত ধৰি টানি টানি চকীৰপৰা তুলিবলৈ চেষ্টা কৰি চিঞৰি উঠে—'লাগক, লাগক ভাগৰ! তুমি উঠা জ্যোতি! দেৰি হৈ গৈছে।…তুমি সোনকালে যোৱাঁগৈ। সেই কুকুৰবোৰ অহাৰ আগতেই তুমি পলাই যোৱাঁগৈ।'

বিব্ৰত জ্যোতিৰ সমুখত হঠাতে অহল্যাই আঁঠু কাঢ়ি তেওঁৰ কোঁচত মুখখন লুকুৱাই আকৌ কান্দি পেলায়। চকুলোৰে ভৰি উঠা চকুযোৰ তুলি জ্যোতিৰ মুখলৈ চায়: 'মই আৰু তোমাক ধৰি নেৰাখোঁ জ্যোতি! তুমি কিয় নুবুজা, মোৰ এই অন্ধ আকস্মিক খণ্ডটোৱেই যে মোৰ জীৱনৰ আটাইতকৈ ডাঙৰ অভিশাপ। সঁচাই কৈছোঁ, সদায় ভাবি আহিছিলোঁ, তুমি মোৰ—একান্তভাৱে তুমি মোৰ! কিন্তু মই আৰু সেই দাবী নকৰোঁ। তোমাক মোৰ বুলি আৰু কেতিয়াও নকওঁ জ্যোতি! মাথো তুমি যোৱাঁগৈ। সেই বিদেশীৰ ভৰি-চেলেকা নিৰ্লজ্জ কুকুৰবোৰ অহাৰ আগতেই তুমি যোৱাগৈ। বহুত দূৰলৈ যোৱাঁগৈ, য'ত তোমাক আৰু কোনোদিন সিহঁতে বিচাৰি নেপায়।'

'কিন্তু অহল্যা…!'

'নহয় নহয়, আৰু কিন্তু নহয়, উঠা…'

জ্যোতিৰ হাতত ধৰি আকৌ টনা-টনি কৰে অহল্যাই: 'উঠা জ্যোতি, সময় নষ্ট নকৰিবা। তোমালোকৰ ৰাজনীতি মই একো নুবুজোঁ, তোমালোকৰ দৰে দেশক ভাল পাবলৈ হয়তো মই আজিও নিশিকিলোঁ। তথাপি পৰাধীনতাৰ বেদনা মই বুজোঁ জ্যোতি! মোৰ কথা শুনা! তুমি আৰু দেৰি নকৰিবা।…মই

শুনিছোঁ, তোমালোকক ধৰিলে, জেললৈ নি সিহঁতে খুব কষ্ট দিয়ে; অত্যাচাৰ কৰে। হয়তো তোমাকো কষ্ট দিব, দুখ দিব।...মই তাক কেনেকৈ সহ্য কৰিম জ্যোতি?'

অহল্যাৰ টনাটনিত বাধ্য হৈ জ্যোতি থিয় দিয়ে; কিন্তু লগে লগে কাণত পৰেহি আলিবাটত হোৱা গাড়ীৰ শব্দ।

'যাবলৈ কৈছা? কিন্তু তাৰ সময় আৰু নেপালোঁ অহল্যা! আৰু পালেও সেই শক্তি মোৰ আৰু নাই।'

জ্যোতিক টনা-টনি কৰিবলৈ এৰি অহল্যাই কাণ থিয় কৰি গাড়ীৰ শব্দটো শুনে। মুহূৰ্তৰ কাৰণে হতাশাত বিবৰ্ণ হৈ যায় অহল্যাৰ মুখখন। পাচ পাকতে জ্যোতিৰ হাত এৰি লৰি যায় পূবফালে থকা খিৰিকীখনৰ ওচৰলৈ। তৎক্ষণাৎ তাক দুফালকৈ মেলি ভুমুকিয়াই চায় তলৰ গেটখনৰ সমুখলৈ। চকুত পৰে পুলিচৰ গাড়ীখন।

পাচফালৰপৰা জ্যোতিয়েও সেই খিৰিকীৰেই বাহিৰলৈ চাই পঠিয়ায়। পুলিচ অৱশ্যে নেদেখে; দেখে পূৰতি উষাৰ আকাশখন লাহে লাহে হেঙুলীয়া হৈ উঠিছে।...এটা অশান্ত, অস্থিৰ ৰাতিৰ অশান্ত প্ৰহৰবোৰৰ পাচত এটা নতুন দিনৰ আগমনি। অৱশ্যে সি জ্যোতিৰ কাৰণে—অহল্যাৰ কাৰণে কি কঢ়িয়াই আনিছে তাক কোনো এজনেই কব নোৱাৰে।

গেটৰ ওচৰত গাড়ীৰ শব্দ শুনি মালী আৰু সুখন দুয়োৰে একেলগে চমক্ ভাগে।

'সেইয়া নিশ্চয় খিলঙৰপৰা দেউতা ঘূৰি আহিছে সুখন!'

লগে লগে মালী গেটৰ ফালে লৰি যায়। কিন্তু গেট খুলি দিয়াৰ লগে লগে বিস্ময়ত বিহ্বল হৈ যায় মালী। দত্ত চাহাবে তাক গ্ৰাহ্য নকৰি সদলবলে গেট পাৰ হৈ সোমাই আহে।

দূৰৰপৰাই সুখনৰ সকলো চকুত পৰিছিল। কোনেও দেখাৰ আগতেই সি সাউতকৈ সোমাই পৰে মালীৰ ঘৰৰ ভিতৰত।

অহল্যাৰ কোঠাৰ ভিতৰত আৰু কোনো শব্দ নাই। আছে মাথো গভীৰ নিস্তব্ধতা। কিন্তু থন্তেক পাচতে বন্ধ হৈ থকা দুৱাৰখন ধামকৈ মেলি, অধৈৰ্য্য উত্তেজনাৰে অহল্যাক চিঞৰি চিঞৰি সোমাই আহে এচ-পি দত্ত চাহাব।

'অহল্যা! অহল্যা ক'ত? ক'ত সেই মানুহটো?'

উত্তেজিত দত্ত চাহাবৰ দুশ্চিন্তা কোঠাৰ ভিতৰত জ্যোতিক দেখাৰ লগে লগে অলপ শাম কাটে।...'So it is you...!'



দত্তৰ হুকুমত ৰাজেন তেওঁৰ পাচে পাচেই কোঠাৰ ভিতৰলৈ সোমাই আহিছিল।..কিন্তু দুৱাৰডলি পাৰ হৈ হঠাৎ জ্যোতিক দেখি বজ্ৰাহতৰ দৰে থমকি ৰৈ পৰে।

'জ্যোতি...!'

জ্যোতিয়ে দত্ত চাহাবৰ মুখৰপৰা চকু ঘূৰাই আকস্মিক বিহ্বলতাত বিবৰ্ণ হৈ যোৱা ৰাজেনৰ মুখলৈ চায়।

খিৰিকীখনৰ ওচৰত পাষাণ প্ৰতিমাৰ দৰে নিথৰ হৈ থকা অহল্যাই কিন্তু দত্ত চাহাবৰ কথাৰ কোনো উত্তৰ নিদিয়ে। কোঠাৰ সকলোলৈকে পিঠি দি লাহে লাহে পোহৰ হৈ অহা আকাশখনলৈ একেথৰে চাই থাকে অহল্যাই।

কোঠাৰ সাময়িক স্তব্ধতা ভাঙি দত্ত চাহাবে অহল্যাৰ পিঠিখনলৈকে চাই কৈ উঠে—'অহল্যা, তুমি দেখোঁ একোৱেই কোৱা নাই?...বুজিছোঁ অহল্যা, ইউ মাষ্ট বি ছকড্। খুব স্বাভাৱিক! দুপৰ নিশা এনেকুৱা এটা মানুহ হঠাৎ কোঠাৰ মাজত সোমালে, তুমি কিয় ময়ো হয়তো shocked হম। Any way, thank you, very much অহল্যা! তুমি যি কৰিলা সি 'ইউনিক'...ৰিয়েলি 'আন্‌বিলিভেবোল্'। বাৰু এতিয়া যাওক সেইবোৰ। আগতে 'লেট্ মি দিল্ উইথ্ দিছ মেন...' ইয়াক হেণ্ডকাপ্ লগাই পুলিচ ষ্টেচনলৈ চোঁচোৰাই নিব নোৱাৰালৈকে I won't be happy...'

লগে লগে দত্ত চাহাবে জ্যোতিৰ সমুখলৈ গৈ কঠোৰভাৱে তেওঁৰ মুখলৈ চায়। জ্যোতিয়েও চায়—নিৰ্ভীক, নিঃসংকোচ, বিদ্ৰূপপূৰ্ণ সেই দৃষ্টিৰ আগত স্বয়ং দত্ত চাহাবেও যেন থত্‌মত্ খাই যায়। জ্যোতিৰ মূৰৰ ধুনীয়া স্কাৰ্ফৰ বেণ্ডেজটোৰ মৰ্মও হৃদয়ঙ্গম কৰিব নোৱাৰে।...কিন্তু উপস্থিত ক্ষেত্ৰত সেইবোৰ ভাবিবলৈ এৰি পুলিচ চাহাবৰ মেজাজ লৈয়ে বেছ নাটকীয় ভঙ্গীত জ্যোতিৰ মুখলৈ চাই কৈ উঠে—'মই কেলেই আহিছোঁ তুমি জানা?'

বুকুৰ মাজৰ অশান্ত ধুমুহা, অপৰিসীম বেদনা সকলো কঠোৰভাৱে সংযত কৰি জ্যোতিয়েও একে সুৰতেই উত্তৰ দিয়ে: 'অবান্তৰ প্ৰশ্ন কিয় কৰিছে এচ-পি চাহাব? আপোনাৰ ওচৰত মই যে ফুলৰ মালাৰ অভিনন্দন আশা কৰা নাই তাক নিশ্চয় বুজিছে!'

'ফুলৰ মালা? বাঃ এতিয়াও দেখিছোঁ বেছ দম্ভ আছে? মালা নহয়, বালা—লোহাৰ বালা। এবাৰ ছেলৰ ভিতৰত সোমোৱাৰ পাচত দেখিম, তোমাৰ

এই দন্ত কিমান থাকে!' ৰাজেনক ইঙ্গিত কৰি দত্ত চাহাবে হুকুম দিয়ে—'লগোৱা হেণ্ডকাপ্...'

ইতস্ততঃ কৰি ৰাজেনে এছ-পিৰ মুখলৈ চায়।

'তাৰ জানো কিবা প্ৰয়োজন হব ছাৰ? এনেয়ে দেখোঁ...'

দপকৈ জ্বলি উঠি দত্ত চাহাবে গৰ্জন কৰি উঠে—'Do what you are told! তোমাৰ উপদেশ মোক নেলাগে। লগোৱা হেণ্ডকাপ্...।'

অভাৱনীয়ভাবে হঠাৎ ৰাজেনৰ মনটো বিদ্ৰোহী হৈ উঠে। স্থিৰ দৃষ্টিৰে দত্ত চাহাবৰ মুখলৈ চাই থাকে। ইচ্ছা হয় বুকুৰ মাজৰ পুঞ্জীভূত বহুত ক্ৰোধ এই মুহূৰ্ততে যেন প্ৰকাশ কৰি দত্তক অভিশম্পাত দিব। কিন্তু...

ৰাজেনৰ জ্বলি উঠা চকু দুটালৈ চাই দত্ত চাহাব বিস্মিত হৈ যায়।

'What's the matter with you Inspector? তোমাৰ হৈছে কি?'

কি হৈছে তাক কোৱা ৰাজেনৰ পক্ষে আৰু সম্ভৱ নহয়। মুহূৰ্ততে ৰাজেনৰ মনত পৰি যায় শয্যাশায়ী অণুৰ ৰোগক্লিষ্ট শুকান মুখখন। মনত পৰে অণুৰ শুশ্ৰূষাৰ কথা, দৰব-জাতিৰ কথা—চাকৰিটোৰ কথা।...চকুৰ জুই আপোনা-আপুনি নুমাই আহে ৰাজেনৰ। লাহেকৈ উত্তৰ দিয়ে—'একো হোৱা নাই ছাৰ! মোৰ কি হব পাৰে!' এইবুলি জেপৰপৰা 'হেণ্ডকাপ'যোৰ উলিয়াই ওচৰতে ৰৈ থকা পুলিচটোৰ কালে আগবঢ়াই দিয়ে—'ধৰা।'

কিন্তু পুলিচটোৱে তাক ধৰাৰ আগতেই দত্ত চাহাবে আকৌ গৰজি উঠে—'No! Not by him, তুমি—তুমি। I ordered you to do it। তুমি লগোৱা হেণ্ডকাপ্।'

'ভাল ছাৰ সেয়ে হব, ময়ে লাগাম...।'

দত্ত চাহাবৰ মুখৰপৰা চকু ঘূৰাই অপৰিসীম হতাশাত ৰাজেন তলমূৰ কৰি লাহে লাহে জ্যোতিৰ ওচৰলৈ আগবাঢ়ি যায়। অসহনীয় কষ্টত, দুখত শেঁতা পৰি যোৱা মুখখন তুলি জ্যোতিৰ মুখলৈ চায়।...মাত্ৰ ঘণ্টাদিয়েক আগতে তাৰ জীৱনৰ একমাত্ৰ সুহৃদ, একমাত্ৰ বন্ধু এই জ্যোতিৰপৰাই সি জানিবলৈ বিচাৰিছিল জীয়াই থকাৰ অৰ্থ। এই জ্যোতিকেই আন কোনোবা বন্ধুৰ হাতত 'হাতকেৰেয়া' লগাবলগীয়া হোৱা অভিশাপৰপৰা ৰক্ষা কৰিবলৈ অনুৰোধ কৰিছিল।

জ্যোতিয়ে বুজিব পাৰে ৰাজেনৰ মানসিক দ্বন্দ্ব। তাৰ ভাগ্যৰ বিড়ম্বনা। এই মুহূৰ্তত নিজতকৈয়ো বহু বেছি দুৰ্ভগীয়া যেন লাগে সমুখৰ এই অভিশপ্ত



মানুহটোক। খন্তেক তাৰ মুখলৈ চাই থাকি, ওঁঠত ক্ষীণ হাঁহি এটা লৈ জ্যোতিয়ে নিজেই হাত দুখন একত্ৰ কৰি ৰাজেনৰ ফালে আগবঢ়াই দিয়ে।

ক্ষণিক পৰ ৰাজেনে সেই হাত দুখনলৈ চাই থাকি পাচত খিৰিকীৰ কাষত সকলোলৈকে পিঠি দি স্তব্ধ হৈ ৰৈ থকা অহল্যালৈ ঘূৰি চায়। ৰাজেনৰ চকু-মুখত ফুটি উঠে অপৰিসীম ঘৃণা। এসময়ত তলমূৰ কৰিয়েই ৰাজেনে হেণ্ডকাপযোৰ জ্যোতিৰ হাতত পিন্ধাই দিয়ে।

দত্ত চাহাবে সকলো দেখে। কিন্তু সেইবোৰ লৈ মূৰ ঘমোৱাৰ সময় যেন এইটো নহয়। সেয়ে ৰাজেনক আকৌ হুকুম দিয়ে—'বেছ, এতিয়া লৈ ব'লা সোনকালে।'

অহল্যালৈ ঘূৰি চাই দত্ত চাহাবে কলে, 'ৰেল অহল্যা! তুমি দেখিছোঁ ৰিয়েলি ছকড্! বাৰু, তোমাক আৰু এতিয়া ডিষ্টাৰ্ব নকৰোঁ। তোমাৰ সহায়ৰ বাবে আন এসময়ত অভিনন্দন জনাম। তুমি এতিয়া বিশ্ৰাম কৰা।' এইবুলি বাকীবোৰলৈ চাই হুকুম দিয়ে—'নাও মুভ্ অন্। লৈ ব'লা...।'

হুকুমমতেই আগে আগে দুটা পুলিচ আৰু ৰাজেনৰ মাজত জ্যোতিক লৈ দলটো বাহিৰ হৈ যায়। পাচে পাচে দত্ত চাহাব।

দত্তৰ দল ওলাই যোৱাৰ লগে লগে কোনোবাখিনিত আত্মগোপন কৰি থকা মালা চোতাললৈ ওলাই আহি সুখনক বিচাৰে। কিন্তু সুখনক নেলাগে তাৰ ছাঁটোকেই সি ক'তো বিচাৰি নেপায়।

কোঠাৰপৰা সকলো ওলাই যোৱাৰ পাচতো অহল্যাই ভালেখিনি পৰ খিৰিকীৰ দাঁতিত থিয় দি ৰয়। অহল্যাৰ মূৰৰ ভিতৰখন যেন বৰফৰ দৰে গোট মাৰি গৈছে। ঘটনাটো এটা দুঃস্বপ্ন নে বাস্তৱ সত্য, তাকো যেন অহল্যাৰ বোধগম্য হোৱা নাই।

কিন্তু গেটৰ ওচৰৰপৰা জ্যোতিক লৈ পুলিচৰ গাড়ীখন গুচি যোৱাৰ দৃশ্যটো চকুত পৰাৰ লগে লগে অহল্যাৰ যেন চেতনা ঘূৰি আহে। বুকুৰ মাজত অবৰুদ্ধ হৈ থকা কান্দোনটো হঠাৎ পাৰ ভাঙি ওলাই আহে। আঁতৰি যোৱা গাড়ীখনলৈ চাই হঠাৎ অহল্যাই চিঞৰি উঠে—'জ্যোতি! জ্যোতি!'

তাৰ পাচত খিৰিকীৰ ওচৰৰপৰা থৰক-বৰককৈ আঁতৰি আহি বিছনাত আচাৰ খাই পৰেহি অহল্যা। জ্যোতিৰ কপালৰ কেচা তেজ লাগি ৰাঙলী হোৱা গাৰুটোত মুখখন গুজি অসহায় কান্দোনত যেন ভাগি পৰে।

'এইয়া মই কি কৰিলোঁ? কি কৰিলোঁ জ্যোতি!'

বহু বিপর্য্যয়ৰ মাজেদি ঘটনাবহুল অশান্ত ৰাতি এটাৰ শেষ হয়। পুৱতি নিশাৰ অস্পষ্ট পোহৰত চহৰৰ আলি-পদূলিবোৰ অলপ অলপকৈ দৃষ্টিগোচৰ হৈ আহে।

সেই নিস্তব্ধ আলিৰ বুকুত একমাত্র সুখনৰ ভৰিৰ খোজৰ বাহিৰে আন কোনো শব্দ নাই। চাৰিআলি এটাৰ ওচৰত হঠাৎ সুখনৰ প্রায় গাৰ ওপৰতে ডাঙৰ ট্রাক এখন উঠিছিলহি। ট্রাকখন মাদৈগড় চাহ বাগিছাৰ। ড্রাইভাৰৰ ওচৰত আয়া আৰু সুখনৰ চিনাকি বেহেৰাটোকো সি দেখে।

বেহেৰাটোৱে চিঞৰ মাৰি সুখনক মাত দিয়ে যদিও সি সামান্য ইঁহাৰ বাহিৰে কোনো উত্তৰ নিদিয়ে, খোজৰ গতিও নকমায়। তাৰ শুকান কগ্ন শৰীৰটোত যিমান শক্তি আছে সেই গোটেইখিনি প্রয়োগ কৰি সি তাৰ ভৰি দুটা চলাই নিয়ে বিশেষ এটা লক্ষ্যৰ উদ্দেশ্যে।

মাদৈগড় টি ইষ্টেটৰ নাম লিখা ডাঙৰ ট্রাকখন আহি বঙলাৰ মুখত ৰয়হি। গাড়ীৰপৰা প্রথমেই নামি ঘৰৰ ফালে খোজ লোৱা আয়াজনীয়ে কৈ যায়—'মই আগবাঢ়িছোঁ। তইঁতে লাহে-ধীৰে বাকচকেইটা লৈ আহ।'

'বাৰু, বাৰু তই যা! আমিও গৈছোঁ।' কথাকেইটা কৈ বেহেৰাটোৱে আকাশখনলৈ মুৰ তুলি চায়ঃ '...এতিয়াও দেখিছোঁ ভালকৈ পোহৰ হোৱা নাই! আইদেউ সম্ভৱ এতিয়াও বিছনাৰপৰা উঠা নাই।...চাওঁ ড্রাইভাৰ, বিড়ী এটাকে দে।'

মেচৰ দুৱাৰ-খিৰিকী তেতিয়াও বন্ধ। ঘৰৰ ভিতৰত থকাবোৰ যেন তেতিয়াও গভীৰ টোপনিত অচেতন হৈ আছে।

কিন্তু প্রকৃততে অচেতন হৈ কোনো এজনো থকা নাই। আনদিনা তেনে এটা সময়ত কোনো বিছনা এৰি নুঠেই; আজি কিন্তু সকলো উঠিছে।

এটা ঘটনাবহুল ৰাতিৰ প্রতিটো প্রহৰৰ একছাইটমেণ্ট তেতিয়াও যেন শেষ হোৱা নাই। ইয়াৰ ভিতৰতে জ্যোতিৰ কপালত গুলী লগাৰ পৰা বাকীছোৱা এড্‌ভাঞ্চাৰৰ বিশদ বিবৰণ মুকুলৰ যোগেদি সকলোৱে শুনিছে আৰু এই মুহূর্তত খোৱা-টেবুলৰ চাৰিওফালে বহি লৈ গোটেই জাকেই সেই কথাকে পাতিছে।

চাহৰ মেজত ডাঙৰ প্লেট এখনত ভালেখিনি টোষ্ট, নাল ভঙা এটা কাপত একাপ চেনি, প্লেট এখনত কিছু মাখন, ওচৰত ডাঙৰ টিপট এটাত গৰম চাহ। কৃষ্ণই সকলোকে ছার্ভ কৰিছে। চাহ খাই খাই সকলোৱে চকুত ধূলি দি



জ্যোতিক কি উপায়েৰে অহল্যাৰ বঙলাৰপৰা লৈ আহিব পৰা যায় সিহঁতে তাৰেই প্লেন কৰিছে।

কিন্তু কিবা এটা সিদ্ধান্তত উপনীত হোৱাৰ আগতেই অকস্মাৎ বাহিৰৰ বন্ধ দুৱাৰত হোৱা ঠক্-ঠক্ শব্দত সকলোৰে মুখৰ মাত বন্ধ হৈ যায়।...এই পুৱতি নিশাই কোন ওলালহি? জ্যোতি? নে পুলিচ?

প্রথমে গোহাঁয়েই বহাৰপৰা উঠিল—'মুকুল! পুলিচ হলেই সঙ্কেত দিম, তই পলাবি।'

কিন্তু দুৱাৰ খুলিয়েই পুলিচৰ পৰিবৰ্তে সুখনক দেখি গোহাঁই আচৰিত হৈ যায়। এই পুৱতি নিশাই মেচৰ দুৱাৰমুখত ফোঁপাই-জোঁপাই আহি উপস্থিত হোৱা সুখনলৈ চাই গোহাঁয়ে ভাবিলে—বিনা দৰকাৰত সি নিশ্চয় অহা নাই। তথাপি মনৰ শঙ্কা প্রকাশ নকৰি গোহাঁয়ে চিৰাচৰিত হাঁহিৰে কৈ উঠে—'আৰে বাপ! মাতাহাৰি? এই পুৱাই পুৱাই ক'ৰপৰা? আহ, একদম ভিতৰ সোমাই আহ।'

সুখন ভিতৰ সোমোৱাত দুৱাৰ মাৰি গোহাঁয়ে তাক লগত লৈ একেবাৰে চাহ খোৱা কোঠাত সোমায়হি। এনে এটা সময়ত সমুখত সুখনক দেখি বাকীবোৰো সমানেই আচৰিত হয়। বেছি আচৰিত হয় তাৰ মুখৰ অৱস্থা দেখি। তৎক্ষণাৎ সি কোনো প্রশ্নৰে উত্তৰ দিব নোৱাৰে।

মুকুলে লৰালৰিকৈ একাপ চাহ আৰু দুচকল টোষ্ট তাৰ হাতত তুলি দিয়েঃ 'হেঁ ধৰ, আগতে খাই ল, তাৰ পাচত কথা শুনিম।'

তৃষ্ণার্ত আতুৰ হৈ অহা মানুহৰ দৰেই সুখনে কোঁট-কোঁটকৈ একে সোহাই চাহকাপ শেষ কৰি পেলায়। কৃষ্ণই আৰু একাপ বাকি দিয়ে।

চাহ খাই উঠি সুখনে সকলো কথা কৈ যায়। মালীয়ে তাক নিমন্ত্রণ কৰি মাতি নিয়াৰ পৰা, পুৱতি নিশা জ্যোতিক 'হাতকেৰেম্বা' লগাই ৰাজেনহঁতে ধৰি নিয়ালৈকে গোটেইখিনি কথা সি আঁৰহীভাবে কৈ দিয়ে। সি যিখিনি কথা জনালে আৰু যিখিনি ভালকৈ জনাব নোৱাৰিলে, সেই সকলোখিনি মিলাই লৈ প্রকৃততে কি ঘটিছিল তাৰ এটা থূলমূল ধাৰণা কৰি লবলৈ মুকুলহঁতৰ অসুবিধা নহ'ল। অহল্যাৰ প্রকৃতি, অহল্যাৰ অন্ধ খুড়টোৰ কথা একমাত্র মহেশৰ বাহিৰে বাকী কাৰো অজানা নহয়।

'কিন্তু হঠাৎ অহল্যা ক'ৰপৰা ওলালেহি?' সমুখৰ চাহকাপ চামুচেৰে লৰাই কৃষ্ণই সুখনলৈ চাই কৈ যায়—'আমি জনাত, আজি ছয়-সাত মাহ সেই বঙলাত একমাত্র মালীটোৰ বাহিৰে আনতো কোনো নাছিল!'

'আপ্‌নি ঠিকেই কৈছে কৃষ্ণবাবু! মালীভী মোক কৈছে, কোনো খবৰ নাই, চিঠি নাই, কালি ৰাতি হঠাৎ আহি গৈছে, সিওভী একদম্ একলা একলা আহিছে…'

'আৰু আহিয়েই এই কাণ্ড কৰি পেলাইছে! কেনেকৈ সুবিধা পালে ?'

'সুবিধা হয়তো ময়ে দিলোঁ কৃষ্ণ! ইয়াৰ কাৰণে ময়ে দায়ী।'

মুকুলৰ কণ্ঠস্বৰত আক্ষেপ ফুটি উঠে: 'বঙলাটোত আশ্ৰয় লবলৈ ময়ে জ্যোতিক জোৰকৈ পঠিয়াইছিলোঁ। থিয় দি থকা শক্তিকণো তেতিয়া তাৰ নাছিল, অথচ চাৰিওফালে পুলিচ, পলোৱাৰ বাট নাই। ঘৰটোত মানুহ নাই বুলি নিৰাপদ হব বুলি ভাবিছিলোঁ।…কিন্তু এতিয়া ? এতিয়া কি হ'ব ?'

'হবলৈ আৰু কিটো আছে ? তইতো ভালৰ কাৰণেই কৰিছিলি!…যাওক, সেইবোৰ ভাবি আৰু লাভ নাই; এতিয়া আচল কথা হ'ল…'

'হোৱাট্ টু ডু এণ্ড হোৱাট নট্ টু ডু!' গোহাঁয়ে টপৰাই মাত দিয়াত কৃষ্ণই চাহ লবাবলৈ এৰি তাৰ মুখলৈ চাই হঠাৎ চিঞৰি উঠে—'Exactly…! এই ব'ল, ব'ল, চাহ-তাহ বাদ দে। ৰঞ্জিতহঁতৰ মেচলৈ গৈ সকলোৰে আগত কথাটো আলোচনা কৰোঁ। সম্ভহতে আন একো কৰিব নোৱাৰিলেও দলে-বলে পুলিচ ষ্টেচনলৈ গৈ হুলস্থুল এটা কৰি agetation আৰম্ভ কৰি দিওঁগৈ ব'ল। আমাৰ ক্ষেত্ৰত নহলেও জ্যোতিৰ ক্ষেত্ৰত 'হ'ল টাউন উইল ছাপৰ্ট আছ। ব'ল…মাথো মুকুল, তই আমাৰ লগত যোৱাটো উচিত নহব।'

'মই সেইটো জানো কৃষ্ণ…'

'ছিয়ৰ! এনেয়েতো আধা 'আণ্ডাৰ গ্ৰাউণ্ড' হৈয়ে আছ, এইবাৰ বোধকৰোঁ একেবাৰেই—'

'ঠিকেই কৈছ গোহাঁই…' মুকুলে সামান্য হাঁহিৰে কয়—'অৱশ্যে 'ফিজিকেলি' নহলেও ভাব্‌বেলি, for everybodies benefit…। তহঁত যা, কৰ্ট মই চম্ভালিম।' কৈ উঠি মুকুলে নিজৰ কোঠাৰ ফালে খোজ লয়।

'এই মাতাহাৰি, তয়ো যা। জয়া, খগেন, বীৰুহঁতক ৰঞ্জিতবাবুৰ মেচলৈ আহিবলৈ কবি। আৰু শুন, মই যে তোক জিনিচটো আনিবলৈ কৈছিলোঁ, পাহৰা নাইতো…?'

'কেলেই পাহৰিম গোহাঁইবাবু! জৰুল আনি দিম। লেকিন্ বহুত দূৰ বাট যাব লাগিবতো!'

'সেইটো হয়, আৰু জাগাটোও বৰ ঠিক নহয়, একেবাৰে 'সিংহৰ মুখৰপৰা। তই কিন্তু হুছিয়াৰ থাকিবি সুখন।'



ঝি যেনেকৈ আছিল এজন দুজনকৈ সকলো ঘৰৰ বাহিৰ হয়।

ঠিক সেই একে সময়তে আন এঠাইত সুসজ্জিত ডাইনিং ৰুমৰ টেবুলত ধুনীয়া ধুনীয়া কাপ-প্লেট আদিৰ লগতে ডাঙৰ ডিছত বিবিধ খাদ্য-সম্ভাৰ সজাই থোৱা থাকে। আয়া আৰু বেহেৰাই অধীৰভাবে অপেক্ষা কৰি থাকে অহল্যাৰ আগমনলৈ, কিন্তু অহল্যা অহা নাই।

বৈ বৈ অধৈৰ্য্য হৈ উঠি বস্তবোৰ চেঁচা হৈ যাব বুলি শঙ্কা কৰিয়ে এই তৃতীয়বাৰৰ কাৰণে আয়াই আকৌ এবাৰ অহল্যাৰ কোঠালৈ খোজ লয়। কিন্তু এইবাৰো আয়াই অহল্যাক একেটা অৱস্থাতে পায়গৈ।…বিছনাত আঁঠু কোঁচাই বহি, থুতৰিটো আঁঠুৰ ওপৰত থৈ নিশ্চল নিথৰ হৈ অহল্যাই একেথৰে ক'ৰবালৈ চাই আছে।

মনত সাহ বান্ধি আয়াই দুৱাৰৰ পৰ্দা আঁতৰাই কোঠাৰ ভিতৰ সোমাই গৈ লাহেকৈ মাত দিয়ে—'আইদেউ!'

কিন্তু অহল্যাই কোনো উত্তৰ নিদিয়ে। আয়াৰ উপস্থিতিটোও যেন গ্ৰাহ্য নকৰে। বিবুদ্ধি হৈ আয়াই আৰু এখোজ আগবাঢ়ি গৈ অলপ ডাঙৰকৈয়ে মাত লগায়—'আইদেউ, আপোনাৰ ব্ৰেক্‌ফাষ্ট কেতিয়াবাই দিয়া হ'ল। এইবাৰ উঠক।'

অহল্যাই লাহে লাহে আঁঠুৰপৰা মূৰ তুলি চকু ঘূৰাই আয়াৰ ফালে চায়। কিন্তু চকুৰ দৃষ্টি যেন মৃত। আয়াৰ ফালে চায়ো আয়াক যেন দেখা নাই—তাইৰ কোনো কথাই যেন অহল্যাৰ কাণলৈ যোৱা নাই।

আয়া শঙ্কিত হৈ উঠে: 'আইদেউ!'

হঠাৎ যেন এই প্ৰথম অহল্যা সাৰ পাই সজাগ হয়। আয়াৰ মুখলৈ চাই লাহেকৈ প্ৰশ্ন কৰে—'কি হ'ল আয়া ?'

'আপোনাৰ ব্ৰেক্‌ফাষ্ট।'

'নেলাগে।…তই—তই কেতিয়া আহিলি ?'

'তিনি ঘণ্টামান হ'ল আইদেউ!…কিন্তু আপোনাৰ 'ব্ৰেক্‌ফাষ্ট ?'

'কলোঁ নহয়, নেলাগে।'

'কিন্তু আইদেউ, কালি গধূলিৰপৰাই আপুনি একো এটা খোৱা নাই বুলি মালীয়ে……'

'তই ইয়াৰপৰা যা আয়া। মোক একো নেলাগে।'

আয়া স্তব্ধ হৈ যায়। বাধ্য হৈ সেমেনা-সেমেনি কৰি কোঠাৰপৰা ওলাই আহে। মুহূর্তৰ কাৰণে অহল্যাই দুৱাৰৰ ফালে চাই পাচত আকৌ আগৰ দৰে আঁঠুৰ ওপৰত থুতৰি থৈ, এক দৃষ্টিৰে চাই ৰয় বিছনাৰ চাদৰত লাগি থকা তেজৰ দাগটোলৈ।

'কংগ্রেছুলেশ্যন দত্ত!'

খোদ আই-জি-পি চাহাবৰ টেবুলৰ সমুখত থিয় দিয়া দত্ত চাহাবৰ মুখলৈ চাই মেকেঞ্জী চাহাবে হাঁহিলত দত্ত চাহাবৰ মুখতো সাফল্যৰ গঠিন হাঁহি এটা ফুটি উঠে।

'বাট লুক্ হিয়াৰ; অকল এটা ল'ৰাক ধৰিব পৰাটোৱেই যথেষ্ট নহয়। তাৰ লগত থকাটোৰ বাহিৰেও গোটেই দলটোৰ সকলোকে এটা-এটাকৈ জেলত ভৰাব লাগিব, আণ্ডাৰষ্টেণ্ড...?'

'নিশ্চয় ছাৰ, মই তাৰ চেষ্টাতে আছোঁ।'

'ধৰা ল'ৰাটোৱে কিবা dischre কৰিছে নেকি?'

'এতিয়াও নাই কৰা, কিন্তু মই জানো তাৰ মুখৰপৰা কথা কেনেকৈ উলিয়াব লাগিব।'

'গুড্।...They are becomiug a real nuisance. মুঠতে I do not want any move Train derailment a breahing down of Govt. property...'

'আপুনি নিশ্চিন্ত থাকক ছাৰ! সেইবোৰ আৰু ঘটিবলৈ নিদিছোঁ মই।'

'Well then Dutta, you may go now.

'Yes sir, good morning.'

'Good morning....'

অফিচৰ গাড়ী-বাৰাণ্ডাত ৰৈ থকা মেকেঞ্জী চাহাবৰ গাড়ীৰ দাঁতিয়েদি পাৰ হৈ গৈ ড্ৰাইভাৰৰে সৈতে অপেক্ষা কৰি থকা নিজৰ গাড়ীত দত্ত চাহাব উঠি পৰে।

'ব'লা, পুলিচ ষ্টেচনলৈ।'

নির্দেশমতেই গাড়ী চলিল।

প্রধান পুলিচ ষ্টেচনৰ গেটৰ মুখত অগণন জনতা। গোহাঁই-ৰঞ্জিতহঁতৰ দল, জয়া-আইমণি-অকণ-বীৰুহঁতৰ দলৰ বাহিৰেও চহৰৰ বহুতো কাম-কাজ নোহোৱা মানুহ তাত গোট খাইছেহি।



চাৰিওফালে উত্তেজনা, চিঞৰ-বাখৰ, বিবিধ শ্লোগান, বিভিন্ন 'ছেলফ্ এপইণ্টেড্' বক্তাৰ বক্তৃতা...। ইয়াৰ মাজতে, বজাৰ কৰা মোনা হাতত লৈ এজন আদহীয়া মানুহে চাৰিওফালৰ মানুহবোৰৰ মনোযোগ আকৰ্ষণ কৰি বেছ গৰম গৰম বক্তৃতাৰে ঠাইডোখৰ গৰম কৰি তুলিছে। গেটৰ ভিতৰত হাতে হাতে দীঘল লাঠি লৈ বহুতো পুলিচ। সিহঁতৰ সমুখত ভয়ঙ্কৰ ব্যস্ততাৰে অহাযোৱা কৰি ফুৰিছে হাবিলদাৰ তিৰাৰী আৰু ছাব-ইন্সপেক্টৰ ৰয়ে। ৰয়ৰ কিন্তু সাধ্য হোৱা নাই জনতাৰ চিঞৰ-বাখৰ বন্ধ কৰাৰ।

অফিচৰ ভিতৰৰপৰা ৰাজেন এবাৰ ওলাই আহিছিল। কিন্তু ৰাজেনক দেখাৰ লগে লগে পুতুকণ, বীৰু, অকণহঁতৰ দলে নতুন উত্তেজনাৰে হুলস্থুলৰ সৃষ্টি কৰাত বাধ্য হৈ ৰাজেন আকৌ অফিচত সোমাই পৰিবলগীয়া হয়। একেটা ৰাতিৰ ভিতৰতে সি যেন গোটেই চহৰখনৰে ডেকা-বুঢ়া, ল'ৰা-ছোৱালীৰ চকুত বেছি ঘৃণনীয়, বেছি অপৰাধী হৈ উঠিছে। মেকেঞ্জী আৰু দত্তৰপৰা আৰম্ভ কৰি সাধাৰণ পুলিচটোলৈকে সকলোৰে ভিতৰত ৰাজেনৰ ওপৰতে যেন আটাইৰে আক্রোশটো বেছি।

সময় গৈ থাকে। দুৰৰ ওপৰৰ চোকা ৰ'দ ক্রমাৎ বেছি চোকা হৈ আহে। কিন্তু তালৈ যেন কোনেও গ্রাহ্য কৰা নাই। চিঞৰ-বাখৰ, গৰম বক্তৃতা সমানে চলি থাকে।

এবাৰ অকস্মাৎ দূৰৰ আলিয়েদি স্বয়ং এছ-পি চাহাবৰ গাড়ীখন অহা দেখি জনতাৰ মাজৰ হুলস্থুল বাঢ়ি যায়। দলৰ মাজৰপৰা খগেনে চিঞৰি উঠে: 'আহিছে, আহিছে, চৰকাৰ বাহাদুৰৰ আটাইতকৈ ডাঙৰ মহাৰথীজনেই আহিছে!'

ইয়াৰ আগলৈকে তৰুণ-তৰুণী, কিশোৰ-কিশোৰী কোনেও দত্ত চাহাবৰ আগত বৰকৈ মুখ নেমেলিছিল। আজি কিন্তু সকলো বেপৰোৱা হৈ উঠিছে। আনকি কিশোৰ সঙ্গীৰেও খগেনৰ পাচতে সমানে চিঞৰি উঠে—'এই বাট এৰি দিয়া, বাট এৰি দিয়া।'

হুলস্থুলৰ মাজতে এছ-পিৰ গাড়ী ভীৰৰ মাজত সোমাই পৰাত আৰু আগবাঢ়িব নোৱাৰি গেটৰ ওচৰত ৰৈ যায়। অপমানিত দত্ত চাহাবে গাড়ীৰপৰা জঁপ মাৰি নামি চিঞৰি উঠে—'Stop it, stop it! কিহৰ ইমান গোলমাল? ছাব-ইন্সপেক্টৰ ইয়াত কি হৈছে? কিহৰ বাবে ইমান মানুহ? কাৰ হুকুমত, কাৰ সাহসত এই শিয়ালৰ পোৱালীবোৰ ইয়ালৈ আহি...'

এছ-পি চাহাবৰ নিচেই ওচৰত থকা গোহাঁই-ৰঞ্জিত-আইমণিহঁতৰ মাজৰপৰা

বীৰুৱে চিঞৰি উঠে—'কাক শিয়ালৰ পোৱালী বুলিছে ? বিদেশী বগা চাহাবৰ ভৰি-চেলেকা কুকুৰৰ পোৱালীবোৰতকৈ শিয়ালৰ পোৱালী হোৱাও—'

দত্ত চাহাবৰ ধৈৰ্য্যচ্যুতি ঘটে। উচ্চ পুলিচ বিষয়া এজনৰ গাম্ভীৰ্য্য তথা পদ-মৰ্য্যাদাৰ কথা পাহৰি গৈ অন্ধ খঙত তেওঁ বীৰুৰ গালত এটা পূৰ্ণহতীয়া চৰ শোধাই দিয়ে। আইমণিয়ে বীৰুক সাৱটি ধৰেহি। চকুত জলন্ত দৃষ্টি লৈ দত্ত চাহাবৰ মুখলৈ চাই তাই চিঞৰি উঠে—'কেলেই মাৰিব ? কেলেই তাৰ গাত আপুনি হাত তুলিব…?'

'ওঁঠ চেপিলে গাখীৰ ওলোৱা ল'ৰা এটাৰ ইমান সাহ! …এই ৰয়; Where is that demon Inspector ? বাজেন ক'ত ?'

দত্ত চাহাবে ৰয়ৰ ফালে ঘূৰিব খোজোঁতে গোহাঁইৰ গাত সামান্য খুন্দা খায়। খঙৰ ভমকত গোহাঁইৰ বাউসীত ধৰি সমুখৰপৰা আঁতৰাই বাট উলিয়াই যাব খোজোঁতেই হঠাৎ গোহাঁয়ে বিকটভাবে আৰ্তনাদ কৰি উঠাত দত্তৰ লগতে বাকীবোৰেও চক্ খাই উঠে। একো বুজিব নোৱাৰি দত্ত চাহাবে লৰালৰিকৈ গোহাঁইৰ বাউসীটো এৰি দিয়ে।

গোহাঁয়ে আনুষ্ঠানিকভাবেই দত্ত চাহাবে ধৰা ঠাইডোখৰ নাকৰ ওচৰলৈ আনি মুখখন বিকটাই দিয়ে। দত্তৰ স্পৰ্শত বাউসীটো যেন অপবিত্ৰ হৈ গ'ল, তেনে এটা ভাব মুখত লৈয়ে বাউসীটোলৈ কেৱাহিকৈ চাই কাপোৰৰপৰা ধূলি-বালিবোৰ আঙুলিৰে টুকুৰিয়াই পেলোৱাৰ দৰে চোলাৰ বাউসীটো ঘূৰাৰমান টুকুৰিয়ায়।

প্ৰথম মুহূৰ্তত বুজিব নোৱাৰিলেও দত্ত চাহাবে পিচত সকলো বুজি দুগুণ খঙত গৰ্জি উঠে—'What do you think you are doing ?'

'গোন্ধাইছে ছাৰ! গৰমকালি ভৰিৰপৰা জোতা খুলি দিলে যেনেকুৱা গোন্ধায়, ঠিক তেনেকুৱা গোন্ধ!'

'What ?'

'হয় ছাৰ।'

প্ৰকাশ্যভাবে বাজআলিত, নিজৰ তলতীয়াবোৰৰ সমুখত দত্ত চাহাব কেতিয়াও এনেকুৱা এটা পৰিস্থিতিত পৰা নাছিল। এনে ধৰণৰ বিদ্ৰুপৰ সন্মুখীন হোৱা নাছিল। ইয়াৰ উচিত শিক্ষা কেনেকৈ দিয়া যায় থিতাতে ঠিক কৰিব নোৱাৰি, গোটেই খংটো বাজেনৰ ওপৰতে জাপি আকৌ গৰ্জি উঠে—'ৰয়; Where is that demon Inspector ? বাজেন ক'ত আছে ? What he is doing ?'



ৰয়ে উত্তৰ দিয়াৰ আগতে গোহাঁয়েই টপৰাই উত্তৰ দিয়ে—'অফিচৰ ভিতৰতে বহি আছে ছাৰ…।'

'Shut up. এই ছাৰ-ইন্সপেক্টৰ, ইয়াক লৈ যোৱা, এই মানুহটোক লক্-আপৰ ভিতৰত সুমুৱাই থোৱাগৈ। অকল ইয়াকেই নহয়, গোটেই জাককে লৈ যোৱা, সুমুৱাই থোৱাগৈ। আৰু প্ৰত্যেকৰে নাম-ঠিকনা লিখি লোৱা। কালিৰপৰা ইহঁতৰ প্ৰত্যেকেই পুৱা-গধুলি নিয়মমতে ইয়াত হাজিৰা দি যাব লাগিব, and if any one of them fails to attend, just imform me. এতিয়া লৈ যোৱাঁ। Your force to round them up. যদি গোলমাল কৰে লাঠি-চাৰ্জ কৰিবা।'

'Yes sir'.

ৰয়ে দত্ত চাহাবক চেলুট দি হাবিলদাৰক মাতে। দত্ত চাহাবে হুকুম দিয়েই কাৰো বিদ্ৰুপলৈ গ্ৰাহ্য নকৰি পুনৰ গাড়ীত বহেগৈ আৰু গাড়ী চলাবলৈ নিৰ্দেশ দিয়ে। গাড়ী পুলিচ থানাৰ ভিতৰ সোমায় আৰু তাৰ দাঁতিয়েদি পাচফালে ওলাই যোৱা বাটেৰে ওলাই যায়।

ৰয় আৰু হাবিলদাৰৰ আদেশত পুলিচৰ দলটো আগবাঢ়ি অহাৰ লগে লগে চাৰিওফালে খদমদম্ লাগি যায়। বজাৰৰ মোনা হাতত লৈ গৰম গৰম বক্তৃতা দিয়া বক্তা গৰাকীৰ বক্তৃতা, দত্ত চাহাবৰ আবিৰ্ভাৱৰ লগে লগেই বন্ধ হৈ গৈছিল। এইবাৰ পুলিচৰ দল গেটৰ বাহিৰ হৈ অহা দেখি তেৱেঁই প্ৰথম পাচ হুঁহকিবলৈ আৰম্ভ কৰে। বাকী ৰং চাবলৈ অহা মানুহবোৰৰো বেছি ভাগেই ফাঁহি-ছিটিকা দি পলাবলৈ ধৰে। কিন্তু এখোজো পিচ নোহোঁহকে জয়া, আইমণি, বীৰু, অকণহঁতৰ দল। লাঠি লৈ পুলিচৰ দলে সকলোকে ঘেৰি ধৰাৰ লগে লগে গোহাঁয়ে প্ৰথমেই সমুখৰ পুলিচটোৰ আগত নিজৰ মূৰটো আগবঢ়াই দিয়ে—'মাৰ, মাৰ, মোৰ মূৰতে প্ৰথম কোবটো মাৰ। তই আমাৰ গাঁৱৰ মিনেশ্বৰৰ ভায়েক ধনেশ্বৰ নহৱ জানো?…কি হ'ল, নেমাৰ দেখোন? নেমাৰ যদি ব'ল ভিতৰলৈকে যাওঁ। এছ-পি চাহাবে আমাক আলহী হবলৈ মাতিছে যেতিয়া…'

কৈ উঠি গোহাঁয়ে আনটো পুলিচক অদূৰত বজাৰৰ মোনা লৈ থকা বক্তাজনলৈ আঙুলিয়াই পুনৰ কৈ উঠে—'সৌ তেখেতকো মাতি আন। তেখেতো আমাৰ লগত যাব লাগিব।'

গোহাঁয়ে কবলৈহে পালে তেনেকৈ, ওচৰৰ গলিটোৰে বক্তাজন পলাই ফাট মাৰিলে। ধনেশ্বৰ নিৰ্বিকাৰ হৈ পৰিছিল যদিও হঠাৎ হাবিলদাৰৰ ধমকি খাই

সজাগ হৈ উঠে। শূন্যত লাঠি ঘূৰাই হিন্দীতে হুঙ্কাৰ দি উঠে সি—'চলো সব।' ৰয়েও গোহাঁইৰ মুখলৈ চাই কৈ উঠে—'গোহাঁইবাবু বগৰ পাচতো কৰিব, এতিয়া আৰু গোলমাল নকৰিব, সকলো ব'লক। আমাৰ ডিউটি আমাক কৰিব দিয়ক।'

'নিশ্চয়, নিশ্চয় দাৰোগাবাবু! আইমণি, বীৰু, জয়া সকলো বলা, এখেত-সকলক নিজৰ কৰ্তব্য কৰিবলৈ দিয়া। পাছে দাৰোগাবাবু, এই ডুশ-ডেৰশ মানুহৰ ভিতৰত আমি পোন্ধৰ বিশজনহে বলোঁগৈ, বাকীবোৰ···'

'বাকীবোৰৰ চিন্তা আমি কৰিম গোহাঁইবাবু! Now move on...before we become really rough···'

চহৰৰ উত্তেজনাপূৰ্ণ দিনবোৰ, অশান্ত প্ৰহৰবোৰ, এটাৰ পাচত এটাকৈ আহে—আকৌ পাৰ হৈ যায়। গধূলি হোৱাৰ লগে লগে আলি-পদূলিৰ মানুহবোৰ অলপ অলপকৈ কমি আহে। কিন্তু সক্ৰিয় হৈ উঠে পুলিচৰ দল, এম-পিৰ দল।

তাৰ ভিতৰতে মাজে মাজে দুই-চাৰিটা গোড়া চিপাহী মদৰ বাগীত টং হৈ, টলং ভটং কৰি অশ্লীল ভাষাত বগৰ কৰি চহৰৰ বুকুত ঘূৰি ফুৰে। শাৰীৰিকভাবে বেহুচ হলেও নগ্ন কামনাৰ শাণিত দৃষ্টি সিহঁতৰ চকু-মুখত। চিকাৰৰ আশাত আলিৰ দুয়োকালে তীক্ষ্ণ-ক্ষুধাতুৰ দৃষ্টি বুলাই সিহঁত ঘূৰি ফুৰে। সিহঁতক চেলেঞ্জ কৰাৰ সাহস কাৰো নহয়, আনকি প্ৰবল প্ৰতাপী দত্ত চাহাবৰ পুলিচ বাহিনীও পৰাপক্ষত নিক্ৰিয় হৈ থাকে। ক'ৰবাত উৎপাত কৰিলে তাৰ একমাত্ৰ ব্যৱস্থা লয় মিলিটাৰী পুলিচেহে।

ইয়াৰ ভিতৰত চহৰৰ কেইবাঠাইতো ভালেকেইটা ঘটনা এনে গোড়া চিপাহীয়ে কৰিছে। কিন্তু চিভিলিয়ান পুলিচৰপৰা অসহায় ভুক্তভোগীয়ে কোনো সাহায্যই পোৱা নাই। পায়েই বা কেনেকৈ; চহৰৰ তৰুণ-তৰুণী, কিশোৰ-কিশোৰীহঁতক খেদি ফুৰোঁতেই তেওঁলোক ব্যস্ত। আনবোৰ অনাৱশ্যক ঘটনালৈ তেওঁলোকৰ নুৰ ঘমোৱাৰ সময় ক'ত?

ভাগ্যে চহৰৰ মাজত এনেবোৰ গোড়া চিপাহী দলৰ আবিৰ্ভাৱ সাময়িক, সংখ্যাও খুব বেছি নহয়। তথাপি ৰঞ্জিত-মুকুলৰ দলো হাত সাৰটি বহি থকা নাই। সময় বুজি কেইবা ঠাইতো সিহঁতক বেছ মতে শিক্ষা দিছে।

সন্ধিয়াৰ ডাঠ এন্ধাৰে ক্ৰমাৎ আন্ধাৰ কৰি তুলিছে অহল্যাৰ শোৱা কোঠাটো। এই আন্ধাৰতো খোলা খিৰিকীৰ কাষত স্তব্ধ হৈ বহি আছে অহল্যা। উপলব্ধি



কৰা নাই যদিও নিষ্পলক দৃষ্টিৰে চাই আছে ওচৰৰ জনশূন্য ডাঙৰ আলিটোলৈ। চাই আছে আন্ধাৰৰ বুকুত প্ৰেতাত্মাৰ দৰে থিয় দি থকা দূৰৰ নিস্তব্ধ ঘৰবোৰলৈ।

চৌদিশে 'ব্লেক্-আউট'ৰ আন্ধাৰ। ক'তো কেনিও চাকিৰ পোহৰ দেখিবলৈ নাই। মাজে মাজে হয়তো ক'ৰবাত, কোনোবা ঘৰৰ দুৱাৰ খোল খোৱাত মুহূৰ্তৰ কাৰণে ক্ষুদ্ৰ এচমকা পোহৰ দেখা দি আকৌ নাইকিয়া হৈ গৈছে। কিন্তু সেই সৰু সৰু ক্ষণবোৰে অহল্যাৰ মনত কোনো প্ৰভাৱ পেলাব পৰা নাই। সেইবোৰ হয়তো অহল্যাই দেখিও দেখা নাই। ঘণ্টাৰ পাচত ঘণ্টা ধৰি একেৰাহে মাথো অহল্যা বহি আছে।

কোঠাৰ নিস্তব্ধতা ভঙ্গ কৰি হঠাৎ আয়া আহি দুৱাৰমুখত দেখা দিয়ে। লাইটটো জ্বলাই দিয়াত কোঠাৰ ভিতৰখন উজ্জ্বল হৈ উঠে। সামান্যভাবে হলেও অহল্যাই উচপ্ খাই উঠে।

'লাইটটো কিয় জ্বলালি? নুমাই দে।'

ততালিকে আয়াই লাইটটো নুমাই দিয়ে যদিও, পিচ হুঁহকি নগৈ এখোজ দুখোজকৈ আগবাঢ়ি আহি থিয় দিয়েহি অহল্যাৰ ওচৰত।

'আইদেউ, এনেকৈ আন্ধাৰে-মুন্ধাৰে কিয় বহি আছে? আহক, ৰাতিপুৱা একো নেখালে, দুপৰীয়াও খোৱা নাই, এতিয়া অন্ততঃ কিবা এটা মুখত দিয়কহি।'

'নেলাগে আয়া, মোৰ একো খাবৰ মন যোৱা নাই।'

'মন নগলে কেনেকৈ হব আইদেউ? কালিৰেপৰা একো এটা খোৱা নাই! উঠক, উঠক, কিবা এটা অন্ততঃ···'

'কৈছোঁ নহয় একো নেখাওঁ বুলি; মিছাতে মোক আমনি কৰিছহি কিয়?'

ডাবি খাই আয়া মনে মনে থাকে। কিন্তু কিমান সময়? কোমল মনটোৰ কষ্ট সহ্য কৰিব নোৱাৰি পুনৰ অনুৰোধ কৰে:

'বাৰু, অইন একো নেখায় যদি চাহ একাপকে আনি দিওঁ, খাবনে?'

তাইৰ হাতৰপৰা পৰিত্ৰাণ পাবলৈকে যেন অহল্যাই অগত্যা কৈ উঠে—'যা বাৰু আনগৈ।'

ক্ষন্তেকৰ ভিতৰতে চাহৰ সকলো সা-সজুলিৰে আগতেই সাজু কৰি থোৱা ট্ৰলী-টেবুলখন আয়াই অহল্যাৰ ওচৰলৈ চলাই লৈ আহে। অহল্যাই কিবা কবলৈ পোৱাৰ আগতেই আয়াই লৰালৰিকৈ চাহ একাপ তৈয়াৰ কৰি ট্ৰলীখনো অহল্যাৰ ওচৰ চপাই দিয়ে।

'খাওক আইদেউ, এইয়া বিস্কুট, ফল-মূল সকলো আছে, যি মন যায় অলপ মুখত দিয়ক।'

'ঠিক আছে, তই যা এতিয়া।'

একো নামাতি আয়া কোঠাৰপৰা ওলাই যায়। কিন্তু এঘণ্টামানৰ পিচতে আকৌ কোঠাটো সোমাই আহি আৱাই দেখে যে যেনে চাই তেনেভাৱেই পৰি আছে। অহল্যাই বোধহয় তাক স্পৰ্শও কৰা নাই। নিৰ্বাক-নিস্পন্দভাৱে কিবা ভাৱত বিভোৰ হৈ মাত্ৰ চাই আছে ৰাতিৰ ক'লা আকাশখনলৈ। সীমাহীন আকাশৰ বুকুত তিৰবিৰাই জিলিকি থকা ছুটা তৰালৈ একেথৰে, একে ধ্যানে চাই আছে অহল্যাই। তৰা ছুটাৰ নাম অৱশ্যে অহল্যাই নেজানে। মাত্ৰ উপলব্ধি কৰিছে সিহঁতৰ দূৰত্ব—সিহঁতৰ সম্পৰ্ক।

সৰু অন্ধকাৰ ছেলৰ ভিতৰৰপৰা দেখা পোৱা ক্ষুদ্ৰ ফুটা এটাৰে জ্যোতিয়েও একেথৰে, একে দৃষ্টিৰে চাই আছে সেই একেখন আকাশৰ বুকুৰ একে ছুটা তৰালৈকে।

ছেলৰ ভিতৰত সোমোৱাৰ পাচৰপৰা বাহিৰত কি হৈছে জ্যোতিয়ে একো গম পোৱা নাই। বাহিৰৰ কোনো এজনকে তাৰ লগত দেখা কৰিবলৈ দিয়া নাই। বৰং তাৰ পৰিবৰ্তে ওপৰৱালাৰ নিৰ্দেশত তাৰ ওপৰত চলিছে অকথ্য অত্যাচাৰ। সেই অত্যাচাৰ অকাতৰে মূৰ পাতি গ্ৰহণ কৰাৰ বাহিৰে জ্যোতিৰ যেন কৰিবলৈ একোৱেই নাই। শাৰীৰিক-মানসিক ছুয়োটাৰে উৎপীড়নৰপৰা মুক্তি বিচাৰিয়েই যেন জ্যোতিয়ে আকাশৰ সেই তৰা ছুটালৈ চাই চাই মনত পেলাবৰ চেষ্টা কৰিছে সিহঁতৰ নাম ছুটা।···কি আছিল··· ? কেষ্টৰ ? পোলাক্স ? হয়তো সেয়ে, মিথুন ৰাশিৰ তৰা সেই ছুটা।

···ঝন্-ঝনকৈ ছেলৰ মুখৰ লোৰ ছুৱাৰত তলা লগোৱা শিকলিডাল খোলাৰ শব্দত জ্যোতিৰ সাময়িক তন্ময়তা ভাগি যায়।···চেন্ত্ৰীয়ে ছুৱাৰ খুলি দিয়াৰ লগে লগে থালাচী এটাই এনামেল ঠাল এখনত তৃতীয় শ্ৰেণীৰ কয়দীৰ আহাৰ আনি ছেলৰ নিৰ্দিষ্ট ঠাইত থৈ আকৌ ওলাই যায়। এটা অস্বস্তিকৰ শব্দ কৰি ছুৱাৰখন আকৌ বন্ধ হৈ যায়।

জ্যোতিয়ে কিন্তু কোনোকালেই লক্ষ্য নকৰে। যেনেভাৱে দূৰৰ আকাশখনলৈ চাই আছিল, তেনেভাৱেই ওচৰৰ বেৰত মূৰ পেলাই আঁউজি একেথৰে চাই থাকে। সেই তৰা ছুটা—কেষ্টৰ আৰু পোলাক্স। পোলাক্স আৰু কেষ্টৰ···



পুলিচ ষ্টেচনৰ অভ্যন্তৰত অসংখ্য কাপজ-পত্ৰৰে ভৰি থকা টেবুলৰ কাষত তলমূৰ কৰি ৰাজেন বহি আছে। ঘণ্টাৰ পাচত ঘণ্টা পাৰ হৈ গৈছে, কিন্তু ৰাজেনে মূৰ তুলিবলৈকো যেন আহৰি পোৱা নাই। তথাপিও মাজে মাজে একোবাৰ ৰাজেন অন্যমনা হৈ পৰিব খোজে। মনত পৰে অণুৰ মুখখন। মনত পৰে জ্যোতিৰ মূৰৰ বেণ্ডেজ ভেদ কৰি বিৰিঙি ওলোৱা তেজৰ ৰঙা দাগবোৰলৈ।

অপৰিসীম ক্লান্তিত, হতাশাত মন-প্ৰাণ নিথৰ-নিস্পন্দ হৈ যাব খোজে ৰাজেনৰ। জীৱনটোৰ ওপৰত ধিক্কাৰ জন্মে। মনৰ সাময়িক মুক্তিৰ কাৰণেও আজি যেন ৰাজেনৰ সমুখৰ প্ৰতিটো পথ অনন্ত আন্ধাৰৰ মাজত হেৰাই গৈছে। তাৰ ধাৰণা হয় আকণ্ঠ পানীত ডুবি যোৱা মানুহৰ দৰে সিও যেন আন্ধাৰৰ মাজত ককৃবকাই ফুৰিছে। মুক্তিৰ পথ দেখা নাই। কোনেও দেখুৱাই দিবও পৰা নাই! কোনে দেখুৱাব ? গোটেই চহৰখনৰ আবাল-বৃদ্ধ-বণিতা সকলোৰেইতো আজি পৰম শত্ৰু হৈ উঠিছে সিয়েই। সকলোৰে অতি প্ৰিয়, অতি স্নেহৰ জ্যোতিক যে সিয়েই হাতত হেণ্ডকাপ লগাই ধৰি নিছিল সেই কথা সকলোৱে জানে।··· কিন্তু কি পৰিস্থিতিত, কি সমস্যাত পৰি যে সি সেই কাম কৰিবলগীয়া হৈছিল, তাক জনাৰ জানো কাৰোবাৰ আগ্ৰহ হৈছে ? প্ৰয়োজন হৈছে ?

অসহায় ক্ৰোধত, হতাশাত মাজে মাজে ৰাজেন ক্ষিপ্ত হৈ উঠিব খোজে। টেবুলৰ কাগজ-পত্ৰ পেলাই থৈ ছিটিকি চকীৰপৰা উঠি যায়। অক্ষম ক্ষোভত পিঞ্জৰাবদ্ধ জন্তুৰ দৰে গুজৰি-গুমৰি কোঠাৰ ভিতৰত ছট্‌ফটাই ফুৰে। কিন্তু পাচ-পাকতে শান্ত হৈ যায়। দেহ-মন অৱশ হৈ পৰে। বুকুৰ মাজৰ তুঁহজুইকুৰা জলি উঠিবলৈ নৌপাওঁতেই কোনোবাই যেন বৰফৰ গধুৰ চপৰা এটাৰে হেঁচি ধৰি নুমাই দিয়েহি।

নিষ্প্ৰাণ, নিৰ্জীৱ হৈ আকৌ লাহে লাহে সি চকীখনত বহি পৰেহি। কোনোবা এসময়ত ড্ৰয়াৰ খুলি অণুৰ দৰবৰ বটল আৰু প্ৰেছক্ৰিপচন উলিয়াই কিছু সময় চাই থাকি পুনৰ আগৰ ঠাইত ভৰাই থয়। তাৰ পাচত নিজৰ কামৰ প্ৰতি মনোযোগ দিয়ে।

প্ৰতিবাদ কৰাৰ সাহস বা সামৰ্থ্য ৰাজেনৰ নাই। কাৰণ সি জানে—অহল্যাৰ সমুখত, জ্যোতি আৰু পুলিচ ছুটাৰ সমুখত ক্ষণিকৰ বাবে হলেও, স্বয়ং এছ-পি চাহাবক সি ৰঙা চকু দেখুৱাৰ এয়ে পৰিণাম। তাৰ কোনো প্ৰতিকাৰ নাই।

কামৰ মাজত ডুবি থাকে ৰাজেন। কোনোবা এটা সময়ত ছাব-ইন্সপেক্টৰ

ৰয় হাতত এসোপা ফাইল লৈ সোমাই অহাত ক্লান্ত চকুযোৰ তুলি ৰাজেনে তেওঁৰ মুখলৈ চায়।

'কি খবৰ ৰয় ? কামখিনি সম্পূৰ্ণ হ'ল নেকি ?'

'হয় এয়া লৈ আনিছোঁ। আপুনি ইচ্ছু কৰে, যি কৰে কৰক, মোৰ কাম মই কৰি দিলোঁ।'

ৰাজেনে ফাইলবোৰৰ ওপৰত চকু ফুৰাই চোৱাৰ লগে লগে হতাশাত মনটো মৰহি যায়।

'ইমানবোৰ ? এইসোপা শেষ কৰিবলৈ গলে দেখোন আজি ৰাতিও মোৰ ঘৰলৈ যোৱা নহব ৰয় ! অণুক এবাৰ চাই আহিবলৈকো সময় নেপাম !'

'এৰা, সেইটোময়ো জানো ; কিন্তু কি কৰিম কওক ? আমাৰেই দুৰ্ভাগ্য ! আমাৰ কথা যিজনে ভাবিব লাগিছিল, অলপ বুজিব লাগিছিল, তেৱেঁই যে ইমান inconsidarate হব, ইমান heartless hostile হব, কেনেকৈ জানিব ? মেকেঞ্জী চাহাবৰ ওচৰত নিজৰ সুনাম, এফিচিয়েন্সি দেখুৱাবলৈ he can go to any limit ; আৰু এই সকলো at our cost···'

'হৈছে, হৈছে, সেইবোৰ আৰু নকবা ৰয়। অলপ আভাস পালে মোৰ দৰেই তোমাৰ ওপৰতো কোপ-দৃষ্টি পৰিব পাৰে ; সাৱধান হবা। যি হয়, গোটেই ধুমুহাটো মোৰ মূৰৰ ওপৰেদিয়েই যাওক।'

'হয়, ঠিকেই কৈছে।···তেন্তে এইবাৰ মই আহোঁ ! বহুত নতুন হুকুম তামিল কৰিবলৈ আছে। আৰু এটা Extra round মাৰি আহিব লাগিব।'

ৰয় যাবলৈ ওলোৱাত ৰাজেনে ক'লে 'ৰয়, দেওধাৰীক অনুগ্ৰহ কৰি মোৰ ওচৰলৈ এবাৰ পঠাই দিবা দেই !'

'ভাল ছাৰ।' বুলি ৰয় ওলাই যোৱাৰ পিচত ৰাজেনে আকৌ কাগজ-পত্ৰৰ মাজত নিজক ডুবাই দিয়ে ! খন্তেক পাচতে কনিষ্টবল দেওধাৰী কোঠালৈ সোমাই আহি ৰাজেনক চেলুট দিয়ে : 'মোক মাতিছিল ছাৰ ?'

হাতৰ কলম থৈ ৰাজেনে অপৰিসীম ক্লান্তিত চকীত আঁউজি দেতধাৰীৰ মুখলৈ চায় : 'এৰা মাতিছিলোঁ। তুমি মোৰ এটা কাম কৰি দিব লাগিব দেওধাৰী !'

'কি কাম ছাৰ ?'

ৰাজেনে টেবুলৰ ড্ৰয়াৰৰপৰা দৰবৰ বটলটো আৰু প্ৰেছক্ৰিপচনখন উলিয়াই দেওধাৰীৰ ফালে আগবঢ়াই দি কয়, 'লোৱাঁ এইয়া দৰবৰ বটল আৰু প্ৰেছক্ৰিপচন।



মেডিকেল ফাৰ্মাচীৰপৰা যেতিয়াই পাৱা এই দৰব আৰু টেব্লেটকেইটা মোক আনি দিব লাগে। এয়া ধৰা টকা। কৈ কৈ জেপৰপৰা মানি-বেগ উলিয়াই দহটকীয়া নোট এখন দেওধাৰীলৈ আগবঢ়াই দিয়ে। কিন্তু দেওধাৰীয়ে হাত নপতা দেখি ৰাজেনে বিস্ময়েৰে তাৰ মুখলৈ চায় : 'কি হ'ল ?'

'ছাৰ, এছ-পি চাহাবে পৰহিয়েই আমাৰ সকলোকে কড়া হুকুম শুনাই দিছে যে কাৰো প্ৰাইভেট্ কামত যেন কোনো অফিচাৰেই আমাক নলগায় : কোনোবাই সেই হুকুম নামানিলে আমাৰ পানিছমেণ্টো হব পাৰে ছাৰ !'

'তোমালোকৰ পানিছমেণ্ট হব ?'

ৰাজেনৰ মুখত দেখা দিয়া প্ৰথম মুহূৰ্তৰ বিস্ময় লাহে লাহে ৰূপান্তৰিত হৈ যায় গভীৰ বেদনালৈ। মূৰটো আপোনা-আপুনি তললৈ নামি যায়।

'বাৰু তেন্তে, তুমি যোৱাঁ···।'

দেওধাৰী যোৱাৰ পিচতো ৰাজেন বহু সময়লৈ বজ্ৰাহতৰ দৰে বহি থাকে। এসময়ত হাতৰ নোটখন বেগত ভৰাই থয়। প্ৰেছক্ৰিপচন আৰু বটলটোও পুনৰ ড্ৰয়াৰত সুমাই থব খোজোঁতে হঠাৎ চকুত পৰে, ড্ৰয়াৰৰ একাষে থকা সৰু ৰিভলভাৰটো। খন্তেকপৰ সেইটোলৈ চাই থাকি, এবাৰ লাহেকৈ ৰাজেনে তাক উলিয়াই আনি হাতত লয়। অলপ সময় শূন্য দৃষ্টিৰে চাই থাকে। তাৰ পিচত মেগাজিনটো খুলি চাই দেখে—পূৰা ল'ড কৰা আছে। সৰু সৰু ছটা গুলী। কিন্তু সৰু হলেও তাৰো শক্তি আছে—প্ৰচণ্ড শক্তি। এটা জীৱনৰ সকলো অভিশাপ, সকলো ব্যৰ্থতা, সকলো যন্ত্ৰণাৰপৰা সি মুহূৰ্ততে মুক্তি দি দিব পাৰে। আৰু পাৰে—দুনীয়াখন কলুষিত কৰা বহুবোৰ ঘৃণনীয় প্ৰাণীক সম্পূৰ্ণ নিঃচিহ্ন কৰি পৃথিৱীৰ ভাৰমুক্ত কৰি পেলাব।

অদ্ভুত, অসম্ভৱ চিন্তা কিছুমান ৰাজেনৰ মূৰৰ ভিতৰত ঘূৰি থাকে। মেগাজিনৰপৰা গুলীকেইটা উলিয়াই সমুখৰ কাগজৰ ওপৰতে মেলি লয়। তাৰ পাচত আঙুলিৰ মূৰেৰে এটা এটাকৈ দুটা গুলী এঁৰাতিলৈ আঁতৰাই থয়।

এটা বাৰু মোৰ কাৰণে—আনটো অণুৰ ; কিন্তু বাকী চাৰিটা ? বাকী চাৰিটা বাৰু কালৈ আগবঢ়োৱা উচিত হব ?'

হঠাৎ বিদ্ৰূপভৰা কৰুণ হাঁহি এটা ৰাজেনৰ ওঁঠত খেলাই যায়।

এটা এটাকৈ গুলীকেইটা আকৌ মেগাজিনত ভৰাই থৈ ৰিভলভাৰটো আগৰ ঠাইত থৈ দিয়ে। তাৰ পাচত বেৰৰ ঘড়ীটোলৈ চাই পুনৰ কাগজ-কলম ওচৰ চপাই লয়।

ৰাতিপুৱা মেডিকেল ফাৰ্মেচী খোলাৰ লগে লগে ডিস্পেনছিং কাউণ্টাৰৰ সমুখত প্ৰথম গ্ৰাহকজন হয় ৰাজেন। কিন্তু কাউণ্টাৰত বহু সময় অপেক্ষা কৰিবলগীয়া হয় ৰাজেনে।

অৱশেষত প্ৰায় বিশ মিনিট সময় অপেক্ষা কৰাৰ পাচত প্ৰেছক্ৰিপচনৰ সৈতে দৰবৰ বটল আৰু টেবলেটৰ পেকেটকেইটা ৰাজেনৰ ফালে আগবঢ়াই দি ফাৰ্মাচিষ্টজনে সাধাৰণ মানুহ এজনক কোৱাদি কয়—'আপোনাৰ সাত টকা বাৰ অনা হ'ল।'

পইচাখিনি উলিয়াই দি ৰাজেনে লাহে লাহে ফাৰ্মাচীৰপৰা ওলাই আহি ৰাস্তাত ভৰি দিয়েহি। কাৰো মুখলৈ চাবলৈ এই মুহূৰ্তত যেন ৰাজেনৰ ইচ্ছা নহয়। বাৰে বাৰে মনত ভাহি উঠে—তাক দেখি ফাৰ্মাচিষ্টজনে দেখুওৱা অসৌজন্যসূচক আচৰণটো আৰু তেওঁৰ অৱজ্ঞাভৰা মুখখন।

পুৱাৰ ৰ'দটো লাহে লাহে উজ্জ্বল হৈ আহে। আলিবাটত যান-বাহন আৰু মানুহৰ সমাগম বাঢ়ি আহে, ব্যস্ততা বাঢ়ি আহে।

ইয়াৰ ভিতৰতে পুলিচ ষ্টেচনৰ সমুখৰ আলিত পুতুকন, বীৰু, অকণহঁতৰ নিচিনা কিশোৰৰ দলটো আহি গোট খায়হি। দূৰত ৰাজেনক তলমূৰ কৰি সেইফালেই আহি থকা দেখি কোনোবা এটাই বিদ্ৰূপৰ সুৰত চিঞৰি উঠে—'এই চা, চা, সৌজন ইন্সপেক্টৰ চাহাব আহিছে।'

সকলোৰে সেইফালে ঘূৰি চায়। লৰাহঁতে সম্ভৱ এনে এটা টাৰ্গেটৰ কাৰণেই আশা কৰি আছিল।...বীৰুৱে তৎক্ষণাৎ দলৰ সকলোকে সষ্টম কৰি দিয়ে—'এই, তহঁত সকলো আলিৰ দাঁতিত লাইন হৈ থাক। তেওঁক গাৰ্ড অৱ্ অনাৰ দিম। আৰু মই যি যি কৰিবলৈ কমাণ্ড কৰিম, তহঁতে তাকেই কৰি যাবি বুজিলি ?'

'ছিওৰ, কমাণ্ডাৰ।'

কোনোফালে বিশেষ মন নকৰি ৰাজেন তলমুৱা হৈ আহি আছিল। বীৰুহঁতৰ সমাবেশটোলৈকো বোধহয় সি লক্ষ্য কৰা নাছিল ভালকৈ। হঠাৎ নিৰ্দিষ্ট ঠাই পোৱাৰ লগে লগেই বীৰুৱে চিঞৰি উঠে—'এটেন্‌শ্যন! আ-ই-জ্ ৰাইট্...।'

প্ৰায় উচাপ্ খায়েই ৰাজেন থমকি ৰৈ যায়। কিন্তু সিও এক মুহূৰ্তৰ বাবেহে। কাৰণ পিচমুহূৰ্ততে সি আকৌ খোজ আগবঢ়াই দিয়ে। অৱশ্যে ল'ৰাহঁতৰ বিদ্ৰূপপূৰ্ণ কথাযাৰে তাৰ কাণত নিৰিবিলাকৈ নেথাকিল। কিন্তু সিহঁতে জানো জানে—ৰাজেনৰ অৱস্থা আজি কি হৈছে ?



আ-ই-জ্ লেফ্‌ট্। এই লাইন ভাঙিছ কিয় ? মেডেলটো কাৰ হাতত আছে ?'

অপমানিত ৰাজেনে চকু দুটা মুদি দিয়ে। চকু মুদি দিয়া কাৰণেই বোধকৰোঁ হঠাতে এঠাইত উজুটি এটা খাই যায়। দৃশ্যটো দেখি লৰাহঁতে গিৰ্জনি মাৰি হাঁহি উঠে! গিৰ্জনিৰ শব্দই ৰাজেনৰ কাণ দুখন যেন বিকীৰ্ণ কৰি দিয়ে।

ৰাজেনৰ অৱস্থা দেখি পুতুকণেও হাঁহিত যোগ দিছিল যদিও খন্তেকতে তাৰ মুখৰ হাঁহি মাৰ যায়। তাৰ হঠাৎ মনত পৰে, এইজন ৰাজেন ককাইদেৱেই এদিন তাক ক্ৰিকেটৰ অফ্ স্পিন কেনেকৈ দিয়ে, কেনেকৈ বেট্ ধৰিব লাগে, ফুট-ওৱৰ্ক কেনেকুৱা হব লাগে, ইত্যাদিবোৰ তাৰ হাতত ধৰি শিকাইছিল। তাৰ কাৰণে ৰাজেনৰ কিমান আগ্ৰহ, কিমান চেষ্টা আছিল! কিন্তু...

কথাবোৰ মনত পৰাৰ লগে লগে পুতুকণৰ মনটো অপৰাধী অপৰাধী লাগি যায়। পাচ মুহূৰ্ততে সি দলৰ সকলোকে ডবিয়াই উঠে—'এই চুপ্; হাঁহি বন্ধ কৰহঁক। আমাৰ আৰু বহুত কাম আছে।'

পুতুকণ নিজেও দলৰে এজন যদিও সকলোৱে তাক মানি চলে, আনকি বীৰুৱেও। সেয়ে তাৰ কথাত সকলোৱে হাঁহি বন্ধ কৰি তাৰ পাচে পাচে আলিৰ বিপৰীত ফাললৈ খোজ আৰম্ভ কৰি দিয়ে। সিহঁত আঁতৰি যোৱাত থানাৰ সমুখৰ আলিটো জনবিৰল হৈ যায়। কিন্তু তেতিয়াও বোধহয় আলিবাটৰ বুকুৰ শূন্যতাখিনিত গুজৰি-গুমৰি ফুৰে ৰাজেনৰ বুকুৰ অব্যক্ত বেদনাবোৰে।

নিজৰ কোঠাৰ বিছনাত দীঘল দি পৰি অহল্যাই নিস্পলক দৃষ্টিৰে মূৰৰ ওপৰৰ চিলিংখনলৈ একেথৰে চাই থাকে। ইচ্ছা হয়—সকলোৰে সান্নিধ্যৰপৰা আঁতৰি থাকি, এই কোঠাটোৰ নিভৃত অন্ধকাৰৰ মাজতেই যেন চিৰদিন ডুবি থাকিব।

কিন্তু আন সকলোৰেপৰা মুক্তি পালেও, আয়াজনীৰপৰা যেন অহল্যাই একোপধ্যেই মুক্তি নাপায়। আয়াৰ বাধাহীন আবদাৰ, বাধাহীন অহা-যোৱা অহল্যাই কোনোপধ্যে বোধ কৰিব নোৱাৰে। এই মুহূৰ্ততো অহল্যাৰ মূৰ-শিতানত থিয় দি, এগিলাচ গৰম গাখীৰ হাতত লৈ তাই বাৰেপতি একেটা বিৰক্তিকৰ অনুৰোধকে কৰি আছে: 'খাওক আইদেউ, এই গৰম গাখীৰকণকে খাওকচোন!'

প্ৰতিবাৰ একেটা উত্তৰকে দি দি অহল্যাৰ ভাগৰ লাগি গৈছে। তথাপি

এইবাৰো একেটা উত্তৰেই অহল্যাৰ মুখৰপৰা ওলাই আহে: 'কৈছোঁ নহয় নেখাওঁ বুলি!'

'কেলৈ নেখাব? এনেকৈ দিনৰ পাচত দিন নেখাই-নবৈ আপুনি কি কৰিব খুজিছে? অসুখ হলে কি কৰিব? নহয়, এই গাখীৰ গিলাচ আপুনি খাবই লাগিব।'

'তই ইয়াৰপৰা যা আয়া। মোৰ গাটো ভাল লগা নাই। যা, মোৰ ওচৰলৈ আৰু নাহিবি। তহঁত কোনো নাহিবি।'

অহল্যাৰ কাণ্ড-কাৰখানা দেখি আয়াও হয়তো বিৰক্ত হৈ উঠে: 'বেছ যাওঁ বাৰু আইদেউ! কিন্তু ময়ো কৈ থলোঁ, মই আজিয়েই দেউতালৈ টেলিগ্ৰাম কৰিম—তৎক্ষণাৎ গুচি আহিবলৈ।'

'কৰ কৰিবি, এতিয়া ওলাই যা।' অহল্যাৰ স্পষ্ট উত্তৰ। কথাষাৰ কৈ তাই আকৌ বিছনাত দীঘল দি চকু মুদি দিয়ে।

চুৰাবৰ ওচৰত বহুবিধ খাদ্য-বস্তুৰে পৰিপূৰ্ণ ডাঙৰ ট্ৰেখন হাতত লৈ থিয় দি থকা বেহেৰাটোক চকুৰ ঠাৰেৰে যাবলৈ ইঙ্গিত দি আয়া নিজেও কোঠাৰপৰা ওলাই যায়। যাওঁতে চুৰাবখন বাহিৰৰপৰা বন্ধ কৰি থৈ যায়।

অহল্যাৰ দৰেই পুলিচ ষ্টেচনৰ পাচফালে থকা সৰু কোৱাৰ্টাৰটোৰ সৰু বিছনাখনত পৰি অণুৰেও মূৰৰ ওপৰত থকা সৰু চিলিংখনলৈকে একেৰাহে চাই থাকে। মূৰ-শিতানত চাপৰ মূঢ়াটোত বহি, হাতত দৰবৰ সৰু গিলাচটো লৈ, আয়াৰ দৰে ৰাজেনেও দৰবকণ খাবলৈ অণুক অনুৰোধ কৰে: 'খোৱা অণু, দৰবকণ খাই পেলোৱাচোন।'

গাৰুৰ ওপৰত পৰি থকা মূৰটো লাহে লাহে ঘূৰাই অণুৱে ৰাজেনৰ মুখলৈ চায়। অণুৰ চকুত পৰে ৰাজেনৰ মুখত থকা ক্লান্তিৰ গভীৰ ছাঁ। চকু দুটা যেন গাঁতলৈ সোমাই গৈ ৰাজেনৰ মুখখন দিনে দিনে শুকাই গৈছে।

কলেজীয়া জীৱনৰ হাঁহিভৰা, অফুৰন্ত প্ৰাণ-প্ৰাচুৰ্য্যৰে উজ্জ্বল ৰাজেনৰ মুখখনৰ লগততো এইখন মুখৰ কোনো সাদৃশ্য নাই! মাত্ৰ বছৰদিয়েক আগৰ প্ৰাণোচ্ছল ডেকাজনৰ মুখৰ হাঁহিবোৰ ক'ত হেৰাই গ'ল? কিয় হেৰাই গ'ল?

এক অব্যক্ত বেদনাত অণুৰ চকু দুটা কৰুণ হৈ উঠে। শোকে খুন্দা মাৰি ধৰে বুকুখন। ৰাজেনৰ মুখলৈ আৰু চাই থাকিব নোৱাৰি আনফালে চকু ঘূৰাই নিয়ে অণুৱে।



'খোৱাঁ অণু!'

'সেইবোৰ খাবলৈ আৰু মোক নধৰিবা; ধাৰণা হৈছে, গোটেই জীৱনটো কেৱল দৰব খবলৈকে যেন মই এই পৃথিবীলৈ আহিলোঁ।'

'অণু নুবুজা কিয়?'

'বুজোঁ। তুমিওতো বুজা কোনো দৰবেই আৰু মোক কেতিয়াও ভাল কৰি দিব নোৱাৰে।...তোমাক এৰি যেতিয়া যাবই লাগিব, সেইবোৰ মূল্যহীন দৰব খাই আৰু লাভ কি?'

অণুৰ কথাত ৰাজেনে আকুল হৈ তাইৰ ওচৰ চাপি আহি, এহাতেৰে তাইক সাৱটি ধৰে: 'অণু, সেইবোৰ কথা আৰু তুমি কেতিয়াও মুখলৈ নানিবা!... তুমি ভাল হৈ উঠিবা—তুমি একেবাৰে ভাল হৈ উঠিব লাগিব অণু; তোমাৰ কাৰণে নহলেও মোৰ কাৰণে—একান্তভাৱে মোৰ কাৰণে। কাৰণ তুমি জানা, এই পৃথিবীত মই বৰ অকলশৰীয়া। তোমাৰ বাহিৰে যে আজি মোৰ আৰু কোনো নাই!'

ত্ৰিশ বছৰীয়া মদগজ ডেকা, পুলিচ ইন্সপেক্টৰ ৰাজেন ফুকনীয়ে এই মুহূৰ্তত সৰু ল'ৰা এটাৰ দৰেই অণুৰ শুকাই যোৱা বুকুৰ কাষত মুখ গুজি অসহায়ভাৱে কান্দি উঠে। অসাৰ হৈ পৰি থকা দুৰ্বল সোঁহাতখন তুলি অণুৱে ৰাজেনৰ চুলিৰ মাজত লাহে লাহে বুলাই দিয়ে: 'শুনা, আমি দুয়ো যদি এনেকৈ ভাগি পৰোঁ, তেন্তে কি লৈ—কাৰ মুখলৈ চাই আমি বাচি থাকিম?'

ৰাজেনে একো উত্তৰ দিব নোৱাৰে। অণুৰো মুখৰ মাত হৰি আহে। ওচৰৰ খোলা খিৰিকীৰে দেখা সীমাহীন আকাশখনলৈ একেথৰে চাই থাকে উদাস দৃষ্টিৰে। লাহে লাহে কৰ নোৱাৰাকৈ অণুৰ চকু দুটাও উপচি উঠে—পুঞ্জীভূত বহু বেদনাৰে ভৰা অসহায় চকুলোৰে।

জ্যোতিক জেলৰ ভিতৰত ভৰাই, যিমান পাৰে অত্যাচাৰ কৰি দণ্ড চাহাবে ভাবিছিল, বাকী ল'ৰাহঁত এইবাৰ সাৱধান হৈ যাব। কিন্তু তেওঁৰ সেই আশা ফলৱতী নহ'ল। কুটাঘাতকাৰী দলৰ তৎপৰতা বেছি সক্ৰিয়হে হৈ উঠিল।

ৰঞ্জিত-মুকুলহঁতৰো যেন জেদ বাঢ়ি যায়। সৰু-সুৰা কাম এৰি সিহঁতে মিলিটেৰীৰ কৰ্ম-তৎপৰতাকে পঙ্গু কৰি দিবলৈকে চেষ্টা কৰিছে। তাৰ কাৰণে চূড়ান্ত সাৱধানতা অৱলম্বন কৰি আগবাঢ়িবলগীয়া হৈছে—নতুন নতুন আঁচনি তৈয়াৰ কৰিবলগীয়া হৈছে। নহলে যে প্ৰতি খোজে খোজে বিপদ!

ল'বাহঁতৰ সমানে সমানে পুলিচ-মিলিটেৰীবো কৰ্ম-তৎপৰতাও সমানে বাঢ়ি যায়। বাছ-বিচাৰ নোহোৱাকৈ ধৰ-পাকৰ চলে। কাৰণে-অকাৰণে সুবিধা পালেই এদলক ধৰি নিয়ে, দুই-চাৰিদিন জেলত ভৰাই থৈ মাৰি-কিলাই আধামৰা কৰি আকৌ এৰি দিয়ে। ধৰি নিয়ে আন এদলক। মাজে মাজে 'আণ্ডাৰ-এজ' বুলি কিশোৰ দলৰ বহুতকে বাধ্য হৈ এৰি দিবলগীয়া হৈছে যদিও, ডাঙৰৰ কিছুমানক চৰকাৰে মহকুমা ত্যাগ কৰিবলৈ নিৰ্দেশ দিছে; দুই-চাৰিক ৰাজ্যৰপৰাই বহিষ্কাৰ কৰি দিছে।

মুকুল, ৰঞ্জিত, ধীৰেন, পবিত্ৰ সকলোবোৰ নামত 'আণ্ডাৰ গ্ৰাউণ্ড'; কিন্তু চহৰ এৰি কোনো যোৱা নাই। চৰকাৰ, পুলিচ, মিলিটেৰী সকলোৰে চকুত ধূলি দি, বাগি দি পৰিচালনা কৰিছে চহৰৰ বুকুত সিঁচৰতি হৈ পৰা খণ্ড খণ্ড যুদ্ধবোৰ।

সেইবুলি মিলিটাৰী আৰু পুলিচ বাহিনীৰ কৰ্ম-তৎপৰতাৰ ফলো নধৰা নহয়। ইয়াৰ ভিতৰতে কিশোৰ দলৰ, ডেকা দলৰ বহুতো চেষ্টা ব্যৰ্থ হৈ গৈছে।

কিন্তু সেইবুলি কোনো হাত সাৱটি বহিও থকা নাই। গোহাঁইহঁতৰ মেচৰ ওপৰত তহলদাৰী পুলিচৰ যিমানেই চোকা দৃষ্টি পৰিছে, সিমানেই নতুন নতুন উপায় উলিয়াই সিহঁতৰ চকুত ধূলি দি ওলোৱা-সোমোৱা কৰিবলগীয়া হৈছে। কোনো পক্ষই যেন দুৰ্বল নহয়; উভয় পক্ষৰে অফুৰন্ত কৰ্মশক্তি, অফুৰন্ত প্ৰাণশক্তি আছে।

অধীৰ অপেক্ষাৰে পুৱাটো শেষ হৈ যায়। দুপৰীয়াটোও পাৰ হৈ আবেলি হয়। তথাপি তাৰ দেখা-দেখি নাই।

প্ৰায় গোটেই দিনটোৱেই নিষ্ক্ৰিয় হৈ ভিতৰত সোমাই থাকিবলগীয়া হোৱাত, মেচত গোটখোৱা মুকুল-ৰঞ্জিতহঁত ক্ৰমাৎ চঞ্চল হৈ উঠে। অথচ মুকলি মনেৰে বাহিৰত বিচৰণ কৰি ফুৰাও নিৰাপদ নহয়। সময়ে-অসময়ে তহলদাৰী পুলিচ মেচৰ সমুখেৰে ঘূৰা-ঘূৰি কৰিয়ে আছে।

মুকুলৰ কোঠাত কৃষ্ণ, যাদৱ, ৰঞ্জিতহঁত কিবা এটা গভীৰ আলোচনাত মগ্ন। আলোচনাত পিছে যোগ দিয়া নাই গোহাঁয়ে। মুকুলৰ দৰে গোহাঁই এতিয়াও পুলিচৰ চকুত দাগী হৈ উঠা নাই। সমুখৰ পিৰালিত বহি লৈ বাটৰপৰা ধৰি অনা ঢেকুৰা কুকুৰ এটাৰ সৈতে তেওঁ কথা পতাত মগ্ন।

বাজনা বজাই বজাই সুখন হঠাৎ মেচৰ সমুখত উপস্থিত হয়হি। তাক দেখিয়ে গোহাঁয়ে মাত লগায়—'এই বাজনাৱালা। এইফালে আহচোন।'



সুখনে ইফালে-সিফালে চাই হঠাৎ কিবা এটা দেখি থমক্ খোৱাৰ দৰে গোহাঁইক সোধে, 'বাজনা লবি নেকি বাবু?'

গোহাঁয়ে ইঙ্গিত বুজি কেৰাহিকৈ এবাৰ আলিৰ ফালে চাই দেখে কনিষ্টবল এটা লৈ হাবিলদাৰজন আলিয়েদি আহি আছে। সুখনৰ ইঙ্গিতটো বুজি মুকুলো লৰালৰিকৈ দুৱাৰমুখৰপৰা দুখোজ পিচুৱাই আঁৰ হৈ পৰে।

হাবিলদাৰজন আহি সুখনৰ ওচৰ পোৱাত, গোহাঁয়ে তেওঁক যেন দেখাই নাই, তেনে এটা ভাব লৈ সুখনক চিঞৰি মাতে—'এই বাজনাৱালা; কিয় থাৰা ৰলি? এইফালে আহ আক'!

'লবি জানো বাবু?'

'আবে লওঁ-নলওঁ পাচ কথা, আগতে আহ…।'

আলিৰপৰা সোমাই আহি সুখনে গোহাঁইৰ ওচৰত বাজনাৰ টুকুৰীটো নমায়। গোহাঁই বজনা বছাত লাগি যায়। কিন্তু এটাও মনঃপুত নোহোৱাত সুখনেই এটা বাছি দিয়ে। বাজনাটোৰ তিনিডাল তাঁৰৰ এডাল ছিগা তথাপি গোহাঁয়ে তোকেই হাতত লৈ বজাবলৈ চেষ্টা কৰি মন্তব্য কৰে—'আবে ললে কি হব? কেনেকৈ বজায় দেখাই দেচোন। সৌ কুকুৰ দুটাও নোযোৱা হ'ল।'

সুখনে নিজৰ হাতৰ বাজনাখন গোহাঁইৰ অনুৰোধত ধুনীয়াকৈ বজায় শুনায়।

'হব দে, দাম কিমান?'

'আঠ অনা বাবু!'

'বাদ দে, চাৰি অনা দিম।'

সন্মত হৈ পইচা লৈ সুখন গুচি যায়। সি যোৱাৰ পিচত গোহাঁয়ে আগৰ ঠাইতে বহি লৈ বাজনাখন একাণপতীয়াকৈ বজাবলৈ ধৰে। গোহাঁইৰ সেই অধ্যৱসায়ৰ নমুনা উপভোগ কৰি হাবিলদাৰ আৰু কনিষ্টবলটোৱে কৌতুক আৰু অৱজ্ঞাৰ হাঁহি মাৰি লাহে লাহে আঁতৰি যায়। সিহঁত যোৱাৰ পিচত বাজনাখন বজাই বজাই গোহাঁই ভিতৰলৈ সোমাই যায়।

কোঠাৰ ভিতৰত গুজৰি গুমৰি থকা মুকুলে দুৱাৰখন বন্ধ কৰি দি খঙেৰে প্ৰশ্ন কৰে—'বাস্কেল দুটা গ'লনে?'

'গ'ল। কিন্তু লাভ হ'ল কি? তোৰ মাতাহাবি এনে এটা বেয়া সময়ত ওলালহি যে বস্তুটো আনিছিল যদিও সেই কুকুৰ দুটাৰ কাৰণে দিব নোৱাৰিলে।… মেপখন নহলে কেনেকৈ হব। চব পণ্ড হৈ গ'ল।'

কিবা এটা ভোৰভোৰাই মুকুল নিজৰ কোঠালৈ সোমাই যায়। কথাটো ৰঞ্জিতহঁতক কোৱা প্ৰয়োজন।

মুকুলৰ মুখ দেখিয়েই কোঠাৰ ভিতৰত অধীৰ অপেক্ষাত বৈ থকা ৰঞ্জিত-কৃষ্ণহঁতে বুজে দিনটো মিছাতে গ'ল। সুখনে যিটো বস্তু আনিবলগীয়া আছিল আনিব নোৱাৰিলে। সকলোৱে মনবোৰ সেমেকি যায়।

কিন্তু কোনো পৰিবৰ্তন নহয় গোহাঁইৰ। পৰম উৎসাহত বাজনাখন বজাই বজাই তেওঁ কোঠাত সোমায়হি। বিৰক্ত হৈ মুকুলে প্ৰায় ভেকাহি মাৰি উঠে—'এই বাস্কেল, সেইডাল থ, শুনি ভাল লগা নাই।'

'আৰে, ভাল নালাগিব কিয়? ভিঞ্চিৰ 'লাষ্ট ছাপাৰ'ৰ দৰে মোৰ এই বাজনাটোও ধৰি ল, 'মাই লাষ্ট ক্ৰিয়েশ্যন'।

ৰঞ্জিতে মাত লগায়—'তোৰ লাষ্ট ক্ৰিয়েশ্যন শুনাৰ মুড্ মোৰো নাই গোহাঁই। বন্ধ কৰ। তোৰ ওপৰত ভৰসা কৰিয়েই আমি ভুল কৰিছোঁ।...So your Matahari failed at last... ?'

গোহাঁয়ে এইবাৰ বাজনা বন্ধ কাৰ ৰঞ্জিতৰ মুখলৈ চাই লাহেকৈ উত্তৰ দিয়ে—'My Matahari mever fails.'

'তাৰ মানে?'

গোহাঁইৰ কথাত গোটেই জাকেই একেলগে চিঞৰি উঠাত গোহাঁয়ে কোনো উত্তৰ নিদি হঠাৎ হাতৰ 'স্বৰ্'ডাল পেলাই দিয়ে। তাৰ পাচত বাজনাখনো মাটিত থেকেচা মাৰি ভাঙি পেলায়। গোহাঁইৰ কাণ্ড দেখি সকলোৰে মুখত বিস্ময় ফুটি উঠে। তাকে দেখি গোহাঁয়ে বাজনাৰ মাটিৰ টুকুৰাবোৰৰ মাজৰপৰা সৰুকৈ ভাঁজ কৰা কাগজখিনি উলিয়াই আনি ৰঞ্জিতৰ ফালে দলিয়াই দিয়ে: 'এইয়া ল তহঁতৰ বস্তু!'

মুকুল-ৰঞ্জিতহঁত উৎফুল্ল হৈ উঠে। লৰালৰিকৈ টেবুল চাফা কৰি কাগজ কেইখন তাৰ ওপৰত মেলি লয়।...কাগজৰ ভিতৰত এখন দীঘলীয়া চিঠি, এখন হাতেৰে আঁকা মেপ। আন এখনত কিছুমান সংখ্যা, দূৰত্বৰ জোখ-মাপ।

মেপৰ ওপৰে ওপৰে থকা 'টিপ-মাৰ্ক' দিয়া ঠাইবোৰৰ ওপৰে ওপৰে আঙুলি বুলাই ৰঞ্জিতে কৈ যায়—'এতিয়া বুজিছ? এয়া চা, এইটো ট্ৰাঙ্কৰোডৰ ওপৰেদি পূৱলৈ সিহঁতৰ 'কন্‌ভয়' আহিব। আলিৰ এই পাকটোৰ ওচৰত এইখিনিতে এইটো কাল্‌ভাৰ্ট। এইটো 'ওৱেৰ-হাউছ'। এইখিনিতে এইটো জেনাৰেল ষ্টোৰ।...পহৰাদাৰবোৰৰ 'পজিচন্' এই কেইটা। পাচফালে পথাৰৰ দাঁতিত এইটুকুৰা ৰিজাৰ্ভৰ হাবি। কালভাৰ্টটোৰ ওচৰৰ এই হাবিখনৰ কথাতো তহঁতে জানই। ৰতনে মেপত প্ৰতিটো খবৰেই 'ইন-দিটেইলছ' দি পঠিয়াইছে।

'চা, আমাৰ কট্ দুটা হব। কালভাৰ্ট উৰুৱাই দিয়াৰ দায়িত্ব যেতিয়া তোৰ দলৰ মুকুল, তেতিয়া তোৰ দলৰ Exit এই হাবিৰেই কৰিবি।'

'আৰু তোৰ?'

'মোৰ দলৰ approch আৰু exit দুয়োটা ৰিজাৰ্ভৰ মাজেৰেই হব। অমূল্যহঁতৰ গাওঁৰ আলিটোৰেই আমি তালৈ যাম।'

'ঠিক আছে', ৰঞ্জিতৰ কথাৰ উত্তৰত মুকুলে কৈ যায়—'গধূলি আন্ধাৰ হোৱাৰ লগে লগেই মই অকলে নহয় কৃষ্ণকো লগত লৈ ঠাইডোখৰ ভালকৈ চাৰ্ভে কৰি আহিম। পাৰিলে বস্তুখিনি লগতে নি ঘনহঁতৰ বাৰীত থৈ আহিমগৈ। তাৰ পাচত বাকী কাম একেবাৰে ৰাতি দুপৰত একেটা সময়ত। আমাৰ সকলো মাল-মচলাতো ৰেডী হৈয়ে আছে! তোৰ দলৰ পজিচন কি?'

'আকৌ সুধিছ কিয়? মোৰ লেফ্‌টেনেন্ট কেইটাক কি বুলি ভাবিছ?'

'সিও হয়, পাছে এটা কথা, আজি পৰাপক্ষত কিশোৰ দলৰ কাকো লগত নিনিয়াই উচিত হব। আমি যি কেইটা নগলে নহয় খালি সেই কেইটাই যাম। বাৰু এতিয়া উঠা যাওক।'

'এৰা, আৰু দেৰি কৰাৰ কোনো মানে নহয়। আমি আহিছোঁ মুকুল। সময়টো মনত থাকিলতো? আৰু আমিতো লগালগি নহমেই!'

লগে লগে ৰঞ্জিত যাদৱহঁতক লৈ ঘৰৰ পাচফালৰ চোতালত ভৰি দিয়েহি। তাৰ পাচত আলিটোৰ ফালে চাই হেজৰ বিষ্কাটোৰে দুয়ো ওলাই গৈ চকুৰ আঁৰ হৈ যায়।

মুকুলে মেপ আৰু কাগজখিনিৰ ওপৰত শেষবাৰৰ কাৰণে চকু ফুৰাই লৈ আগৰ দৰে দিয়াচলাই কাঠিৰে জ্বলাই পুৰি ছাই কৰি পেলায়। কাৰণ কাগজখিনি মিলিটাৰী ষ্টোৰৰ। অসাৱধানতাত কাৰোবাৰ হাতত পৰিলে অকল মুকুলহঁতেই কিয়, ষ্টোৰত টেম্পৰেৰী কেৰাণীৰ কাম কৰা ৰতন গগৈয়ো ভয়ঙ্কৰ বিপদত পৰি যাব পাৰে। প্ৰতি খোজত মুকুল-কৃষ্ণহঁত আজিকালি খুব সাৱধানে চলিবলগীয়া হৈছে।

তলতীয়া সকলোকে এজন-এজনকৈ লগাই যিটো কাম সমাধা কৰাটো সম্ভৱ নহ'ল, সেইটো কাম সমাধা কৰিবলৈ স্বয়ং এছ-পি চাহাবে নিজেই দায়িত্ব লয়।

আচলতে মানুহটো ভীৰু। সেয়ে বীৰত্ব প্ৰকাশ কৰিবলৈ গৈ পদমৰ্য্যাদাৰ গাম্ভীৰ্য্য এৰি সময়ত মাত্ৰাজ্ঞানো পাহৰি যায়। বিশেষভাৱে ব্যৱহৃত সৰু কোঠাটোত সৰু টুল এখনৰ ওপৰত জ্যোতিক বহুৱাই লৈ এছ-পি চাহাবে মেকেঞ্জী চাহাবে উল্লেখ কৰা 'পুট্ দি ওৱৰ্কছ' বাক্যটোকে হাতে-কলমে প্ৰয়োগ কৰিছে। ইতিমধ্যে অমানুষিকভাৱে এক প্ৰস্থ চলায়ো দত্ত চাহাবৰ যেন হেঁপাহ পলোৱা নাই। জ্যোতিৰ কপালৰপৰা নতুনকৈ বৈ অহা তেজৰ ধাৰাটোলৈকো গ্ৰাহ্য নকৰি, সেই একেটা প্ৰশ্নই তেওঁ ঘূৰাই ঘূৰাই সুধি আছে—'কোৱাঁ, এতিয়াও কোৱাঁ তোমাৰ লগত কোন কোন আছিল ?'

শাৰীৰিক কষ্টত জ্যোতিৰ গাল-মুখ-চকু সকলো বঙা হৈ ফুলি উঠিছে। টুলত ভালকৈ বহিবই পৰা নাই। তথাপি সেই অৱস্থাতেই লাহে লাহে মূৰটো তুলি সি উত্তৰ দিয়ে—'মইতো বাৰে বাৰে কৈছোঁ এছ-পি চাহাব, আপোনাৰ সকলো প্ৰশ্নৰ উত্তৰ একেটাই : 'মোৰ কবলৈ একো নাই।'

'No, ক'বলৈ আছে। সকলো কথা তুমি কব লাগিব। You are going to talk, কোৱাঁ আৰু কোন আছিল তোমাৰ লগত ?'

জ্যোতি নিৰুত্তৰ। খন্তেক জ্যোতিৰ মুখলৈ কঠোৰ দৃষ্টিৰে চাই থাকি দত্ত চাহাবে কৈ যায়—'So, you reprse to talk ? But I will make you talk, কোৱাঁ—কোৱাঁ—কোৱাঁ···' এইবুলি জ্যোতিৰ গালত ঠাঁচ ঠাঁচকৈ কেবাটাও চৰ শোধাই দিয়ে দত্ত চাহাবে। পাচকালে অসহনীয়ভাৱে থিয় দি থকা ৰাজেনে আৰু সহ্য কৰিব নোৱাৰি চিঞৰি উঠে—'ছাৰ···'

চকুত জুই-শিখা লৈ এছ-পি চাহাবে ৰাজেনৰ মুখলৈ ঘূৰি চায়। জ্যোতিৰ মূৰটো কঁপি কঁপি সন্মুখলৈ সামান্য ঢলি পৰে। কপালৰ সৰু বেণ্ডেজটো বঙা হৈ উঠে তেজেৰে। মুহূৰ্তৰ কাৰণে তাৰ ওপৰত চকু পৰে দত্ত চাহাবৰ। পেটে পেটে হয়তো স্বীকাৰ কৰে তেওঁ যি কৰিছে সেইয়া সীমা চেৰাই গৈছে—বিশেষকৈ ৰাজেনৰ সমুখত। কিন্তু তথাপিও নিজৰ শক্তি প্ৰদৰ্শনত কাৰ্পণ্য নকৰি আকৌ কয়—'এইয়া মাথোঁ আৰম্ভনিহে। মনত ৰাখিবা !'

সিমানৰ পিচতো জ্যোতিয়ে নিৰ্ভীকভাবে কয়—'মোক ভয় দেখুৱাইছে আপুনি ?'

'তাৰ প্ৰমাণ অচিৰে পাবা ! এই এছ-পি দত্ত চাহাবক তুমি বোধহয় এতিয়াও চিনা নাই !'

'চিনিছোঁ দত্ত চাহাব ; মই নেলাগে এই চহৰৰ সৰু সৰু ল'ৰাবোৰেও



আপোনাক ভালকৈ চিনি পাইছে ! মাথো আপুনিহে চিনি পোৱা নাই মোক—এই জ্যোতি নামৰ মানুহটোক।'

জ্যোতিৰ কথাত তাচ্ছিল্য কৰি দত্ত চাহাবে কৈ উঠে—'দম্ভ দেখিছোঁ এতিয়াও আছে ? আৰু দুদিন পাচত চাম বাৰু তোমাৰ এই দম্ভ ক'ত থাকে। এই হাবিলদাৰ !'

'হুজুৰ !'

ৰাজেনৰ ওচৰত থিয় দি থকা হাবিলদাৰলৈ ঘূৰি চাই দত্ত চাহাবে হুকুম দিয়ে—'এই, লৈ যা ইয়াক ছেলত আকৌ ভৰাই থ'গে। খাবলৈ কেৱল পানী দিবি, বাকী চব বন্ধ। যা লৈ যা।'

হুকুমমতেই হাবিলদাৰে জ্যোতিক ধৰি লৈ কোঠাটোৰপৰা ওলাই যায়। এছ-পিয়ে এবাৰ জ্বলন্ত দৃষ্টিৰে ৰাজেনৰ মুখলৈ চাই, গাৰ কাষেদিয়েই গপ্‌গপাই গুচি যায়।

সকলো যোৱাৰ পাচতো একে ঠাইতে শিলৰ মূৰ্তিৰ দৰেই থৰ লাগি ৰৈ যায় ৰাজেন।

অসহায় ক্ৰোধত, অপৰিসীম হতাশাত দুয়ো হাতেৰে নিজৰ মূৰটো চেপি ধৰি, অস্থিৰ খোজেৰে সিও অলপ পিচতে কোঠাৰপৰা ওলাই খোজ লয়। কিন্তু কোনফালে ক'লৈ যাব সেইটোহে সি ঠিক কৰিব নোৱাৰে।

ঠিক ৰাজেনৰ দৰেই নিৰ্জন শোৱা-কোঠাৰ খিৰিকীমুখৰপৰা অহল্যায়ো নিজৰ মূৰটো দুয়ো হাতেৰে হেঁচি ধৰি, ঢলি ঢলি আগবাঢ়ে বিছনাখনৰ কাষলৈ। কিন্তু বিছনাখনো কোনফালে আছে, তাক যেন এই মুহূৰ্তত অহল্যাই মনত পেলাব পৰা নাই।

ইয়াৰ ভিতৰতে অহল্যাৰ চকু দুটা গাঁতলৈ সোমাই গৈছে। নেথাই নেথাই শৰীৰটো ইমান দুৰ্বল হৈ পৰিছে যে খোজ কাঢ়িলেই মূৰটো ফাটি চৌচিৰ হৈ যাব খোজা যেন লাগে। সমুখত কি আছে অহল্যাই একো নেদেখে। চকুৰ দৃষ্টি ঘোলা হৈ গৈছে। দুয়ো হাতেৰে মূৰটো হেঁচি ধৰি অহল্যাই নিজকে যেন প্ৰশ্ন কৰে—'কি হ'ল ? মোৰ কি হ'ল ? গাটো কিয় ইমান বেয়া লাগিছে ?'

নিজৰ ৰোগমুক্ত নিখুঁত স্বাস্থ্যৰ শৰীৰটোক লৈ এই প্ৰথম অহল্যাই বৰ ভয় খাই উঠে। আয়াজনী ক'ত ?

কোঠাৰ দুৱাৰখনলৈ অনুমান কৰি, আয়াক মাত দিয়াৰ উদ্দেশ্যেই অহল্যা

আগবাঢ়ে। কিন্তু দুটা খোজ দিয়েই বুজিব পাৰে, দুৱাৰৰ ওচৰলৈ যোৱাৰ শক্তি তেওঁৰ নাই। মূৰটো অসম্ভৱ ধৰণে ঘূৰিছে। গতিকে দুৱাৰৰ পৰিবৰ্তে আকৌ বিছনাখনৰ ফালেই ঘূৰি আহিবলৈ চেষ্টা কৰি 'আয়া, আয়া' বুলি চিঞৰি উঠে।

কিন্তু পিচ মুহূৰ্ততে ঘটি যায় এটা ঘটনা। মূৰ ঘূৰণিত দেহাৰ ভাৰসাম্য ৰাখিব নোৱাৰি অজ্ঞান হৈ মাটিত পৰি যায়।

ঘৰৰ ভিতৰফালৰ চোতালৰ মুকলি বাৰাণ্ডাৰ মূৰত, ওপৰ মহলালৈ উঠা চিৰিটোৰ এটা চাপত আয়া বহি আছে। দুটা চাপৰ তলত মালী আৰু বেহেৰাটো। তিনিওৰে ভিতৰত বিবিধ বিষয় লৈ আলোচনা চলিছে—চহৰৰ বৰ্তমান পৰিস্থিতিয়েই আলোচনাৰ মূল বিষয়বস্তু।

কিন্তু তাৰ মাজতে এবাৰ আয়াই ওপৰলৈ মূৰ তুলি হঠাৎ কৈ উঠে: 'এই বহচোন, আইদেৱে মাতিছে নেকি? হঠাৎ মতা যেন শুনিলোঁ দেখোন!'

বেহেৰাটোৱে হাঁহি মাৰি কয়—'মতা শুনিলি? হেৰৌ থ থ, তোক আকৌ আইদেৱে মাতিবলৈ যাব কিয়? ওচৰলৈ গলেই দেখোন খেদাই হে দিয়ে।'

'সেইটো সঁচা, কিন্তু এনেকৈ আৰু কিমান দিন চলিব? নাই, এখন টেলিগ্ৰাম দি দেউতাক মাতি পঠোৱাই ভাল হব।'

'আৰে থ, তোৰ কি দৰকাৰ? আমি আৰামত আছোঁ। তই আকৌ হাকিমক মাতি পঠোৱাৰ কি দৰকাৰ? কাম খতম্ হলেতো নিজেই আহিব।... এই মালী, তোৰ ঘৰলৈকে যাওঁ ব'ল। বিড়ী এটা খাওঁগৈ।'

দুয়ো মালীৰ ঘৰৰ ফালে আঁতৰি যায়। আয়া কিন্তু একে ঠাইতে বহি ৰয়। মালী বা বেহেৰা—বাবুৰ্চীৰ তুলনাত যে অহল্যাৰ প্ৰতি তাইৰ দায়িত্ব বহুত বেছি সেইটো তাই বেছ বুজে। তাই বুজে—তাই নহলে অহল্যা এটা দিনো থাকিব নোৱাৰে।

বিজাৰ্ভৰ মাজত বিশেষভাৱে যুগুত কৰি লোৱা গুপ্ত ঠাইডোখৰৰপৰা লুকাই লুকাই ৰঞ্জিত, যাদব আৰু মহেন্দ্ৰই মুখত বেছ তৃপ্তিৰে চাই আছে—কিছু দূৰত জলি উঠা ঘৰটোলৈ। এই একেটা সময়তে, আন এঠাইত ডাঙৰ ডাঙৰ কেইটামান শব্দ শুনিব বুলিও সিহঁতে আশা কৰিছিল; কিন্তু এতিয়ালৈকে সেই শব্দ নহাত সিহঁত চিন্তিত হৈ উঠে।...কি হ'ল? ইমান পলম কিয় হৈছে বাৰু?

'এই আমি ইয়াৰপৰা যাওঁগৈ ব'ল। ইয়াত আৰু থকাটো উচিত নহব।'



গুপ্ত ঠাইৰপৰা তিনিও নিঃশব্দে ওলাই আহি ততাতৈয়াকৈ হাবিৰ মাজেৰে চমু বাট ধৰি অমূল্যহঁতৰ গাৱঁৰ ফালে খোজ চলাই দিয়ে।

হিচাপত কিবা এটা হয়তো ডাঙৰ ভুল কৰিছিল মুকুলে। সেয়ে ঠিক সময়ত কাল্‌ভাৰ্টৰ তলত বিস্ফোৰণ হৈ কাল্‌ভাৰ্ট চূৰ্ণ কৰি দিয়াৰ যি কথা আছিল সি একেবাৰেই ব্যৰ্থ হৈ গ'ল।

অথচ কি ভুল হ'ল, তাক কাল্‌ভাৰ্টৰ তললৈ গৈ পৰীক্ষা কৰাৰো সময় নাই। মিলিটেৰী ট্ৰাকৰ কন্‌ভয়টো আহি ওচৰ পাইছেহি। লানি নিছিগা এখনৰ পাচত এখন ট্ৰাক দূৰৰ নিৰাপদ ঠাইৰপৰা চাই থকা মুকুলহঁতৰ চকুৰ আগেদিয়েই পাৰ হৈ যায়। কাল্‌ভাৰ্টটোৰ চুলিমানো ক্ষতি নহয়।

দলৰ গোটেইকেইটা বৰ হতাশ হৈ পৰে। কিন্তু এতিয়া আক্ষেপ কৰি লাভ কি? বৰঞ্চ তাৰপৰা যিমান সোনকালে আঁতৰি যাব পাৰে সিমানেই মঙ্গল। সময় নষ্ট নকৰি, তাত সিহঁতৰ উপস্থিতিৰ সকলো চিন-চাব নষ্ট কৰি অমূল্যহঁতৰ গাৱঁৰ ঠিক বিপৰীত ফালে থকা ঘনহঁতৰ গাওঁ অভিমুখে খোজ লয়। ঘনহঁতৰ গাওঁ এৰি চহৰ পাবলৈ খুব কমেও দুঘণ্টা লাগিব। মুকুলৰ দলে খোজৰ গতি ক্ৰমাৎ বঢ়াই দিয়ে।

একালে বিশ্বজুৰি জলি উঠা মহাসমৰৰ জুই, আনফালে পূৱ, পশ্চিম, উত্তৰ দক্ষিণৰ চহৰে চহৰে, গাৱেঁ-গাৱেঁ আৰম্ভ হোৱা আন্দোলন, সত্যাগ্ৰহ, সন্ত্ৰাসৰ প্ৰচণ্ড উত্তাপ। কিন্তু ইয়াৰ মাজতো এনে বহুত সৰু সৰু চহৰ আছে, য'ত পৃথিবীৰ কোনো ধৰণৰ উত্তাপেই স্পৰ্শ কৰিব পৰা নাই।

ঠিক তেনে এখন চহৰৰে, সম্পূৰ্ণ পাশ্চাত্য ধৰণৰ লাহবিলাহেৰে পূৰ্ণ, ফলে-ফুলে জাতিকাৰ বিৰাট হোটেল এখনৰ দক্ষিণমুখীয়া ডাঙৰ কোঠা এটাত মাদৈগড় চাহ বাগিচাৰ প্ৰপ্ৰাইটৰ বৰুৱা ডাঙৰীয়া। বিশেষ কিছুমান কাগজ-পত্ৰ লৈ বৰ ব্যস্ত হৈ আছে। তেওঁৰ ওচৰত থিয় দি আছে বাগিচাৰ মেনেজাৰ নবেন কটকী। কটকীয়ে এখন এখনকৈ কাগজ আগবঢ়াই দিছে, বৰুৱা ডাঙৰীয়াই তাৰ ওপৰত চকু ফুৰাই চহী কৰি গৈছে।

সেই ব্যস্ততাৰ মাজতে এবাৰ হোটেলৰ ইউনিফৰ্ম পিন্ধা স্মাৰ্ট বেহেৰা এটাই সৰু ট্ৰে এখনৰ ওপৰত টেলিগ্ৰাম এখন লৈ কোঠালৈ সোমাই আহে। টেবুলৰ একাষে ট্ৰেখন থৈ চাহাবক চেলাম দি আকৌ নিঃশব্দে ওলাই যায়।

হাতৰ কলমটো থৈ লাহেকৈ টেলিগ্ৰামখন খুলি বৰুৱাই এবাৰ চকু ফুৰাই

চাই খন্তেকপৰ চিন্তিতভাৱে মনে মনে ৰয়। তাৰ পাচত টেলিগ্ৰামখন টেবুলৰ একাষে আঁতৰাই থৈ কটকীৰ মুখলৈ চায়ঃ 'কটকী, গৰ্ভৰ্ণমেন্টৰ লগত বিশেষভাৱে আলোচনা কৰিবলৈ আমাৰ কোনকেইটা বিষয় বাকী আছে ?'

'এগ্ৰিকাল্‌চাৰেল ইন্‌কমটেক্স বিষয়টোৰ বাহিৰে বিশেষ আৰু নাই ছাৰ।'

'বাৰু ঠিক আছে, সেইটো কৰিবলৈ মই আৰু সময় নেপাম। তুমিয়েই কৰিব লাগিব। মই অফিচৰ ৰবচাহাব আৰু ছেক্ৰেটাৰীলৈ এতিয়াই ফোন কৰি জনাই দিম—তুমিয়েই যাতে মোক ৰিপ্ৰেজেন্ট কৰিব পাৰা। তুমি যি কেইদিন ইয়াত থাকিবলগীয়া হয় থাকি যোৱাঁ। তাৰ পাচত চিধা বাগিচালৈ যাবাগৈ।'

'ভাল ছাৰ···কিন্তু আপুনি ?'

'এৰা, মই যাবলগীয়া হ'ল হঠাৎ। এইখন টেলিগ্ৰাম, চোৱাঁ। অহল্যাৰ টান অসুখ। হঠাৎ নো ছোৱালীজনীৰ কি হ'ল বুজিবই পৰা নাই।' এইবুলি অলপ ৰৈ আকৌ 'বাৰু, তুমি এইবোৰ থৈ ড্ৰাইভাৰটোক মোৰ গাড়ী সাজু কৰি থবলৈ কোৱাগৈ। লাঞ্চৰ পাচতে মই ৰাওনা হ'ম।'

টেবুলৰ কাগজ-পত্ৰবোৰ সামৰি লৈ কটকী ওলাই যাব খোজোঁতেই পুনৰ বৰুৱা ডাঙৰীয়াই মাত দিয়ে—

'আৰু শুনা, তোমাৰ ইয়াত কিবা অসুবিধা হলে, নাইবা কিবা important problem arise কৰিলে মোলৈ ট্ৰাঙ্ককল কৰিবা। ঘৰৰপৰা টেলিফোনযোগে কি কৰিব লাগিব মই জনাম।'

কটকী ওলাই যায়।···চিন্তিত মনেৰে চুৰট এটা জলাই লৈ বৰুৱা ডাঙৰীয়াই কিছু সময় কোঠাৰ ভিতৰত এনেয়ে পায়চাৰি কৰি থাকি শেষত বেড্‌ৰুমটোলৈ সোমাই যায়।

নীলা ছেডৰ টেবুল লেম্পটো কোঠাৰ এঢ়াঁতিয়ে জলি থকাৰ বাহিৰে কোঠাটোত আৰু কোনো পোহৰ নাই। ওচৰৰ সৰু কোঠাটো ইতিমধ্যে একপ্ৰকাৰ ডিচ্‌পেন্সাৰী হৈ উঠিছে।

বিছনাৰ শিতানত থকা সৰু টেবুলখনতো দৰবৰ বটল, টনিক, ট্ৰেত ঢাকি থোৱা ফল-মূল। মজিয়াৰ ডাঠ কাৰ্পেটৰ ওপৰত ড্ৰেছিং গ্ৰাউন পৰিহিত বৰুৱা ডাঙৰীয়া গভীৰ চিন্তিতভাৱে ইফালে-সিফালে অহা-যোৱা কৰি আছে।

বিছনাত ওপৰলৈ মুখ কৰি নিঃসাৰ হৈ পৰি আছে অহল্যা। ভৰি-পথানৰ ফালে মূঢ়া এটাত বহি লৈ আয়াই অহল্যাৰ ভৰি দুটা লাহে লাহে পিহি দিছে।



কোঠাৰ ভিতৰত নিঃশব্দ ব্যস্ততাৰে কৰ্তব্যৰত নাৰ্ছ গবাকীয়ে হাতৰ থাৰ্মমিটাৰটো কেছত ভৰাই থৈ টেবুলত থকা 'টেম্পাৰেচাৰ চাৰ্ট'খনত কিবা এটা লিখি থয়। তাৰ পাচত ট্ৰে এখনত কেইবিধমান দৰবৰ বটল গোটাই লৈ ওচৰৰ সৰু কোঠাটোলৈ সোমাই যায়।

শোৱা কোঠাত গভীৰ নিস্তব্ধতা বিৰাজ কৰে। কাৰো মুখত কোনো কথা নাই। হঠাৎ বৰুৱা ডাঙৰীয়াই টেম্পাৰেচাৰ চাৰ্টখনলৈ খন্তেক চকু ফুৰাই লাহেকৈ আয়াক সোধে—'আয়া, আজি দুসপ্তাহ পাৰ হৈ গ'ল নহয় ?'

'হয় চাহাব !'

জীয়েক অহল্যাক লৈ বৰুৱা যেন বৰ চিন্তিত হৈ উঠিছে। ইমান প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰা, বাংচালী ছোৱালীজনীৰ হঠাৎ যে কি হৈ গ'ল বৰুৱাই একো বুজিব পৰা নাই। আচৰিত ধৰণে ভাগি পৰিছে ছোৱালীজনী। ডাক্তৰৰ মতেতো তাইৰ কোনো বেমাৰেই নাই।···তেনেহলে ?

বৰুৱা ডাঙৰীয়াৰ মনত বহুত চিন্তাই দেখা দিয়ে। নানান লেঠাত তেওঁ নিজকে ইমান ব্যস্ত ৰাখি আহিছে যে তাৰ মাজত মাতৃহীনা অকলশৰীয়া ছোৱালীজনীক যিমানখিনি সঙ্গ দিব লাগিছিল, যিমানখিনিস্‌লক্ষ্য ৰাখিব লাগিছিল, সিমানখিনি তেওঁ কৰিব পৰা নাই। হয়তো তাইৰ এই অসুখ বহুদিনৰপৰাই হৈছে। কিন্তু তেওঁ গম নাপায়।

নিজকে বৰ অপৰাধী যেন অনুভৱ কৰে বৰুৱাই। অহল্যাৰ কাষতে বহি লৈ গভীৰ মৰমেৰে তেওঁ জীয়েকৰ শেঁতা, শুকান মুখখনলৈ নিঃশব্দে চাই থাকে।

অহল্যাৰ দৰেই একেভাবে নিশ্চল হৈ পৰি আছে জ্যোতিও। অৱশ্যে ননীকোমল শুভ্ৰ বিছনাৰ অপৰ্য্যাপ্ত আৰাম-প্ৰাচুৰ্য্যৰ মাজত নহয়, ছেলৰ ধূলি-মলিন মজিয়াতহে। জ্যোতিৰ এখন ভৰি কোঁচ খোৱা। গাল-মুখৰ ওপৰেদি দীঘলকৈ মেলি দিয়া হাতখন মজিয়াৰ ধূলিৰ ওপৰত অৱশ হৈ পৰি আছে। প্ৰায় অৰ্দ্ধনগ্ন দেহাটোৰ মাজছোৱাত অসংখ্য নীলা নীলা বেতৰ দাগ। কৌশল কৰিয়েই দত্ত চাহাবে জ্যোতিৰ শৰীৰৰ এনেবোৰ ঠাইত বেত মৰাইছে যাতে ক'টৰ মানুহৰ আগত কাপোৰ পিন্ধাই উলিয়ালে কাৰো চকুত নপৰে।

প্ৰকৃততে কামত যিয়েই নহওক, নামত আৰু দেখাত কিন্তু জ্যোতিৰ অপৰাধৰ বিচাৰ পূৰ্ণোদ্যমেই চলিছে। শাস্তিও যে কঠোৰ হব তাতো সন্দেহ নাই। তথাপি এছ-পি চাহাবৰ হিংস্ৰ আক্ৰোশটো শাম কটা নাই। ক্ষন্তেক

আগতে অমানুষিক এক পর্ব শেষ কৰি ভবিৰ ওচৰৰ মজিয়াত মৰাৰ দৰে পৰি থকা জ্যোতিলৈ নিৰ্বিকাৰ হৈ চাই আছে। মুখত ফুটি উঠিছে নিষ্ঠুৰ পৰিতৃপ্তিৰ ভাব।

'ছাৰ বেহুচ্ হৈ গৈছে।'

'হুঁ? বুজিছোঁ। চকু-মুখত পানী মাৰা। He will come round.?

দত্ত চাহাবৰ দৰেই বৰ্বৰ হাবিলদাৰটোৱে হাতৰ বেত থৈ, জ্যোতিৰ মুখত পানী ঢালিবলৈ আৰম্ভ কৰে। ভালেখিনি সময়ৰ মূৰত অলপ অলপকৈ জ্যোতিৰ জ্ঞান ঘূৰি আহে। মুখৰপৰা অস্পষ্ট কাতৰোক্তি ওলাই অহাৰ লগতে শৰীৰতো যেন সামান্য প্ৰাণ সঞ্চাৰ হয়। তাৰ পাচত লাহে লাহে সি চকু দুটা মেলে। কিন্তু একো নেদেখে। চকুৰ সমুখত যেন সকলো ধোঁৱা। তাৰ মাজত অস্পষ্ট হৈ ভাঁহি উঠিছে ক'লা ক'লা একোটা ছাঁ।

'So you have come round. Good; ইয়াৰ পাচৰটোৰ কাৰণে আকৌ সাজু হৈ থাকিবা। I will be comming soon. ইয়াৰ ভিতৰতে think of change your mind—and talk' এই বুলি বায়ক নিৰ্দেশ দি দত্ত চাহাব কোঠাৰপৰা ওলাই যায়।

জ্যোতিয়ে কিন্তু একো নেদেখে—একো নুশুনেও। শাৰীৰিক কষ্টত অস্পষ্ট কাতৰোক্তিৰে সামান্য ইকাটি সিকাটি কৰি দীঘলকৈ উশাহ লৈ আকৌ লাহে লাহে চকু মুদে। হয়তো সাময়িকভাৱে আকৌ অজ্ঞান হৈ পৰে।

মেচৰ ডাঙৰ কোঠাটোত গোট খোৱা তৰুণ-তৰুণী, কিশোৰ-কিশোৰীৰ দলটো বেছ ডাঙৰেই। কৃষ্ণ, মহেশ, যাদৱ, জয়াইঁতক এৰিও পুতুকণ, বীৰু, অকণ, আইমণি, ৰীণাৰ লগৰো বহুতো ল'ৰা-ছোৱালী গোট খাইছেহি। তিনি ঘণ্টা ধৰি সকলোৰে মাজত গভীৰভাৱে আলোচনা চলিছে। তাৰ মাজতে অধীৰভাৱে অপেক্ষা কৰিছে মুকুল-ৰঞ্জিতহঁতৰ আগমনলৈ। সকলোৰে মুখত দেখা দিছে হতাশা। জ্যোতিৰ হৈ ডিফেন্সৰ ভাৰ লব পৰা ঘৰৰ কোনো নথকাত, বন্ধু-বান্ধৱীৰ দলেই তাক চলাইছে। আইমণি-অকণহঁতকৈয়ো যেন আজি সেইসকলৰ দায়িত্ব বেছি।

আগ্ৰহ, আন্তৰিকতা, উৎসাহৰ অভাৱ এজনৰো নাই, যদিও সকলোৰে আটাইতকৈ ডাঙৰ অভাৱ হৈছে টকাৰ। এনেকুৱা এটা কেচ চলোৱাৰ আৰ্থিক সঙ্গতি দলগতভাৱেই হওক বা ব্যক্তিগতভাৱেই হওক, দলৰ এজনৰো নাই। অকণ-আইমণিকে আৰম্ভ কৰি দলৰ প্ৰত্যেকৰে যাৰ য'ত যি অলপ আছিল সেই সকলো ইতিমধ্যে নৰেন উকীলক দিওঁতেই শেষ হৈ গৈছে। কম খৰচত কাম হব বুলিয়েই নৰেন উকীলক মুকুলহঁতে লৈছিল; কিন্তু অভিজ্ঞ পাবলিক প্ৰচিকিউটাৰৰ বিপক্ষে তিষ্ঠিব নোৱাৰি নৰেন উকীলে কেচটো ভাল কৰাৰ পৰিবৰ্তে বেছি জটিলহে কৰি তোলাত সকলোৰে মনবোৰ বেছি হতাশ হৈ পৰিছে। তাৰ পৰিপ্ৰেক্ষিততে এইকেইদিন আন কি ভাল ব্যৱস্থা কৰিব পাৰি, তাৰেই আলোচনা চলিছে।

চহৰৰ যিসকল অভিজ্ঞ আৰু বয়সস্থ নেতাই এই বিষয়ত মুকুলহঁতক সহায় কৰিব পাৰিলেহেঁতেন, তেওঁলোকো বহুদিনৰেপৰা জেইলত। আনকি ডেকাচামৰো বহুতেই হয় জেইলত, নহয় আন ঠাইত আত্মগোপন কৰি আছে। তাৰে ফলত 'ডিফেন্সৰ' সম্পূৰ্ণ দায়িত্ব মুকুলহঁতে নিজেই মূৰ পাতি লবলগীয়া হৈছে।

ধলপুৱাতে মুকুল, ৰঞ্জিত, যাদৱ আৰু মহেন্দ্ৰ ঘৰৰপৰা ওলাই গৈছে। কিন্তু ঘণ্টাৰ পাচত ঘণ্টা অতিবাহিত হৈ যোৱা সত্বেও সিহঁত এটাৰো দেখা-সাক্ষাৎ নাই। অৱশ্যে মুকলিমূৰীয়া হৈ ঘূৰা-ঘূৰি কৰা মুকুল বা ৰঞ্জিত এটাৰ পক্ষেও সম্ভৱ নহয়। সেয়ে হয়তো সময় বেছি লাগিছে।

কোঠাৰ মাজত গুজৰি-গুমৰি আছে কৃষ্ণ, আনবোৰ দুঃচিন্তাৰ লগতে তাৰ ভয়ঙ্কৰ খং উঠিছে গোহাঁইৰ ওপৰত। ডাঙৰৰপৰা সৰুলৈকে সকলোৱে কিবা নহয় কিবা এটা লৈ ব্যস্ত, কিন্তু গোহাঁইৰ যেন কোনো কথাতে, কোনো অৱস্থাতে কোনো চিৰিয়াচনেছ নাই, কোনো ব্যস্ততা নাই।

পুৱা শুই উঠিবৰেপৰা কোনেও গোহাঁইক দেখা নাই। কোন পুৱতি নিশাতে যে সি মেচৰপৰা ওলাই গৈছে কোনেও নেজানে। অথচ তেতিয়াৰেপৰা এতিয়া এই এক-ডেৰ বজালৈকে সি ক'ত ঘূৰি ফুৰিছে, কোনেও কব নোৱাৰে। কৃষ্ণৰ মনৰ অৱস্থা কিছু বুজিব পাৰি জয়াই সামান্য হাঁহি এটাৰে সোধে 'কি হ'ল তোমাৰ? গোহাঁইদাৰ ওপৰত খং উঠিছে নহয়?'

'খং উঠাটো বৰ অন্যায় হৈছে নেকি?'

'নাই হোৱা, পাছে কিনো কৰিবা? মোৰ বোধেৰে তোমালোকৰ নৈশ অভিযান বাধ্য হৈয়ে সাময়িকভাৱে বন্ধ ৰাখিবলগীয়া হোৱাত গোহাঁইদা বোধকৰোঁ অধৈৰ্য্য হৈ উঠিছে—ঘৰৰ ভিতৰত আৰু সোমাই থাকিব পৰা নাই।'

'সেয়ে পুৱতি নিশাই আলিবাটত টহলি কুকুৰ-মেকুৰীৰ লগত গল্প কৰি

সময়বোৰ কটাবলগীয়া হৈছে? চোৱাঁ জয়া, মুকুলহঁতৰ লগত যেনিবা তাৰ যোৱাৰ প্ৰয়োজন নহ'ল, সেইবুলি সি ঘৰত থাকিব নোপায়নে? যাওক, ম'তে মৰে সি মৰক; এতিয়া আৰু তাৰ কথা নেভাবোঁ। কিন্তু মুকুলহঁতে বা কৰিছে কি? এতিয়াও কিয় নাহিল ভাবি পোৱা নাই।'

'বোধকৰোঁ শৰ্মা উকীলক সন্মত কৰাব পৰা নাই; নহলে তেওঁক লগেই ধৰিব পৰা নাই। এইবোৰ কেচত প্ৰতাপ শৰ্মা উকীলৰে আটাইতকৈ বেছি নাম নহয় জানো?'

'হয়, কিন্তু হলে কি হব, তেওঁকতো পোৱাই মস্কিল! বৰ ডিমাণ্ড। আৰু পালেও আমাৰ অৱস্থালৈ চাই…'

কৃষ্ণ-জয়াৰ কথাৰ মাজতে আইমণি আগবাঢ়ি আহি লাহেকৈ প্ৰশ্ন কৰে—'শুনিছোঁ শৰ্মা উকীলৰ ফিজ বোলে বহুত। তেওঁক পালেও যদি আমাৰপৰা বহুত বহুত টকা দাবী কৰে, তেতিয়া কি হব কৃষ্ণদা?'

কৃষ্ণই উত্তৰ দিয়াৰ আগতে মহেশে আইমণিৰ মুখলৈ চাই কয়—'দাবী কৰিলেও উপায় নাই আইমণি। আমি যেনেতেনে সেই টকা যোগাৰ কৰিবই লাগিব।'

'ঠিকেই, টকাৰ অভাৱত শৰ্মা উকীলক আমি হেৰুৱাব নোখোজোঁ। বাৰু, আমি ঘৰে ঘৰে 'ডনেশ্যন' তুলিলে কেনে হয়? মানুহে নিদিবনে?'

আলোচনাত কিশোৰ দলেও যোগ দিয়েহি। জয়াৰ প্ৰস্তাৱত বীৰুৱে টপৰাই মাত লগায়: 'কেলেই নিদিব জয়া বাইদেউ! নিশ্চয় দিব। জ্যোতি ককাইদেউকতো চহৰৰ সকলোৱে ভাল পায়।'

'সেইবুলি যে আকৌ আমাৰ ভাগ্য-নিয়ন্তা চৰকাৰ বাহাদুৰক মানুহবোৰে বেছি ভয় কৰে বীৰু! কিহৰ কাৰণে 'ডনেশ্যন' লাগে গম পালে হয়তো চি-আই-ডিৰ ভয়ত ইচ্ছা থাকিলেও দিবলৈ সাহ নকৰিব।'

'নকৰিলে নেলাগে দিব; পইচাৰ কাৰণে যদি আমাৰ ঘৰ-মাটিও বেচি দিবলগীয়া হয়, মই তাকো কৰিম। তথাপি ককাইদেউৰ best difence হবই লাগিব।'

'আইমণি, তুমি চিন্তা নকৰিবা। ঘৰ-দুৱাৰ, মাটি-বাৰী তুমি বেচিব নালাগে।'

কৃষ্ণই আইমণিৰ ওচৰ চাপি গৈ মৰমেৰে আকৌ যোগ কৰে: 'জ্যোতি তোমাৰ বা অকণৰ যিমান আপোন, যিমান মৰমৰ, এই চহৰৰ প্ৰত্যেক ল'ৰা-ছোৱালী, ডেকা-গাভৰুৰ ওচৰতো তেওঁ সিমানেই আপোন—সিমানেই মৰমৰ।'



'মাথো এগৰাকীৰ বাহিৰে।'

পুতুকণৰ কথাত আইমণিৰ মুখৰ ভাব ক্ষন্তেকতে পৰিবৰ্তন হয়। তাৰ মুখলৈ চাই তাই প্ৰায় ডবিয়ায়েই উঠে 'মনে মনে থাক পুতুকণ! সেই নাম তই উচ্চাৰণ নকৰিবি। সেই নাম মই শুনিব নোখোজোঁ, সেই মুখ মই চাব নোখোজোঁ।'

ক্ষন্তেকলৈ কোঠাৰ ভিতৰত অখণ্ড স্তব্ধতাই বিৰাজ কৰে। তাৰ পাচত আইমণিৰ কঠোৰ হৈ উঠা মুখখনলৈ অলপ সময় নিঃশব্দে চাই থাকি জয়াই লাহেকৈ প্ৰশ্ন কৰে: 'আইমণি, তুমি জানো অহল্যাক কেতিয়াবা দেখিছা?'

'নাই দেখা জয়া বাইদেউ! ইয়াৰ ঘৰলৈ ককাইদেৱে আমাক লৈ অনাৰ আগতেই কলেজ এৰি অহল্যা গুচি যোৱাৰ কথা শুনিছিলোঁ। তথাপি এদিন হেঁপাহ হৈছিল এবাৰ চাবলৈ। ভাবিছিলোঁ, যিজনী ছোৱালী আপোনালোকৰ কলেজৰ বান্ধবী আছিল, যিজনী ছোৱালীক এদিন ককাইদেৱে ভাল পাইছিল, তাইনো দেখিবলৈ কেনেকুৱা! কিন্তু আজি আৰু মোৰ সেই ইচ্ছা নাই জয়া বাইদেউ! তাই যেন ভুলতো আৰু মোৰ চকুৰ সন্মুখলৈ কোনোদিন নাহে।'

'কি সাহত আহিব?'

বীৰুৰ মুখলৈ চাই জয়াই সামান্য হাঁহি কয়, 'এৰা, তই ঠিকেই কৈছ। কিন্তু এতিয়া সেইবোৰ বাদ দে। এই মুহূৰ্তত আমাৰ মাজত অহল্যাৰ আলোচনা একেবাৰে নিষ্প্ৰয়োজন। তাতকৈ বৰঞ্চ সকলোৱে এতিয়া ডনেশ্যনৰ টকা কেনেকৈ তোলা যায় তাৰ কথাহে চিন্তা কৰা।'

চিন্তাৰ মাজতে মহেশে এবাৰ কাণ থিয় কৰি কিবা এটা শুনিবৰ চেষ্টা কৰে। পাচপাকত বেছ উৎসাহেৰে সকলোৰে মুখলৈ চাই কয়—'সেইয়া শুনা কোনোবা অহা যেন লাগিছে। বোধকৰোঁ মুকুল-ৰঞ্জিতহঁতৰে কোনোবা এটা হব।'

অধীৰ আশা লৈ কোঠাৰ প্ৰত্যেকেই বন্ধ দুৱাৰখনলৈ চাই ৰয়। দেখে, দুৱাৰখন লাহে লাহে মেল খাইছে। ক্ষন্তেক পাচতে দুৱাৰৰ সামান্য ফাঁকটোৰে অলপকৈ মূৰটো উলিয়াই যিজনে ভিতৰলৈ চালে তেওঁ কিন্তু মুকুলো নহয়, ৰঞ্জিতো নহয়, সেয়া স্বয়ং গোহাঁই।

গোহাঁইক দেখিয়ে যেন কৃষ্ণৰ খঙৰ জুইকুৰা দপকৈ জলি উঠে। সি প্ৰায় ভেকাহি মাৰিয়ে কৈ উঠে—'ৰাস্কেল! ৰাতিপুৱাৰপৰা ক'ত ঘূৰি ফুৰিছিলি?'

'কিয়?' গোহাঁয়ে সোধে।

'কিয়, আকৌ সুধিছ ! উকীল-কাছাৰী কৰি মুকুল-বঞ্জিতহঁতে বলিয়াৰ দৰে ঘূৰি ফুৰিছে। কাৰো হাতত এটা ফুটা কড়িও নাই, অথচ তোৰ কোনো চিন্তা নাই। নিৰ্বিকাৰ হৈ পুৱাবেপৰা ক'ত ঘূৰি ফুৰিছিলি ?'

গোহাঁয়ে তাৰ উত্তৰ নিদি সোধে : 'বাৰু তহঁতক এতিয়া টকা লাগে নেকি ? কিমান লাগে ?'

'কিমান টকা আছে অ' তোৰ ?'

'ঠিক ক'ব নোৱাৰোঁ ; গণি চাব লাগিব।'

'বাস্কেল ! তাৰ ইমান টকা আছে যে নগণিলে সি কবই নোৱাৰে ! এই তোৰ কিমান টকা আছে অ' ?'

কৃষ্ণৰ বিক্ৰপটো নিঃশব্দে হজম কৰি লাহে লাহে গোহাঁই কোঠালৈ সোমাই আহে ; আৰু দুৱাৰৰ নিচেই ওচৰতে বহি থকা কিশোৰী মীনুৰ মুখলৈ চাই লাহেকৈ কয়—'চাওঁ ভন্টি, তোৰ চাদৰৰ আঁচলটো মেলি ধৰচোন।'

'আঁচল ?'

'অঁ, অঁ আঁচলটো মেলি ধৰ।'

গোহাঁইৰ আদেশত বিবুদ্ধি হৈ মীনুৱে যন্ত্ৰবৎ চাদৰৰ আগটো দুয়ো হাতেৰে মেলি ধৰে। গোহাঁয়ে ইমান সময়ে গাৰ পাচফালে আঁৰ কৰি থোৱা ফাইবাৰৰ পুৰণা সৰু এটাছি কেছটো মেলি, মীনুৰ আঁচলৰ ওপৰত উবুৰিয়াই দিয়ে।

মুহূৰ্ততে মীনুৰ আঁচল ভৰি উঠে চকুত চমক লগোৱা বহুবিধ অমূল্য সম্পদেৰে —পাঁচ টকীয়া, দহ টকীয়া, এশ টকীয়া নোট, মোটা ড্ৰাফ্‌টৰপৰা আধলি-শিকি মিহলি অসংখ্য টকা-পইচাৰে। এইবোৰৰ উপৰিও বিশেষভাৱে তাৰ মাজত জিলিকি উঠে ছটা সোণৰ আঙঠি, তিনিযোৰ ইয়াৰিং আৰু এধাৰ নেকলেছ।

বহু সময়লৈকে বজ্ৰাহতৰ দৰে নিস্তব্ধ হৈ যোৱা কোঠাটোত এবাৰ ডাঙৰকৈ উচুপি উঠাৰ দৰে মীনুৱে হাঁহি-অশ্ৰুৰ মাজত থোকাথুকি মাতেৰে চিঞৰি উঠে : 'এয়া—এয়া যে বহুত টকা, বহুত সোণ গোহাঁইদা ! অপৰিসীম বিস্ময়ত স্তব্ধ হৈ যোৱা জয়াও এইবাৰ উঠি আহে। আনন্দ-উত্তেজনাত নিজক পাহৰি মীনুৰ আঁচলৰ মাজত দুয়োখন হাত ভৰাই টকাবোৰ লিৰিকি-বিদাৰি চাই মীনুৰ দৰে চিঞৰি উঠে—'এয়া যে বহুত টকা গোহাঁইদা ! ক'ত পালা ? কোনে দিলে তোমাক ইমানবোৰ টকা ?'

'কোনে দিব আৰু ? মানুহে দিছে জয়া ; মানুহবোৰ সঁচাই বৰ ভাল। কিন্তু কৃষ্ণই দেখিছোঁ মোৰ কথাটো বিশ্বাস নকৰে !'



কৃষ্ণ প্ৰায় বোবা হৈ গৈছিল। এইবাৰ লাহে লাহে গোহাঁইৰ ওচৰ চাপি আহি অপৰাধী চকুযোৰ তুলি তাৰ মুখলৈ চায় : 'ক্ষমা কৰিবি ভাই ! পুৱাবেপৰা মই কেৱল তোক গালিয়েই পাৰি আছোঁ। মোক ক্ষমা কৰ।'

গোহাঁয়ে ক্ষন্তেক কৃষ্ণৰ মুখলৈ চকু দুটা ডাঙৰকৈ মেলি শান্তভাৱে কয়, 'চা কৃষ্ণ, এইবাৰহে তই মোক সঁচাই গালি পৰা যেন লাগিছে।'

জয়াই দেখিলে—আইমণিয়ে মীনুৰ কোচৰ টকা-পইচালৈ চোৱা নাই—চাইছে এতিয়াও গোহাঁয়ে হাতত লৈ থকা সৰু বাকচটোৰ পিঠিত ডাঙৰকৈ লিখি লোৱা গোহাৰিখনলৈ।

জয়াই গোহাৰিখন লাহে লাহে পঢ়ি যায় : 'মৰমৰ ৰাইজ ! আমাৰ সকলোৰে অতি মৰমৰ জ্যোতিক-জেইলৰ জঘন্য পৰিবেশপৰা আকৌ আমাৰ মাজলৈ ঘূৰাই আনিবলৈ আপোনাসৱৰ স্নেহ-আশীৰ্বাদ আমাৰ একমাত্ৰ মূলধন। সেয়ে আপোনাসৱৰ নিস্বাৰ্থ বদান্যতাৰ সমুখত আমাৰ এই ভিক্ষা-পাত্ৰ তুলি ধৰিছোঁ।'

পঢ়ি উঠি জয়াই আকৌ আইমণিলৈ চালে। চাই দেখে—খিৰিকীৰে বাহিৰলৈ চাই চাই আইমণিয়ে আঁচলৰ আগেৰে চকু মচিছে।

'জয়া বাইদেউ, সেইটো এতিয়া আমাক দিয়া !' বীৰুৱে হাত মেলি ধৰে— 'এইটো লৈ এইবাৰ আমি ওলাওঁ। ব'ল পুতুকণ…'

গোহাঁয়ে টপৰাই কৈ উঠে—'ৰহ, ৰহ এতিয়াই নেলাগে, তহঁত পাচত যাবি। কেইটা বাজিছে এতিয়া ?'

'ডেৰটা।'

'তহঁতে খোৱা-বোৱা কৰিলিনে ? নিশ্চয় নাই কৰা। এই পুতুকণ, হোঁ ধৰ।' জেপৰপৰা দহটকীয়া নোট এখন উলিয়াই গোহাঁইয়ে পুতুকণৰ হাতত গুজি দিয়ে : 'চাৰিআলিৰ বংশীলালৰ দোকানৰপৰা কিবাকিবি অলপ মিঠাই কিনি লৈ আহগৈ যা। বীৰুকো লগত লৈ যা। সোনকালে আহিবি।'

পুতুকণ আৰু বীৰু ওলাই যায়। সিহঁত যোৱাৰ পিচত জয়াই গোহাঁইৰ বাওঁহাতখনলৈ চাই হঠাৎ প্ৰশ্ন কৰে : 'তোমাৰ ঘড়ীটো কি হ'ল গোহাঁইদা ?'

'বেচিলোঁ।'

তাই যেন উচপ্‌ খাই গ'ল।

'এম-এটো দিয়াৰ কথা আছিল নহয় ! কি কৰিলা ?'

গোহাঁই হঠাতে বৰ গহীন হৈ পৰিল : 'আগতে যুদ্ধখন শেষ হওক ৰবা ; তাৰ পাচত দেখা যাব। এম-এই পৰ্টোনে একেবাৰে এম-এল-এ হবলৈকে

ইলেক্ট্ৰনত নামি যাওঁ ঠিকনা নাই।' তাৰ পিচত কথাৰ সুৰ সলাই কয়—'বাৰু টকা-পইচাবোৰ ভালকৈ থৈ দিয়া।' এইবুলি সি লাহেকৈ ওলাই গ'ল।

অহল্যাক চাবলৈ অহা ডাক্তৰক এদিন হঠাতে বৰুৱা ডাঙৰীয়াই সুধি পেলায়: 'চাওক ডাক্তৰ, আজি প্ৰায় তিনি সপ্তাহ হৈ গ'ল, অথচ আপুনি তাইৰ অসুখটোৰ বিষয়ে মোক একোকে নকলে! ইয়াৰ কাৰণ কি?'

'চিন্তা কৰিছে কিয় বৰুৱা? আপোনাৰ ছোৱালীৰ একোৱেই হোৱা নাই। মাত্ৰ বৰ দুৰ্বল। বোধহয় শৰীৰটোক কিছুদিন খুব কষ্ট দিছিল।'

কিন্তু বৰুৱা সন্তুষ্ট নহ'ল: 'নহয় ডাক্তৰ! আপুনি এতিয়াও মোক আচল কথা কোৱা নাই। হয়তো তাইৰ অসুখ নিতান্ত মানসিক।'

ডাক্তৰে কয়—'ইউ আৰ কাৰেক্ট। আপোনাৰ অনুমান সত্য। সঁচা কথা কবলৈ গলে এইটো ছাইকিয়াট্ৰিক্সৰহে কেছ। মোৰ নহয়।'

বৰুৱাৰ মুখখন যেন বিবৰ্ণ হৈ যায়: 'আপুনি কি কব খুজিছে ডাক্তৰ? অহল্যা মেণ্টেলি ছিক?'

'নহয় বৰুৱা, ডাক্তৰে হঠাৎ কথা ঘূৰাই দিয়ে 'শব্দটো মই ভুলতহে উচ্চাৰণ কৰিলোঁ। ক্ষমা কৰিব, 'মেণ্টেলি ছিক' নিশ্চয় নহয়। হয়তো সামান্য মেণ্টেলি আপছেট্ হৈছিল। সেইটো একো ডাঙৰ কথা নহয়। তদুপৰি এতিয়া তেওঁ ভাল হৈয়ে উঠিছে। হয়তো কালি-পৰহিৰ ভিতৰতে উঠি-মেলি ফুৰিব পাৰিব।'

ডাক্তৰৰ কথাত কিছু আশ্বস্ত হৈয়ো মিঃ বৰুৱাই আকৌ সুধিলে—'তাই সঁচাকৈয়ে সুস্থ হৈ উঠিছেতো?'

সেইটো মই নকলেও আপুনি নিশ্চয় লক্ষ্য কৰিছে। পিছে এটা কথা—আকৌ যাতে কোনোৰকমৰ 'মেণ্টেল্ স্ট্ৰেইন' বা মানসিক একৃছাইটমেণ্ট নহয় তাৰ বাবে···'

'কেনেকুৱা একৃছাইটমেণ্টৰ কথা কৈছে?'

'সেইটো ঠিক বুজাই কোৱা টান। ধৰি লওক, দেশৰ বৰ্তমান অৱস্থাটোকে। চাৰিওফালে যুদ্ধৰ উত্তেজনা। এই চহৰৰ বুকুতে নিতৌ কত উত্তেজনা, কত নতুন নতুন ঘটনা ঘটিব লাগিছে। ৰেডিঅ', বাতৰি-কাকত আদিত কেৱল যুদ্ধৰ কথাহে চকুত পৰে। এইবোৰৰপৰা মানুহৰ মনত বহু ধৰণৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া হব পাৰে। বুজিছেনে মোৰ কথাবোৰ?'

বৰুৱাই চিন্তিতভাবে মূৰ দুপিয়াই ডাক্তৰৰ কথাৰ শলাগ লয়। এটা সময়ত



ডাক্তৰ যায়গৈ। ডাক্তৰ যোৱাৰ পিচত বৰুৱাই ড্ৰইংৰুমৰ ওচৰৰ লাউঞ্জত কিছু সময় ইফাল-সিফাল কৰি থাকি এসময়ত ওপৰ মহলালৈ যাবলৈ খটখটিৰ মুখত থিয় হ'ল। এনেতে চকুত পৰিল আয়াজনী। বৰুৱাই সুধিলে, 'বাৰু আয়া, ডাক্তৰে তইতক খবৰ কাগজ, ৰেডিঅ'ৰ বিষয়ে কিবা কৈছিল নেকি?'

'হয় কৈছিল দেউতা! আইদেৱে সেইবোৰ বিচাৰিলে আমি একো নিদিবলৈ আমাক উপদেশ দি গৈছিল।'

'আইদেৱেৰে সেইবোৰ বিচাৰে নেকি?'

'বিচাৰে দেউতা! আইদেৱেতো খবৰ কাগজ নপঢ়াকৈ থাকিবই নোৱাৰে। ৰেডিঅ'ৰ বাতৰিও খুব শুনে। মই পিছে ডাক্তৰে মানা কৰা বাবে তেওঁৰপৰা সেইবোৰ আঁতৰাই ৰাখিবলৈ লৈছোঁ।'

'বেছ ভাল কৰিছ, খুজিলেও অন্ততঃ কিছুদিনলৈ তাইক সেইবোৰ একো নিদিবি। মই দুই-এদিনতে বাগিচালৈ যাম। ৰেডিঅ'ও তালৈকে লৈ যাম।'

আয়াই কয়, 'তেতিয়া হলে ভালেই হব দেউতা! পিছে এটা কথাৰ বাবে মোৰ ভয় লাগি আছে—'

'কি কথা?'

'আইদেৱে অলপ ঘূৰা-ফিৰা কৰিব পৰা হলেই কিজানি গাড়ী লৈ ওলাই যাব খোজে? মই তেতিয়া কি কৰিম দেউতা?'

বৰুৱাই এখন্তেক কিবা এটা ভাবিলে। তাৰ পিচত সুধিলে 'বাৰু গাড়ীৰ চাবি কাৰ হাতত আছে?'

'আইদেউৰ ড্ৰেছিং টেবুলত।'

'যা, গাড়ীৰ চাবিটো আইদেৱেৰে নেদেখাকৈ লৈ আহগৈ।'

আয়া আঁতৰি যোৱাৰ পিচত বৰুৱাই ভাবিলে—অকল গাড়ীৰ চাবিটো হস্তগত কৰিলেই নহব; দৰকাৰ হলে ড্ৰাইভাৰক কৈ গাড়ীখনকে কিবা এটা বেয়া কৰি গেৰেজত থৈ দিয়াৰ লাগিব।

জ্যোতিৰ বিচাৰ আৰম্ভ হৈছে। প্ৰথম অৱস্থাত কাছাৰীত দৰ্শকৰ দুই-চাৰিয়ে প্ৰৱেশৰ অধিকাৰ পাইছিল; কিন্তু লাহে লাহে সেই বিষয়ত চৰকাৰৰ পক্ষৰপৰা কঠোৰ নিষেধাজ্ঞা জাৰি কৰাৰ ফলত যোৱা দহ-পোন্ধৰ দিন ধৰি কাছাৰীৰ ভিতৰত কি ঘটিছে, কি নঘটিছে মুকুল-ৰঞ্জিতহঁতে বহুত চেষ্টা কৰিও জানিব পৰা নাই।

শৰ্মা উকীলৰ মুখৰপৰাও বিশেষ একো উলিয়াব পৰা নাই। এইকেইদিনৰ ভিতৰতে যেন মানুহজনৰ বিৰাট এটা পৰিবৰ্তন হৈ গৈছে। হঠাৎ যেন বৰ খিংখিঙীয়া হৈ উঠিছে শৰ্মা উকীল। তেওঁৰ ওচৰ চাপিবলৈ লাহে লাহে লৰাইঁতে সঙ্কোচ কৰা হৈছে। তথাপি প্ৰতিদিনেই দলৰ বেছিভাগেই কাছাৰীৰ সমুখত নিয়মিত উপস্থিত থাকেহি।

...আজি বোধহয় তাৰো সমাপ্তি ঘটিব। কাৰণ, বিচাৰৰ আজি ৰায় দিব। ক'টৰ সমুখত জনতাও সেই অনুপাতে আজি বহুত বেছি।...তাৰ মাজত সকলো সাৱধানতা নেওচি উদ্‌ভ্ৰান্ত হৈ ঘূৰি ফুৰিছে মহেশ, গোহাঁইইঁতৰ লগত মুকুল আৰু ৰঞ্জিতো। বীৰুইঁতৰ দলৰো জয়া, বীণা, ৰেখা, দীপা আদি বহুতেই আহিছে।

সকলোৰে উদগ্ৰীৱ দৃষ্টি কাছাৰীঘৰৰ ভিতৰৰপৰা ওলাই অহা, কৰিডৰৰ সমুখৰ বন্ধ কলাপ্‌চিবোল্ গেটখনলৈ।

ছোৱালীইঁতৰ মাজত কিন্তু আইমণি নাই। ক'টৰ পৰিবৰ্তে আজি আইমণি গৈছে আইসকলৰ নামলৈ। আইমণিৰ এহাতে ভাঙৰ ৰূপৰ এটা বটাত কলপাতেৰে ঢাকি অনা মাহ-প্ৰসাদ, ফল-মূলৰ নৈবেদ্য, আনখন হাতত সৰু তামৰ ঠাল এখনত কেইটামান ঘিঁউৰ চাকি, ধূপ-ধূনা, এমুঠিমান শেৱালি ফুল।

নামঘৰত আজি আইসকলৰ নাম আছে। আইমণিৰ আগে আগে আহি থকা বয়সীয়াল মহিলা গৰাকীয়ে নামঘৰত সোমোৱাৰ আগতে আইমণিক দেখি সোধে, 'তই হবলা শৰাই আনিছ ?'

'হয় জেঠাইদেউ !'

'বৰ ভাল কৰিছ। জ্যোতিৰ মঙ্গল কামনা সকলোৱেই কৰিছে। ঈশ্বৰে যেন তাক ভালে-কুশলে আকৌ আমাৰ মাজলৈ ঘূৰাই আনে, তাকে খাটিছোঁ আই !'

ভিতৰৰ আইসকলৰ মাজত জেঠাই বহেগৈ। আইমণিয়ে সকলোৰে দাঁতিয়েদি আগবাঢ়ি গৈ থাপনাৰ আগত শৰাইখন থয়। এগছ এগছকৈ চাকি কেইগছ জলাই দিয়ে। ধূপ-ধূনাখিনিও। তাৰ পাচত থাপনাৰ ওচৰলৈ ফুলৰ ঠালখন আগবঢ়াই দি আঁঠু লৈ সেৱা কৰি আইসকলৰ একাষে বহি পৰেহি।

তন্ময় হৈ সকলোৱে নাম গাইছে। আইমণি আগে-পাচেও এইদৰে নামলৈ আহে। আইসকলৰ লগত একেলগে নাম গায়। আজ কিন্তু তাই কোনো-মতেই মুখ ফুটাই নাম গাব পৰা নাই। নাম গালেও নামত যেন মন বহা নাই। মনটো আছেগৈ বহু নিলগৰ কাছাৰীঘৰৰ সেই বন্ধ কলাপচিবোল গেটখনৰ



ওচৰত। তাইৰ সত্তাটোৱে যেন সেই বন্ধ গেটখনত মূৰ খুন্দিয়াই খুন্দিয়াই কৈছে : 'মোক কোৱাঁ, তাৰ ভিতৰত কি হৈছে মোক কোৱাঁ তোমালোকে...'

'আই অ', মনে মনে আছ কিয় ? নামকে গাচোন, মনটো পাতল লাগিব।' তাইৰ ওচৰতে বহা মহিলা গৰাকীয়ে তাইৰ মূৰত হাত দিয়াত তাই সজাগ হৈ উঠে। মনটো কঠোৰভাৱে সংযত কৰিবলৈ চেষ্টা কৰে। কিন্তু কোনোমতেই মুখৰপৰা সৰু শব্দ এটাও নোলায়। কোনেও নেদেখাকৈ তাই উচুপি উঠে।

গোটেই দিনটোৰ আকুল প্ৰতীক্ষাৰ অন্তত মুকুলইঁতে দেখে, কৰিডৰৰ মুখৰ বন্ধ কলাপ্‌চিবোল্ গেটখন লাহে লাহে মেল খাই গৈছে। ভিতৰৰপৰা ওলাই আহিছে উকীল-মহৰীৰ আগে আগে স্বয়ং প্ৰতাপ শৰ্মা আৰু তেওঁৰ জুনিয়ৰ জগত চৌধুৰী।

তেওঁলোকক দেখাৰ লগে লগেই মুকুল-ৰঞ্জিতহঁতৰ চাৰিজনমান প্ৰায় উধাতু খাই তেওঁলোকৰ ওচৰত উপস্থিত হয়গৈ। কিন্তু শৰ্মা উকীলে সিহঁতক দেখিও যেন নেদেখে। পৰম ব্যস্ততাৰে তেওঁ বাৰ লাইব্ৰেৰীৰ ফালে খোজ লৈছে। মুকুলইঁতেও পাচ নেৰে! বাৰ লাইব্ৰেৰীত তেওঁ সোমোৱাৰ আগতেই মুকুলে পাচফালৰপৰা ব্যগ্ৰ হৈ সোধে—'ছাৰ, কি ৰায় দিলে ছাৰ ?'

থমকি ৰৈ শৰ্মা উকীলে প্ৰায় ভেকাহি মাৰি কৈ উঠে—'কি হ'ল ?'

'কেছটোৰ কি হ'ল ছাৰ ?'

'কোনটো কেছৰ ? কি কেছ ? অ' মনত পৰিছে। সকলো প্ৰহসন, সকলো ভেকো-ভাওনা বুইছা !'

একো বুজিব নোৱাৰি আটাইকেউটা তেওঁৰ পাচে পাচে যায়। তেওঁৰ খোজৰ গতি বন্ধ কৰিবলৈকে মহেশে লৰালৰিকৈ কৈ উঠে—'ছাৰ, আপোনাৰ ফিজটো ?'

হঠাৎ অগ্নিমূৰ্তি ধৰি শৰ্মা উকীলে কৈ উঠে—'কি ক'লা ? ফিজ ? তুমি মোক কিহৰ ফিজ দিবলৈ আহিছা ? কেতিয়া তোমালোকক মই ফিজৰ কথা কৈছিলোঁ ? ফিজৰ আশা কৰি মই কেছটো হাতত লোৱা নাছিলোঁ বুইছা ! যোৱা, মোক আৰু আমনি নকৰিবা।' কৈ উঠি প্ৰায় ছিটিকি যোৱাৰ দৰে শৰ্মা উকীল বাৰ লাইব্ৰেৰীত সোমাই পৰেগৈ।

অহল্যা এতিয়া ভালেখিনি সুস্থ হৈ উঠিছে। বিছনাত আৰু বেছিপৰ পৰি

নেথাকে। অসুখৰ আৰম্ভনিতে যেনেকৈ বিছনাৰ ওপৰত আঁঠু কোঁচাই তাৰ ওপৰত থুতৰি থৈ সময়বোৰ পাৰ কৰি দিছিল, এতিয়াও সেই একেভাবেই বিছনাত বহি দিনটোৰ বেছিভাগ সময় অহল্যাই পাৰ কৰি দিয়ে। আমনি লাগিলে মাজে মাজে অৱশ্যে বিছনাৰপৰা উঠি আহে। লাহে লাহে কোঠাৰ ভিতৰত অলপ খোজ কাঢ়ে; কিন্তু বৰ বেছি সময় নোৱাৰে। মূৰটো ঘূৰোৱা যেন লাগিলেই আকৌ বিছনাত পৰেগৈ।

'আইদেউ, আপোনাৰ ভৰি ধুৱাই দিবলৈ গৰম পানী আনিম নেকি ?'

আয়াৰ মাতত কোঠাৰ অখণ্ড নিস্তব্ধতা হঠাৎ ভাগি যায়। লাহে লাহে বিছনাৰপৰা মূৰটো ঘূৰাই অহল্যাই হয়তো কয়—'এতিয়াই নেলাগে, ৰাতি শোৱাৰ আগতে আনিলেও হব।...আয়া, দেউতা বাগিছালৈ গ'ল নেকি ?'

'গ'ল আইদেউ।'

'ভালেই হৈছে। মিছাকৈ ইমানদিন কাম-কাজ ক্ষতি কৰি ইয়াত বহি থাকি বোধকৰোঁ দেউতাৰ বেয়া লাগি গৈছিল।'

অহল্যাই অৱশ্যে ঠিকেই ভাবিছে। কাম-কাজ লৈ চিৰ-জীৱন ব্যস্ত হৈ থকা বৰুৱা ডাঙৰীয়াৰ অহল্যাক লৈ ঘৰটোত আবদ্ধ থাকিবলগীয়া হোৱাত জীৱনৰ গতিটোৱেই হঠাৎ ৰুদ্ধ হৈ যোৱা যেন লাগিছিল—উৎসাহ-উদ্দীপনাবোৰ হেৰাই যোৱা যেন লাগিছিল।

বাগিছত আকৌ ভৰি দিয়াৰ লাগে লগে বৰুৱা ডাঙৰীয়াই আকৌ যেন সেই ৰুদ্ধ গতি ঘূৰাই পাইছে।

অহল্যাৰো যেন সেয়ে হৈছে। আকস্মিকভাবে ৰুদ্ধ হৈ যোৱা জীৱনটোৰ মাজত নতুনকৈ প্ৰাণ সঞ্চাৰ হোৱা যেন অনুভৱ কৰিছে অহল্যাই।

কেৱল যেন জীৱনৰ গতি হেৰাই গৈছে আইমণিৰ। হেৰাই গৈছে জয়া, মুকুল, ৰঞ্জিত, বীৰু, পুতুকণ, গোহাঁই-কৃষ্ণহঁতৰ। দুৰ্দান্ত বেগেৰে বৈ থকা সিহঁত সকলোৰে মনৰ উদ্যম, দুঃসাহসিক উন্মাদনাৰ অফুৰন্ত গতিবেগ হঠাৎ যেন অদৃশ্য কংক্ৰিটৰ বিৰাট এখন দেৱালত প্ৰচণ্ডভাৱে খুন্দা খাই স্তব্ধ হৈ ৰৈ পৰিছে! সিয়েই যেন সকলোকে নিষ্ক্ৰিয়, স্থবিৰ কৰি দিছে। দিনটোত এবাৰ পুলিচ থানাত হাজিৰা দি অহাৰ বাহিৰে দলটোৰ যেন এতিয়া একোৰেই কৰিবলগীয়া নাই।

আন্ধাৰৰ মাজত ডুবি থকা চহৰখনৰ শান্ত নিস্তব্ধতাখিনি হঠাৎ যেন বিদীৰ্ণ কৰি আৰ্তনাদ কৰি উঠে সুথনৰ বাজনাৰপৰা ওলোৱা কৰুণ সুৰটোৱে। অপূৰ্ব



সেই বিষাদসনা সুৰৰ মাধুৰী। এই বিশেষ ৰাতিটোৰ, বিশেষ মুহূৰ্তটোত সেই সুৰে যেন হাঁহাকাৰ কৰি মৃতপুৰীত প্ৰেতাত্মাৰ দৰে থিয় দি থকা ঘৰবোৰৰ দেৱালে দেৱালে খুন্দা খাই, গুমৰি গুমৰি অসহায়ভাবে বিচাৰি ফুৰিছে মুক্তিৰ পথ। চহৰৰ বাটে বাটে ভ্ৰমি ফুৰা সুখনে তাৰ বাজনাখন আজি যেন প্ৰাণ ঢালি বজাইছে।

...জেইলৰ ভিতৰৰ কোনোবা অন্ধকাৰ চুকত স্তব্ধ হৈ, বেৰত আঁউজি থকা জ্যোতিৰ কাণতো সেই সুৰৰ ৰেশ প্ৰতিধ্বনিত হৈ উঠিছে। সেই সুৰেই যেন জ্যোতিৰ মনটোক এৰি অহা জীৱনৰ যাত্ৰাপথলৈ আকৌ হাতবাউল দি মাতিছে। সি যেন শুনিবলৈ পাইছে, সেই সুৰৰ লগত সুৰ মিলাই যৌৱনৰ মতলীয়া আনন্দত সি গীত গাইছে—গীত গাইছে অহল্যাই।

বেৰৰ সৰু ফুটাটোৰে জ্যোতিয়ে চিনাকি আকাশখনৰ ফালে চাই পঠিয়ায়। ওচৰা-ওচৰিকৈ তিৰ্‌বিৰাই জিলিকি থকা তৰা দুটা তাৰ আকৌ চকুত পৰিছে। কি নাম আছিল সিহঁতৰ? কেষ্টৰ? পোলাক্স্?

'জ্যোতি, আৰু একো নকৱ ?'

হঠাৎ সুৰৰ ৰেশ নাইকিয়া হয়। জ্যোতিৰ তন্ময়তা ভাগি যায়। লাহে লাহে আকাশৰপৰা চকু ঘূৰাই আনি নিজৰ হাত এখন ৰাজেনৰ দুয়ো হাতৰ মাজত আবদ্ধ হৈ থকা অৱস্থাতে তাৰ মুখলৈ চাই কয়,—'আৰু কবলৈ কি আছে ৰাজেন? কব লগাখিনিতো কলোঁৱেই!'

খন্তেকলৈ দুয়ো বোবা পৃথিবীখনৰ দৰেই মৌন হৈ ৰৈ থাকে। তাৰ পাচত জ্যোতিয়েই লাহেকৈ প্ৰশ্ন কৰে—'অনু কেনে আছে ৰাজেন ?'

'তেওঁৰ কথা ভাবিবলৈ এৰি দিছোঁ জ্যোতি; তেওঁ এতিয়া থকা-নথকাৰ বাহিৰত। এতিয়া মাত্ৰ সেই পৰম লগ্নটোৰ ক্ষণ গণিছোঁ।'

'ঠিক মোৰ দৰেনে?' ক্ষীণ হাঁহি এটা জ্যোতিৰ ওঁঠত খেলি যায়—'সঁচাই বৰ মৰ্মান্তিক, বৰ অসহনীয় এই প্ৰতীক্ষা!...বাৰু তই এতিয়া যা ৰাজেন; টোপোলাটো দিবলৈ নেপাহৰিবি!'

'নেপাহৰোঁ।'

হঠাৎ ৰাজেনে দুয়োহাতৰ মাজত ধৰি থকা জ্যোতিৰ হাতখনৰ ওপৰত নিজৰ মুখখন হেঁচি ধৰে। তাৰ পাচত হঠাতেই হাতখন এৰি দি কোঠাৰপৰা ওলাই যায়।

বাহিৰত টহল দি থকা চন্তৰীটোৱে তৎক্ষণাৎ ছেলৰ দুৱাৰখন বন্ধ কৰি দিয়ে। জ্যোতিয়ে তথাপিও বহুত পৰলৈ সেই বন্ধ দুৱাৰৰ ফালে চাই ৰয়।

তাৰ পাচত চায় নিজৰ হাতখনলৈ। অনুভৱ কৰে এফোঁটা তপত চকুলোৰ অস্তিত্ব।

গাৰুত মুখ গুজি পৰি থকা আইমণিৰ চকুৰপৰাও অবিৰাম বৈ আহিছে তপত চকুলো। অস্পষ্ট আন্ধাৰৰ মাজত ডুবি থকা কোঠাটোৰ ইফালে-সিফালে আইমণিৰ ওচৰত বহি আছে জয়া, মীনু, দীপা আৰু বীণা। কিন্তু কাৰো মুখত কোনো কথা নাই; কোনো শব্দ নাই। কোঠাৰ নিস্তব্ধতাৰ মাজত অবিৰাম গতিত টিক্-টিক্ শব্দ কৰি আছে কেৱল টেবুল ক্লকটোৱে।

বীণাই থিৰেৰে বহি থাকিব পৰা নাই। মাজে মাজে অইনে নেদেখাকৈ ঘড়ীটোলৈ চাইছে। এবাৰ বহিছে, এবাৰ আকৌ উঠি গৈছে।

টিক্ টিক্ শব্দটোৱে বীণাৰ দৰে বাকীবোৰকো যেন অতিষ্ঠ কৰি তুলিছে। শেষলৈ সেই বিৰক্তিকৰ শব্দ সহ্য কৰিব নোৱাৰি বীণাই এবাৰ উচাৎ মাৰি উঠি গৈ ঘড়ীটো টেবুলত উবুৰিয়াই থৈ আহে। তথাপি যেন সেই বিৰক্তিকৰ শব্দৰ বিৰতি নাই। নিস্তব্ধ অন্ধকাৰ কোঠাটোত তাৰ উপস্থিতিৰ কথা যেন সি কাকো পাহৰি থাকিবলৈ দিব নোখোজে। উপায়ন্তৰ হৈ শেষত বীণাই টেবুলৰপৰা ঘড়ীটো তুলি নি চুকৰ চকীখনৰ কুছনৰ তলত সমাধিস্থ কৰি থয়গৈ। বীণাৰ কাণ্ডত যেন সকলোৰে মুখত হাঁহি বিৰিঙি উঠে।

একেটা অন্ধকাৰ ৰাতিৰ খণ্ডিত প্ৰহৰবোৰ এটাৰ পাচত এটাকৈ পাৰ হৈ গৈছে।...অশান্ত, চঞ্চল কিশোৰৰ দলটো আচৰিতভাৱে শান্ত হৈ বহি আছে জনমানৱহীন, পৰিত্যক্ত ঘৰ এটাৰ পিৰালিত।

বীৰুৰ হাতত থকা দীঘল বেতডালেৰে মাজে মাজে পিৰালিৰ দাঁতিৰ সৰু জোপোহাটোত মৰা কোবৰ শব্দৰ বাহিৰে ক'তো কোনো শব্দ নাই।

বীণাৰ দৰে বীৰুও শান্ত হৈ একে ঠাইতে বহি থাকিব পৰা নাই। এবাৰ উঠিছে, এবাৰ বহিছে। হঠাৎ এবাৰ বীৰুৱে পিৰালিৰপৰা জঁাপ মাৰি নামি সমুখত ডুবি থকা আন্ধাৰ আলিটোৰ ফালে আগবাঢ়ি যায়।

'এই, ক'লৈ যাৱ ?'

'কব নোৱাৰোঁ।' পাচলৈ ঘূৰি নোচোৱাকৈয়ে বীৰুৱে উত্তৰ দিয়ে। খন্তেকতে সি হেৰাই যায় আন্ধাৰৰ মাজত। বাকীবোৰে আগৰ দৰেই পিৰালিত বহি সি হেৰাই যোৱা দূৰৰ আন্ধাৰবোৰলৈ নিঃশব্দে চাই থাকে।



চেম্বাৰৰ অফিচ টেবুলত বিশৃঙ্খল হৈ থকা কাগজ, কিতাপ, ফাইলৰ ওপৰত কিলাকুটিৰ ভৰ দি, দুয়ো হাতৰ মাজত মুখ থৈ, অপৰিসীম ক্লান্তিত শৰ্মা উকীলো একেথৰে বহি আছে। ওচৰৰ আন এখন টেবুলত জুনিয়ৰ চৌধুৰী। চৌধুৰীৰ মুখতো ক্লান্তি। চুলি বিশৃঙ্খল। সমুখৰ বিশৃঙ্খল কাগজবোৰ জুকিয়াই তেওঁ শৰ্মালৈ চাই লাহেকৈ সোধে—'ছাৰ, এইবোৰ লৈ কি কৰিম ?'

'পেলাই দিয়া, পুৰি পেলোৱা, যি ইচ্ছা তাকে কৰা, মোক একো নুসুধিবা। কি লাভ হব সেইবোৰ ৰেকৰ্ড কৰি ? কি মূল্য আছে এই ডাঙৰ ডাঙৰ কিতাপবোৰৰ ?'

জুনিয়ৰ চৌধুৰীয়ে আৰু একো নেমাতে। ক্ষন্তেক পিচতে তেওঁ উঠি যায় কোঠাৰ খিৰিকী এখনৰ ওচৰলৈ।

'কেইটা বাজিল চৌধুৰী ?'

'চাৰি বাজিবৰ হ'ল ছাৰ।'

'চাৰি ?' উচপ্ খোৱাৰ দৰেই ক্লান্ত চকুযোৰ মেলি নিজৰ হাত-ঘড়ীটোলৈ চায় শৰ্মা উকীলে। দুৰ্বল, অনুচ্চস্বৰে শৰ্মাৰ ওঁঠ ফুটি ওলাই আহে এটা সৰু শব্দ: 'Oh my God !'

'...No, No ! There is no God !'

অসহায় ক্ৰোধত, অপৰিসীম হতাশাত মেচৰ ভিতৰত ছট্ফটাই গুজৰি-গুমৰি থকা মুকুলেও সেই একেটা মুহূৰ্ততে আৰ্তনাদ কৰি উঠে।

'এই অন্যায়, এই অবিচাৰৰ পৃথিবীত যিটোৱেই ভাল, যিটোৱেই সুন্দৰ, যিটোৱেই নিষ্পাপ...'

মুকুলৰ অৰ্ধ-সমাপ্ত বাক্যটো যেন সেই একেটা সময়তে আন এঠাইত সমাপ্ত কৰি দিয়ে ফুটপাথেদি গৈ থকা বীৰুৱে। কোনোবা গৃহস্থীৰ বেৰা পাৰ হৈ আলিৰ দাঁতিত হাউলি থকা ধুনীয়া ফুল এপাহত সাৰোপকৈ কোব এটা মাৰি বীৰুৱে ছিঙি দিয়ে। তাৰ কিশোৰ মনৰ অপ্ৰকাশিত ক্ৰোধটো সমুখৰ বাটৰ দুয়োকাষে গজা ঘাঁহ, বন, কচু, ঢেঁকীয়াবোৰক কোবাই কোবাই মথিমূৰ কৰি যেন প্ৰকাশ কৰি গৈছে।

লাহে লাহে পূব-আকাশ হেঙুলীয়া হৈ উঠিছে। তথাপি বীৰু ক্ষান্ত নহয়। তাৰ ক্লান্তিহীন, লক্ষ্যহীন পৰিক্ৰমাৰো যেন শেষ নাই।

পুৰতি নিশাৰ মৌন নিস্তব্ধতা ভাঙি বহুদূৰৈৰপৰা উটি আহে সুখনৰ বাজনাৰ সুৰটো। সকলোৰে চিনাকি বহু পুৰণি সেই একেটা করুণ সুৰ।

সমুখৰ ডাঙৰ আলিটোৰ সন্ধিস্থলতে দুয়ো এবাৰ মুখামুখি হয়। বাজনা এৰি সুখনে বিস্ময়েৰে এবাৰ বীৰুৰ মুখলৈ, এবাৰ হাতৰ বেতডাললৈ চায়।

'বীৰুবাবু! আজি ইমান ফজিৰ ফজিৰ?'

'আমাৰ আকৌ ফজিৰ চাম কি ৰে?'

'তই ক'লৈ যাব বীৰুবাবু?'

'ক'ব নোৱাৰোঁ। তইনো ক'লৈ যাব?'

'মই ভী কব নোৱাৰোঁ।...ৰাস্তাই ৰাস্তাই এইটো বজাই বজাই, ক'ত যে গৈছোঁ, কিয় গৈছোঁ, মই ভী কব নোৱাৰোঁ বীৰুবাবু!' আকৌ বাজনাখন তুলি লৈ সুখনে সেই একেটা সুৰকে পুনৰ বজাবলৈ আৰম্ভ কৰি দিয়ে।

'সুখন, আজি আৰু তই এই সুৰ নবজাবি।'

'কিয় নবজাম বীৰুবাবু? আচ্ছা ঠিক আছে, আৰু নবজাওঁ।' সুখনে বাজনা বন্ধ কৰে। তাৰ পিচত কব নোৱাৰাকৈয়ে যেন দুয়ো একেকালেই খোজ আৰম্ভ কৰি দিয়ে।

কোনো কথা নপতাকৈ দুয়ো গৈ আছে। হঠাৎ আলিৰ নেদেখা কেঁকুৰি এটাৰপৰা তীব্ৰ বেগেৰে ওলাই অহা পুলিচৰ ভান এখন দুয়োৰে প্ৰায় গাৰ ওপৰতে উঠিব খোজাত বীৰুৱে জঁপ মাৰি আলিৰ দাঁতিলৈ গৈ সুখনকো টান মাৰি নিয়ে। জোটা-পোটা লাগি গাড়ীৰ তলত নপৰিলেও আলিৰ দাঁতিত দুয়ো হামখুৰি খাই পৰেগৈ।

দুয়োৰে গাত প্ৰায় ধঁহনি খায়ে পাৰ হৈ যায় পুলিচৰ ভানখনৰ চকা দুটা।...সিহঁতক পৰি যোৱা দেখিও গাড়ীৰ গতিবেগ কিন্তু অলপো নকমে।

লাহে লাহে দুয়ো পৰাৰপৰা উঠে। সুখনৰ মুৰৰপৰা দূৰত ছিটিকি পৰা টুকুৰীটোলৈ দুয়ো একেলগে চাই পঠিয়ায়। টুকুৰীৰ সকলো বাজনা ভাঙি চুৰমাৰ হৈ গৈছে। সুখনৰ ওঁঠত বিষাদৰ ক্ষীণ হাঁহি এটা খেলাই যায়।

'তই বজাবলৈ মানা কৰিছিলি নহয় বীৰুবাবু! সেয়ে হয়তো সব বাজনা ভাঙি গ'ল।'

হাতত বৈ যোৱা অক্ষত বাজনাখনলৈ চাই সুখনে আকৌ কয়—'এইখন থাকি আৰু কি হব! নেলাগে দে।' কৈয়ে সি ওচৰৰ লাইট প'ষ্টত বাজনাখন জোৰেৰে আফাল মাৰি ভাঙি পেলায়।



সুখনৰ ভাগি যোৱা বাজনাখনৰ বেসুৰা টুং-টাং শব্দটো যেন প্ৰতিধ্বনিত হৈ উঠে অহল্যাৰ বেড্ৰুমৰ বেৰত ওলোমাই থোৱা চৌখীন ওৱাল ক্লকটোৰ মাজত।

পাশ্চাত্য যন্ত্ৰ-সঙ্গীতৰ অপূৰ্ব সুৰৰ লহৰী অলপ সময়লৈ কোঠাটোৰ ভিতৰত বিয়পি পৰে। বিছনাত অচেতন হৈ শুই থকা অহল্যাৰ ওঁঠত অজানিতে যেন ভাহি উঠে ক্ষণিকৰ এটা ধুনীয়া হাঁহি। হয়তো অহল্যাই মধুৰ কিবা এটা সপোন দেখিছে...।

সুৰৰ বেশ শেষ হয়। লগে লগে হয়তো অহল্যাৰ সপোনো শেষ হয়। টোপনি ভাগি যায়। চকু মেলি অহল্যাই বেৰৰ ঘড়ীটোলৈ চায়। টং-টং শব্দ কৰি ঘড়ীটোৱে ঠিক চাৰি বজাৰ সঙ্কেত দিছে। কোঠাৰ অস্পষ্ট আন্ধাৰত অলপ অলপ দেখা পোৱা ঘড়ীটোলৈ অহল্যাই থৰ লাগি কিছু সময় চাই ৰয়। তাৰ পাচতে হয়তো অহল্যাৰ চকুলৈ নামি আহে টোপনি—আমেজ ভৰা মধুৰ টোপনি।

আকৌ যেতিয়া সেই টোপনি ভাঙে, তেতিয়া নতুন এটা দিনৰ নতুন পুৱাটো বহুতখিনি আগবাঢ়িছে। চাৰিওফালে উজ্জ্বল ৰ'দ। চৌদিশে নিৰ্মল পৰিষ্কাৰ এখন নীলা আকাশ।

মুখ-হাত ধুই ব্ৰেকফাষ্ট কৰিবলৈ বহি অহল্যাই অলস দৃষ্টিৰে খোলা খিৰিকীৰে বাহিৰলৈ লক্ষ্য কৰি দেখে—আনদিনা যি দুটা আলি যান-বাহন আৰু মানুহ-দুনুহেৰে কৰ্মচঞ্চল হৈ থাকে, সেই দুয়োটা আলিয়েই যেন আজি জনপ্ৰাণীহীন মৰুভূমিৰ দৰে শূন্য। অলপ আচৰিত হৈয়ে অহল্যাই চাহ বাকি থকা আয়াৰ মুখলৈ চাই সোধে: 'আয়া, আজিচোন আলিবাটত কোনো জন-প্ৰাণী বা গাড়ী-মটৰ নাই! কি হ'লনো?'

'আজি চহৰত হৰতাল চলিছে আইদেউ।'

'হৰতাল? কিয়? কিহৰ হৰতাল?'

'মই ভালকৈ কব নোৱাৰোঁ আইদেউ। কালি ৰাতি হেনো জেলৰ সমুখত বৰ গণ্ডগোল হৈছিল; পুলিচে বহুত মানুহক মাৰধৰ...'

কথাষাৰ সমাপ্ত নকৰি আয়া বৈ যায়। ঘিবোৰ কথা অহল্যাৰ আগত কোৱা মানা, অসাৱধানবশতঃ সিয়ে ওলাই যোৱাত আয়াই থত্মত্ খাই উঠে। ভয়ো খায়। কিন্তু যি ভুল হ'ল তাক যে সংশোধন কৰাৰ এতিয়া উপায় নাই।

'পুলিচে মাৰধৰ কৰিছে? কাক?'

আয়াৰ চকুত পৰে, পৰিচ্ খাবলৈ হাতত তুলি লোৱা চামুচখন অহল্যাই

আকৌ টেবুলৰ ওপৰত নমাই থৈছে। আয়াৰ মুখত শুনা কথাকেইটাক কেন্দ্ৰ কৰিয়েই অসুখৰ আৱৰ্তনিবেপৰা বহু দিনলৈ পাহৰি থকা বাস্তৱ পৃথিবীখনৰ কথা অহল্যাৰ অলপ-অলপকৈ মনত পৰি আহে। এটা দুঃস্বপ্নৰ দৰেই মনত পৰে সেই অদ্ভুত, অবিশ্বাস্য কাল-ৰাতিটোৰ কথা, জ্যোতিক পুলিচে ধৰি নিয়াৰ কথা, উত্তপ্ত, অশান্ত হৈ পৰা চহৰখনৰ কথা। সেই সকলোবোৰেই যেন মূৰৰ ভিতৰত পাক-ঘূৰণি খাই, নিৰ্জীৱ শান্ত হৈ যোৱা অহল্যাক আকৌ লাহে লাহে চঞ্চল কৰি তোলে।

'খাওক আইদেউ, নহলে এইবোৰ চেঁচা হৈ যাব।'

'পুলিচে কাক কাক মাৰধৰ কৰিছিল আয়া? আন্দোলন কৰা ল'ৰা-ছোৱালীবোৰক? জ্যোতিহঁতক?'

'তেওঁক আকৌ কিয় কৰিব? আপুনি আগতে খাওকচোন বাৰু! মিছাতে সেইবোৰ কথা কিয় ভাবিছে?' তাই লৰালৰিকৈ, খোৱা বস্তুবোৰ অহল্যাৰ সন্মুখলৈ আগুৱাই দিয়ে।

আয়াৰ এই অনাৱশ্যক ব্যস্ততাই অহল্যাক যেন অলপ সন্দিহান কৰি তোলে। ভাবে: আয়াই কিজানি জ্যোতিহঁতৰ বহুত কথাই জানে, কিন্তু তাইক জানিবলৈ দিব খোজা নাই। কিয় বাৰু?

'বাৰু আয়া', উৎকণ্ঠিত অহল্যাই আকৌ সোধে—'পুলিচে জ্যোতিহঁতক আকৌ ধৰি নিছে নহয়?'

'আকৌ?' মুহূৰ্তৰ কাৰণে যেন অন্যমনস্ক হৈ পৰে আয়া। কিন্তু পিচ মুহূৰ্ততে তাইৰ হুচ্ আহে। ততালিকে নিজক সংযত কৰি লৈ আয়াই অহল্যাৰ মনটো পাতল কৰি দিবলৈকে কৈ উঠে—'এঃ, সেইবোৰ কথা আৰু মই জানিম কেনেকৈ আইদেউ? মই একো নেজানো।'

কিন্তু অহল্যাৰ সন্দেহ দুগুণে বাঢ়িহে যায়! বহুদিনৰ মূৰত কঠোৰ দৃষ্টিৰে আয়াৰ মুখলৈ চাই অহল্যাই গৰ্জি উঠে: 'তই সকলো জান, কিন্তু মোক কব খোজা নাই! ক, মাৰধৰ কাক কৰিছে? জ্যোতিহঁতক? জ্যোতিক আকৌ পুলিচে ধৰি নিছে? নে এতিয়ালৈকে এৰিয়েই দিয়া নাই?'

ধমকি খাই আয়াৰ মুখ শুকাই যায়: 'মই—মই সেইবোৰ একো নেজানো আইদেউ! বাহিৰত ক'ত কি হৈছে মই কেনেকৈ জানিম?'

'তই জান, তই সকলো জান আয়া...' উত্তেজনাত অহল্যাই চকীৰপৰা ছিটিকি উঠি আহে: 'বাৰু মালী ক'ত? বেহেৰা-বাবুৰ্চিহঁত ক'ত?'



'সিহঁত নাই আইদেউ।'

'ক'লৈ গ'ল?'

'কব নোৱাৰোঁ।' আয়া ভয়ত কঁপি উঠে।

'তই একোৱেই কব নোৱাৰ! ঠিক আছে, তই মোক একো কব নেলাগে। মই নিজেই সকলো জানি লম। এতিয়াই—এই মুহূৰ্ততে।' উত্তেজিত অহল্যাই চুকৰ টেবুলত থকা টেলিফোনৰ ৰিচিভাৰটো হাতত তুলি লৈ নম্বৰ বিচাৰে: 'হেল্ল—হেল্ল—'

দত্ত চাহাবৰ অফিচৰ টেলিফোনটো অবিৰাম বাজি থাকে যদিও সেইফালৰপৰা কোনেও উত্তৰ নিদিয়াত বিৰক্ত হৈ অহল্যাই ৰিচিভাৰটো ঠেকেচা মাৰি থৈ দিয়ে। কি কৰিব, কি নকৰিব একো ঠিক কৰিব নোৱাৰি হঠাতে আকৌ আগবাঢ়ি যায় ড্ৰেছিং টেবুলৰ সন্মুখলৈ: 'এই, মোৰ গাড়ীৰ চাবি ক'ত?'

ইমান দিনে যিটো শঙ্কা কৰি আহিছিল ঠিক সেয়ে হৈ উঠাত আয়া আতঙ্কিত হৈ উঠে। তথাপি তাই কোনো উত্তৰ নিদিয়ে। পিছে তাই নকলেও অহল্যাই গাড়ীৰ চাবি বিচাৰি পায়। তাই যেন বেছি অস্থিৰ হৈ উঠে। বেগাবেগিকৈ কোঠাৰপৰা ওলাই আহি অহল্যা বাহিৰৰ বাৰাণ্ডা পায়হি।

অহল্যাৰ এই আকস্মিক উত্তেজনাত, অস্থিৰতাত আয়াৰ মুখ ভয় আৰু দুঃচিন্তাত বিবৰ্ণ হৈ যায়। অহল্যাৰ পাচে পাচে তাই আকুল হৈ চিঞৰি আহে—'আইদেউ! আইদেউ! আপুনি ক'লৈ যায়? এই অৱস্থাৰে আপুনি ক'লৈ যাব খুজিছে? নেযাব আইদেউ...'

কিন্তু অহল্যাই তাইলৈ ঘূৰিয়ে নেচায়। গ্ৰাহ্য নকৰে তাইৰ অনুৰোধলৈ। হয়তো এই মুহূৰ্তত অহল্যাই নিজৰ অৱস্থাটোৰ কথা একেবাৰে পাহৰি যায়।

এমাহ ধৰি প্ৰসাধনৰ অভাৱত আপচু হৈ উঠা চেহেৰা, শীৰ্ণ মুখ, জপৰা চুলি, সোঁত-মোচ খোৱা মেখেলা-চাদৰ এইবোৰলৈ লক্ষ্য কৰিবলৈ অহল্যাৰ যেন আজি সময় নাই। অন্ধ খঙত জ্যোতিৰ প্ৰতি কৰি পেলোৱা অন্যায়টোৰ প্ৰতিকাৰ বিচাৰি, প্ৰায়শ্চিত্ত বিচাৰি তাই যেন উদ্বাউল হৈ উঠিছে।

দুপদুপাই চিৰি বগাই নামি আহি, সৰু লাউঞ্জটোও পাৰ হৈ অহল্যাই ড্ৰইংৰুমত ভৰি দিয়েহি। মূৰটো অলপ ঘূৰোৱা যেন অনুভৱ কৰে। চকুত পৰে, ওচৰৰ সৰু টেবুলখনত পৰি থকা সেইদিনাৰ বাতৰি কাকতখন।

ইমান দিন কাগজৰ অফিচ বন্ধ হৈ গৈছে বুলিয়েই আয়াই জনাইছিল। তেন্তে এইখন ক'ৰপৰা ওলাল?...অন্যমনস্কভাৱে কাগজখন হাতত তুলি লৈয়ো

অহল্যাই আকৌ খৈ দিয়ে। নাই, কাগজ পঢ়াৰ সময় এতিয়া তাইৰ নাই। এতিয়া তাইৰ কাম বহুত।

ড্ৰইং ৰুমৰপৰা ওলাই বাবাণ্ডা পাৰ হৈ অহল্যা একেবাৰে গেৰাজ পায়গৈ।... কিন্তু কোনোপধ্যে গাড়ীখন ষ্টাৰ্ট কৰিব নোৱাৰে। অসহ্য খঙত গাড়ীৰপৰা নামি আহি বাহিৰলৈ লৰ মাৰে অহল্যাই।

ভয়-দুশ্চিন্তাত বিবুদ্ধি হৈ যোৱা আয়াৰ মূৰ ঘূৰাই যায়। পাচে পাচে দৌৰি গৈ গেটৰ মুখত অহল্যাক আগচি ধৰেগৈ: 'নেযাব আইদেউ, এইটো অৱস্থাৰে, এইটো পোছাকেৰে আপুনি ক'লৈ যাব খুজিছে?'

'মনে মনে থাক; তোক কেলৈ লাগিছে সেইবোৰ? আঁতৰ হ মোৰ আগৰপৰা।...যা, টেক্সি, ৰিক্সা যি পাৱ কিবা এখন বিচাৰি আনগৈ।'

আয়াই প্ৰায় আৰ্তনাদ কৰি উঠে—'টেক্সি-ৰিক্সা মই ক'ত পাম আইদেউ? আজি যে হৰতাল! সেইবোৰ চব বন্ধ আইদেউ!'

'বন্ধ?' খন্তেকলৈ অহল্যা থৰ লাগি ৰয়: 'বেছ, সেইবোৰ বন্ধ যেতিয়া মই খোজকাঢ়িয়েই যাম।'

'কলৈ যাব আইদেউ?'

'তই পাচে পাচে নাহিবি আয়া! উলটি যা, মই অলপ পাচতে ঘূৰি আহিম।'

আলিত উঠি অহল্যাই খোজ আৰম্ভ কৰি দিয়ে। পাচফালে আৰু ঘূৰি চোৱাৰ আৱশ্যক অনুভৱ নকৰে। অহল্যাৰ পাচ লবলৈ আয়াৰ যেন সাহ নহয়। শিলৰ মূৰ্তিৰ দৰেই তাই গেটৰ মুখতে থৰ লাগি ৰৈ যায়।

'আইমণি বাইদেউ!'

সৰু বিছনাখনত মুখ গুজি পৰি থকা আইমণিয়ে লাহে লাহে জবা ফুলৰ দৰে ৰঙা চকু দুটা তুলি ঘূৰি চায়।...দুৱাৰৰ ওচৰত, অসহায়ভাবে থিয় দি আছে বীৰু আৰু অৰুণ।

'বাইদেউ!'

'কি হ'ল তহঁতৰ?'

'মহেশদা, কৃষ্ণদা, জয়া বাইদেউ, বীণা বাইদেউহঁতৰ বহুতকে থানাত হাজিৰা নিদিয়া বাবে এৰেষ্ট কৰিছে। আমাকো ধৰি নিছিল, আণ্ডাৰ এইজ বুলি এৰি দিছে।'



বীৰু আৰু আগবাঢ়িব নোৱাৰে। প্ৰয়োজনো নহয়। আইমণি বিছনাত উঠি বহে।

'তহঁতে চিন্তা নকৰিবি। মই জানো, তহঁতে মোক কি কবলৈ আহিছ।... মই হাজিৰা নিদিলে মোকো এৰেষ্ট কৰিব বুলি ভয় কৰিছ নহয়?'

'তোক এৰেষ্ট কৰিলে মই অকলে মাক লৈ কি কৰিম বাইদেউ?'

'সেই চিন্তা মোৰো আছে। ভয় নকৰিবি। বেছ তহঁত দুয়ো এতিয়া ইয়াতে থাক, কলৈকো নেযাবি। মই ঘূৰি নহালৈকে দুইটা ইয়াতেই থাকিবি, বুজিছ?' কৈ উঠি আইমণি বিছনাৰপৰা উঠি আহি দাঁৰৰপৰা পৰিষ্কাৰ চাদৰ এখন টানি লয়।

ঘৰৰপৰা দীঘল বাট এছোৱা কেনেকৈ পাৰ হৈ আহিল, অহল্যাই গমেই ধৰিব নোৱাৰে। পুলিচ ষ্টেচনৰ প্ৰকাণ্ড গেটখনৰ সমুখত প্ৰায় টলি টলি উপস্থিত হয়হি অহল্যা। শাৰীৰিক দুৰ্বলতাৰ লগতে মানসিক উত্তেজনা মিলি তাইৰ অৱস্থা অবৰ্ণনীয় কৰি তুলিছে।

দত্ত চাহাবৰ অফিচ ক'ত, মেকেঞ্জী চাহাবৰ অফিচ ক'ত—সেইবোৰ অহল্যাই একো নেজানে। জনাৰ প্ৰয়োজনো কোনোদিন হোৱা নাছিল; আজি হৈছে যদিও একমাত্ৰ পুলিচ ষ্টেচনটোকে জনাত অহল্যা তালৈকে গুচি আহিছে। আশা কৰিছে দত্ত চাহাবক নিশ্চয় ইয়াতেই পাব।

লোৰ গেটখনত ধৰি খন্তেক জিৰাই লৈ, অহল্যা এইবাৰ আগবাঢ়ি গৈ একেবাৰে পুলিচ ষ্টেচনৰ ভিতৰ সোমায়গৈ। পিছে সমুখৰ কোঠাকেইটাত তাই কোনো মানুহকে নেদেখে। গোটেই পুলিচ ষ্টেচনটোৱেই আজি যেন জনশূন্য হৈ আছে। ভিতৰফালে কৰিডৰটো দেখি অহল্যা সেইফালে আগবাঢ়ি যায়। মূৰৰ কোঠা এটাৰ জপোৱা দুৱাৰখনৰ দাঁতিত ওলমি আছে, 'ইন্সপেক্টৰ' লিখা নেম-প্লেটখন।

অলপো ইতস্ততঃ নকৰি, একেটা ঠেলাতে দুৱাৰখন দুফালকৈ মেলি কোঠাৰ ভিতৰলৈ সোমাই যায় অহল্যা। দুৱাৰৰ ফালে পিঠি দি, খিৰিকীৰ দাঁতিত থিয় হৈ দূৰলৈ চাই থকা ৰাজেনে উচাপ্ খাই ঘূৰি চায়।

অহল্যাক চিনি নাপাই ৰাজেন প্ৰথম মুহূৰ্তত বিস্মিত হৈ উঠিছিল। এনে ৰুক্ষ অৱস্থাত, নিতান্ত সাধাৰণ পোছাকত অহল্যা যে কেতিয়াবা পুলিচ ষ্টেচনত আবিৰ্ভাৱ হবহি পাৰে, সেয়া ৰাজেনৰ কল্পনাৰো অতীত আছিল। কিন্তু যি

মুহূৰ্তত কিছু প্ৰকৃতিস্থ হৈ ৰাজেনে যেতিয়া অহল্যাক ভালকৈ চিনি পালে তেতিয়া খিৰিকী কাষৰপৰা ক্ষিপ্ৰতাৰে আঁতৰি আহিল। চকুৰে-মুখে ফুটি উঠা অপৰিসীম ঘৃণা লৈ একে দৃষ্টিৰে ৰাজেনে চাই ৰয় অহল্যাৰ মুখলৈ। তাৰ ঘৃণাভৰা, কঠোৰ চকু দুটালৈ চাই অহল্যাই যেন চিঞৰি উঠে—'আপুনি মোলৈ তেনেকৈ কিয় চাইছে?'

'বাটৰ মানুহে আপোনালৈ চোৱা নাছিল?'

'চাইছিল, বহুতেই চাইছিল। কিন্তু কিয়? মোলৈ চালে কি হব?'

'কি হব? অভিনয় কৰিছে কিয়?' ৰাজেনৰ সপ্ৰতিভ প্ৰশ্ন।

'অভিনয়!' বিবুদ্ধি হৈ যেন অহল্যাই চিঞৰি উঠে—'আপুনি—আপুনি—আপুনি এইবোৰ কি কৈছে?'

'ঠিকেই কৈছোঁ···' কঠিন সুৰত ৰাজেনে প্ৰশ্ন কৰে—'আপুনি ইয়ালৈ কিয় আহিছে?'

'মেকেঞ্জী চাহাবক মই দেখা কৰিব খোজোঁ।'

'মেকেঞ্জী চাহাব ইয়াত নেথাকে।'

'তেন্তে এছ-পি চাহাব, তেওঁ—তেওঁ···'

'তেওঁ ইয়াত নেথাকে; তেওঁলোকৰ অফিচ এইটো নহয়। কিন্তু তেওঁলোকক কিয়? যাক বিচাৰিছিল তাকতো পালেই, আকৌ এবাৰ নিজ কীৰ্তিৰ ফল নিজ চকুৰে চাই আপোনাৰ আলহুৱা জীৱনটো ধন্য কৰিবলৈ আহিছে নেকি? নে তেওঁলোকৰ ওচৰত নতুনকৈ বাহ্-বা বিচাৰি আহিছে?'

'বাহ্-বা বিচাৰি? আপুনি বলিয়াৰ দৰে এইবোৰ কি বলকিছে? এইবোৰৰ মানে?'

'মানে···'

অলপ আগতে ড্ৰইংৰুমত যিখন খবৰ কাগজ অহল্যাই হাতত তুলি নপঢ়াকৈয়ে পেলাই থৈ আহিছিল, সেইদিনাৰ সেইখন কাগজকে টেবুলৰপৰা তুলি লৈ ৰাজেনে অহল্যাৰ চকুৰ আগত মেলি ধৰে: 'পঢ়ক, ইয়াতে লিখা আছে তাৰ মানে।'

কিন্তু অহল্যাৰ বিস্ময় তেতিয়াও কাটি যোৱা নাই। কেইমুহূৰ্তমান ৰাজেনৰ মুখলৈ চাই থাকি শেহত লাহে লাহে কাগজখনলৈ চায়, কাগজৰ প্ৰথম পৃষ্ঠাতে ডাঙৰ ডাঙৰ আখৰেৰে লেখা আছিল: 'আজি নিচেই পুৱাতে সমাজকৰ্মী ডেকা জ্যোতি বৰুৱাৰ ফাঁচী হৈ যায়।'



প্ৰথম মুহূৰ্তত অহল্যাই যেন একোৱেই বুজিব নোৱাৰে; কিন্তু পিচ মুহূৰ্তত সেই ভয়ঙ্কৰ শব্দকেইটাৰ অৰ্থ বুজিব পাৰি হঠাৎ গুলী খোৱা হৰিণীৰ দৰে আৰ্তনাদ কৰি উঠে। তাৰ পিচত উন্মাদিনীৰ দৰেই চিঞৰি উঠে: 'মিছা, মিছা, এইবোৰ সকলো মিছা।' এইবুলি কাগজখন ছিৰাছিৰকৈ ফালি ছিটিকি গৈ ৰাজেনৰ প্ৰায় গাৰ ওপৰতে পৰেগৈ। ৰাজেনৰ কামিজৰ বুকুত দুয়ো হাতেৰে খামুচি ধৰি, জোকাৰি জোকাৰি অহল্যাই কবলৈ ধৰে: 'কওক, কাগজত লিখা কথাখাৰ সঁচা জানো? কওক ৰাজেনদা, আপুনি নকয় কিয়? মুখেৰে নেমাতে কিয়? এবাৰ কওক, এইবোৰ সকলো মিছা বুলি—'

ৰাজেন বিব্ৰত হৈ উঠে। পৰম বিৰক্তিৰে কামিজৰ বুকুৰপৰা অহল্যাৰ হাত দুখন আঁতৰাই ৰাজেনে তাইৰ মুখলৈ চাই কয়, 'মিছা নহয় অহল্যা, সকলো নিষ্ঠুৰভাবে সত্য।'

খন্তেকৰ কাৰণে হঠাৎ যেন অহল্যা দপ্কৈ নুমাই যায়। বিহ্বল, শেঁতা মুখখনৰ তেজকণো একেবাৰে নাইকিয়া হৈ তাক বৰ্ণহীন কৰি তোলে। ৰাজেনৰ কথা কেইটাৰে অস্ফুট ধ্বনি তাইৰ কম্পিত ওঁঠৰ কোণত প্ৰতিধ্বনিত হৈ উঠে: 'সকলো নিষ্ঠুৰভাবে সত্য!' অহল্যাই হুকুহুকাই কান্দি পেলায়।

'জ্যোতিৰ ফাঁচী হৈ গ'ল?···কিন্তু কিয়? কি দোষ কৰিছিল জ্যোতিয়ে? কাৰ কি অন্যায় কৰিছিল? আপোনলোকে কি কৰিছিল? কি চাই আছিল? কিয় বাধা নিদিলে? কিয় মোক নজনালে?'

উন্মাদিনীৰ দৰে আৰু কিবাকিবি কৈ কৈ হঠাৎ স্তব্ধ হৈ পৰে অহল্যা। ৰাজেনৰপৰা কোনো প্ৰত্যুত্তৰ নাপাই কোনোবা এটা সময়ত ঢলং-পলংকৈ কোঠাৰপৰা ওলাই যায়। ৰাজেনে নিৰ্বিকাৰভাবে তাই যোৱাৰ ফালে থৰ লাগি চাই ৰয়—কিছু সময়।

তলমূৰ কৰি গেট পাৰ হৈ অহা আইমণিয়ে মূৰ তুলি পুলিচ ষ্টেচনৰ সমুখৰ চিৰিটোৰ ফালে চাই আচৰিত হৈ খন্তেকৰ কাৰণে থমকি ৰয়। চকুত পৰে, চিৰিয়েদি ঢলং-পলংকৈ ছোৱালী এজনী নামি আহিছে। তাইৰ খোজৰ গতি ইমানেই অস্থিৰ যে ক'ৰবাত অকণমান খুন্দা-খুন্দলি খালেই লুটি খাই পৰি পাৰ।

তৎক্ষণাৎ লৰি গৈ আইমণিয়ে ছোৱালীজনীক দুয়ো হাতেৰে সাৱটি ধৰেগৈ।

'কি হ'ল? কি হৈছে আপোনাৰ?'

তাইৰ মাত কিন্তু অহল্যাৰ কাণলৈ নেযায়। সেই মুহূৰ্তত তাই ক'ত আছে

কি কৰিছে, সেইবোৰ যেন একো কব নোৱাৰে অহল্যাই। প্ৰায় অসংলগ্নভাবে মুখৰপৰা মাত্ৰ এবাৰ কথা ওলাই আহিছে: 'ফাঁচী হৈ গ'ল…ফাঁচী…'

আইমনি নিৰুপায়ত পৰি যায়। অহল্যাৰ কি হৈছে তাই একো বুজি উঠিব পৰা নাই। তাইৰ বেছি অস্বস্তি লাগিল অহল্যাক চিনি নেপাই; কেতিয়াবা ক'ৰবাত দেখিছিল যদিও তাইৰ মনত নপৰিল ক'ত দেখিছিল, কেতিয়া দেখিছিল।

আইমণিৰ ধাৰণা হয়—ছোৱালীজনী নিশ্চয় মৌ-বাবীৰ শান্তি সংঘৰ, জ্যোতিহঁতৰ দলৰে কোনোবা সহকৰ্মিণী। কিন্তু হয়নে নহয় তাইক কোনে কব? অহল্যাক সুধিবলৈকো যে তাইৰ সাহস হোৱা নাই। ছোৱালীজনীৰ মনৰ অৱস্থা বৰ বেয়া। ইফালে-সিফালে চাই আইমণিয়ে কেনিও কাকো নেদেখি হতাশ হৈ যায়।

…অহল্যাৰ প্ৰতি যিমানেই ঘৃণা নোপোজক, তথাপি তাইক সেই অৱস্থাত অকলে এৰি দি ৰাজেন নিশ্চিন্ত হব পৰা নাছিল। সেয়ে অলপ সাহায্য কৰাৰ উদ্দেশ্যে সি তাইৰ পাচে পাচে ওলায়ো আহিছিল; কিন্তু ভিতৰৰপৰা আইমনি আৰু তাইক তেনে এটা পৰিবেশত দেখি সি পিচুৱাই যায়। কাৰণ তাৰ ওপৰত যে আইমনি বা সিহঁতৰ দলৰ কাৰো সম্ভাৱ নাই সেই কথা ৰাজেনে জানে।

কিন্তু বিপদ হয় আইমণিৰ। উপায়বিহীন, সহায়হীন অৱস্থাৰ মাজতে এবাৰ কম্পাউণ্ডৰ পৰিত্যক্ত লনখনৰ এমূৰে লোৰ সৰু বেঞ্চ এখন চকুত পৰাত, আইমণিয়ে সেইফালেই অহল্যাক ধৰি ধৰি লৈ যায়।

অহল্যা বহিব খোজা নাছিল, কিন্তু আইমণিয়ে জোৰকৈ তাইক বহুৱাই দি নিজেও কাষতে বহি লয়। প্ৰায় উন্মাদিনী অহল্যাৰ মুখত তেতিয়াও কেৱল সেই একেষাৰ কথা: 'ফাঁচী হৈ গ'ল…ফাঁচী…'

অহল্যাৰ সেই দুৰ্বোধ্য যন্ত্ৰণা দেখি আইমণিৰ চকু দুটাও চকুলোৰে ভৰি উঠে। …জ্যোতিৰ দুখত ওৰে ৰাতি আইমণিয়ে কান্দিছে। বহু কষ্টেৰে নিজক অলপ সংযত কৰি তোলা আইমণিৰ হৃদয়খন অহল্যাৰ লগতে আকৌ নতুনকৈ শোকে দহি নিব খোজে। তাই ভালকৈ অনুভৱ কৰে—জ্যোতিৰ লগত এই ছোৱালীজনীৰ নিশ্চয় কিবা বেলেগ সম্পৰ্ক আছিল।

তথাপি নিজৰ কথা পাহৰি, গভীৰ সহানুভূতিৰে, অকৃত্ৰিম মৰমেৰে তাইৰ গাত হাত বুলাই বুলাই আইমণিয়ে তাইক সান্ত্বনা দিবলৈ চেষ্টা কৰে—'সেইষাৰ কথা আৰু মুখলৈ নানিবা বাইদেউ! তোমাক মই চিনিব পৰা নাই; তথাপি বুজিছোঁ, তুমিও মোৰ দৰেই সমানে হতভগীয়া!' থন্তেক মনে মনে থাকি আইমণিয়ে



আকৌ কয়—'আৰু নেকান্দিবা বাইদেউ! ধৈৰ্য্য ধৰা।…পুলিচ ষ্টেচনত হাজিৰা দিবলৈ তোমাৰ প্ৰতিও আদেশ হৈছে নেকি?'

কিন্তু আইমণিৰ প্ৰশ্নৰ কোনো উত্তৰ অহল্যাৰ কাণৰপৰা নাহে। আইমণিয়ে বুজিব পাৰে, হয়তো উত্তৰ দিয়াৰ শক্তিও ছোৱালীজনীৰ নাই। কিন্তু উত্তৰ নেপালেও আপোন মনেই আইমণিয়ে কৈ যায়—'বুজিছোঁ বাইদেউ! ককাইদেউৰ লগৰ প্ৰত্যেক সহকৰ্মীৰ ওপৰত আজি চৰকাৰৰ সেয়ে আদেশ।…ককাইদেউৰ লগত তোমাৰ বহুদিনৰ চিনাকি আছিল নহয়?'

অলপ অলপকৈ হয়তো অহল্যাৰ কাণলৈ দুই-এটা কথা যোৱা হৈছে। সেয়ে আইমণিৰ প্ৰশ্নত এই প্ৰথম অহল্যাক সামান্য সচেতন হৈ পৰা যেন দেখা যায়। লাহে লাহে আইমণিৰ কান্ধৰপৰা মূৰ তুলি, ঘোলা চকুৰে আইমণিৰ মুখলৈ চায়। কঁপা ওঁঠৰ মাজেৰে দুটা সৰু শব্দ ওলাই আহে: 'তুমি কোন?'

অহল্যাৰ বিবৰ্ণ মুখখনৰ ওপৰত এবাৰ চকু বুলাই লৈ আইমণিয়ে লাহে লাহে দূৰ দিগন্তৰ ফালে চাই সৰুকৈ উত্তৰ দিয়ে—'মই জ্যোতি ককাইদেউৰ সৰু ভনী, মোৰ নাম আইমনি!'

থন্তেকলৈ অহল্যা বজ্ৰাহত হৈ যায়। চকু দুটা ডাঙৰকৈ মেলি সৰ্বগ্ৰাসী ক্ষুধা লৈয়ে যেন চায় আইমণিৰ মুখখন। জ্যোতিৰ মুখৰ সাদৃশ্য আইমণিৰ মুখতো হয়তো অলপ বিচাৰি পায়। অহল্যাৰ চকুৰে-মুখে দেখা দিয়ে ত্ৰাস। কিন্তু পাচ-মুহূৰ্ততে বুকু ভাঙি ওলাই অহা দুৰ্বাৰ কান্দোন ঢাকিবলৈ দুয়ো হাতেৰে মুখ ঢাকি, আইমণিৰ কোঁচতেই নিজৰ মুখখন লুকুৱাই উচুপিবলৈ আৰম্ভ কৰে অহল্যাই।

দূৰৰপৰা চকু ঘূৰাই আনি আইমণিয়ে এইবাৰ কোঁচত পৰি থকা অহল্যাৰ চুলিখিনিত লাহে লাহে হাত বুলাই দিয়ে: 'স্থিৰ হোৱাঁ বাইদেউ আৰু নেকান্দিবা। ককাইদেউৰ এই জীৱন উৎসৰ্গা, তোমাৰ আৰু মোৰ এই চকুপানী কেতিয়াও অথলে নেযায়। আমি এদিন স্বাধীন হমেই বাইদেউ!'

থন্তেক ৰৈ গভীৰ আবেগত আইমণিয়ে পুনৰ কৈ যায়—'মাত্ৰ এটা কথাত মোৰ দুখ ৰৈ গ'ল। তোমাৰ সহকৰ্মী আছিল যেতিয়া তুমিও নিশ্চয় জানা—ককাইদেউ আছিল সম্পূৰ্ণ নিৰ্দোষী; সত্য-অহিংসৰ প্ৰকৃত পূজাৰী আছিল তেওঁ। দোষী আছিলোঁ মই, দোষী আছিল অৰুণ, বীৰু, মুকুলদা, ৰঞ্জিতদাহঁত। সেই ৰাতি পুলিচৰ হাতৰপৰা মুকুলদাহঁতক বচাবলৈ গৈ ককাইদেউ নিজেই পৰি গ'ল বিপদত।…তথাপি ককাইদেউ হয়তো সাৰি গ'লহেঁতেন—আমাৰ মাজত তেওঁ

আজিও জীয়াই থাকিলহেঁতেন ; কিন্তু বাইদেউ, কবলৈকো ঘৃণা হয়, কপালত গুলী খাই, অসহায় আধমৰা জন্তুৰ দৰে ওৰেনিশা হাবিয়ে হাবিয়ে ঘূৰি-ফুৰি তেওঁ শেষনিশা অৰ্ধমৃত অৱস্থাত যিজনী ছোৱালীৰ ওচৰত আশ্ৰয় বিচাৰিছিল, সেই ছোৱালীজনীয়েই, সেই ৰাক্ষসীয়েই পুলিচৰ হাতত তেওঁক ধৰাই দিয়ালে।…অথচ তোমাৰ-মোৰ দৰে এই পৰাধীন দেশৰে ছোৱালী তাই। শুনিছিলোঁ, তাই হেনো ককাইদেউৰ কলেজৰ সহপাঠী বান্ধৱী। যাক ককাইদেৱে বৰ ভাল পাইছিল, আনকি যাৰ সন্মান ৰাখিবলৈ মৃত্যুৰ আগমুহূৰ্তলৈকে আমাৰ সকলোৰে কথাৰ প্ৰতিবাদ কৰি কৈছিল : 'আইমনি, তইঁতে অহল্যাক দোষ নিদিবি— অহল্যাক অভিশাপ নিদিবি। অহল্যাই মোক ধৰাই দিয়া নাই, মই নিজেই দিছোঁ…'

দুৰ্দম শোক-যন্ত্ৰণাত, উত্তেজনাত কোঁচত ছটফটাই থকা অহল্যাৰ অৱস্থাটো হয়তো আইমণিয়ে লক্ষ্যই কৰা নাছিল। চকু ফাটি ওলাই অহা অবাধ চকুলো মচি মচি আপোনমনেই আইমণিয়ে আকৌ কৈ যায়—'কিন্তু আমি জানো— আমি সকলোৱে জানো বাইদেউ, দেশৰ কলঙ্ক, সমাজৰ কলঙ্ক সেই অহল্যা। ধনীৰ দুলালী অহংকাৰী সেই অহল্যা নামৰ ছোৱালীজনীক যদি কেতিয়াবা সন্মুখত পাওঁ, তাইক মই অভিশাপ দিম। এনে অভিশাপ দিম যেন…কি হ'ল ? তোমাৰ কি হ'ল বাইদেউ ? ছটফটাই আছো কিয় ?'

অহল্যাৰ আৰু সহ নহয়। আৰু ক্ষন্তেক পিচতে যেন তাইৰ বুকুখন ফাটি চৌচিৰ হৈ যাব।…চেৰাই-মেৰাই কোঁচৰপৰা মূৰ তুলি অহল্যাই আকুল হৈ আইমণিক বাধা দি উঠে—'আৰু নকবা, আৰু নকবা সেইবোৰ, মোৰ…মোৰ গাটো খুব বেয়া লাগিছে। মই ঘৰলৈ যাওঁ।'

মনৰ আবেগত কঢ় বাস্তৱটোৰ কথা আইমণিয়ে সাময়িকভাৱে পাহৰি গৈছিল। অহল্যাৰ কথাত সম্বিৎ ঘূৰাই পাই মনটো কিছু শান্ত হয়।

'ঘৰলৈ যাবা ? এৰা বাইদেউ, মই নিজকে পাহৰি পেলাইছিলোঁ। এই অৱস্থাত তোমাক এনেকৈ কথাই থোৱাটো উচিত হোৱা নাই। ব'লা বাইদেউ।… কিন্তু মৌ-বাৰীতো ইয়াৰপৰা বহুত দূৰৈত ! তুমি অকলে যাবা পাৰিবা জানো ?'

আইমণিৰপৰা পৰিত্ৰাণ পাবলৈকে যেন অহল্যাই মূৰ দুপিয়ায়। থৰক-বৰককৈ বেঞ্চৰপৰা থিয় দি উঠে। আইমণিয়েও লগতে থিয় হৈ তাইক হাতত ধৰি লৈ আকৌ এখোজ-দুখোজ কৰি গেটৰ ফালে আগবাঢ়ি যায়।

'নহয় বাইদেউ, তুমি এই অৱস্থাৰে অকলে যাব নেলাগে। হৰতালৰ কাৰণে



গাড়ী-ঘোঁৰাও ক'তো নোপোৱা। মই তোমাক নিজেই ঘৰত থৈ আহিমগৈ ব'লা।'

অহল্যাই একো প্ৰতিবাদ নকৰে। হয়তো প্ৰতিবাদ কৰাৰ শক্তিও নাই। দুয়ো আহি গেটৰ ওচৰত ৰয়হি। খোজ বন্ধ কৰি আইমণিয়ে মুখ ঘূৰাই অফিচটোলৈ চাই পঠিয়ায়।

ইমান পৰে খিৰিকীৰে দুয়োলৈকে চাই থকা ৰাজেনে তৎক্ষণাৎ আইমণিয়ে দেখাৰ আগতেই নিজক আঁৰ কৰি পেলায়। আইমণিয়ে কাকো নেদেখে।

'বাইদেউ, মোৰতো এতিয়ালৈকে হাজিৰাটোৱেই দিয়া নহ'ল। তুমি বৰঞ্চ ইয়াতেই অলপ অপেক্ষা কৰা। মই দৌৰ মাৰি গৈ হাজিৰাটো দি আহি তোমাক ঘৰলৈ লৈ যাম। তুমি অকলে অকলে যাব নেলাগে।'

অহল্যাই নিঃশব্দে মূৰ দুপিওৱাত আইমণিয়ে তাইক তাতে এৰি কোবাকোবিকৈ অফিচৰ ভিতৰলৈ সোমাই যায়।

কেইটামান মুহূৰ্ত কিংকৰ্তব্যবিমোৰ হৈ থাকি অহল্যা লাহে লাহে গেট পাৰ হৈ আলিবাটলৈ ওলাই যায়। থৰক-বৰক খোজেৰে অলপ আগবঢ়াৰ পাচতে কাণত পৰে পাচফালৰপৰা অহা এখন গাড়ীৰ শব্দ। গাড়ী অহা গম পায়ো অহল্যাই বাট এৰি নিদি আলিৰ মাজতে ৰৈ যায়। বাধ্য হৈয়ে গাড়ী ৰখাই দিবলগীয়া হয়।

গাড়ীৰ ড্ৰাইভাৰ আৰু আৰোহী পুলিচৰ মানুহ। দুয়ো বিস্মিত হৈ অহল্যালৈ চোৱাত তাই আৰু এখোজ গাড়ীৰ ওচৰ চাপি গৈ অনুৰোধ কৰে— 'মোক—মোক এটা লিফ্‌ট্‌ দিবনে ? মোৰ গাটো বৰ বেয়া লাগিছে।'

তাইৰ কথাত পুলিচটোৱে আনটোৰ মুখলৈ চাই শেহত উত্তৰ দিয়ে— 'লিফ্‌ট্‌ ? কিন্তু এইখন যে এছ-পি চাহাবৰ গাড়ী !'

'দত্ত চাহাবৰ ? তেন্তে ভালেই হ'ল। দত্ত চাহাবে মোক খুব ভালকৈয়ে জানে। মই ঘৰলৈ গৈয়ে তেখেতক ফোন কৰি জনাই দিম। আপোনালোকৰ কোনো অসুবিধা নহয়।'

ড্ৰাইভাৰৰ ইঙ্গিতত দাঁতিৰ পুলিচটোৱে বহাৰপৰা উঠি আহি অহল্যাক জীপত উঠিবলৈ কয় আৰু নিজে জীপৰ পাচৰ ছিটত বহেগৈ। ধন্যবাদ এটা জনাই অহল্যা গাড়ীত উঠি বহাৰ লগে লগে গাড়ীয়ে চাপলি মেলে।

ইফালে অফিচৰ ভিতৰত ৰাজেনে ৰেজিষ্টাৰখনত সময়টো 'নোট' কৰি বহীখন আঁতৰাই থয়। কৰ্তব্য সমাধা হোৱাত আইমণিয়ে মুহূৰ্তৰ কাৰণে ৰাজেনৰ

মুখলৈ চায়। মানুহটোৰ প্ৰতি আইমণিৰ এনেকুৱা এটা বিতৃষ্ণা, এনেকুৱা এটা ঘৃণা আছে যে তাৰ সমুখত এই খন্তেক সময় থাকবলগীয়া হওঁতেই তাইৰ মনটো বিদ্ৰোহী হৈ উঠিব খোজে।

'এইবাৰ মই যাব পাৰোঁ নহয় ?'

'ছিওৰ।'

আইমণি লৰালৰিকৈ ওলাই আহিব খোজোতেই ৰাজেনে পাচফালৰপৰা হঠাৎ মাত দিয়ে—'শুনকচোন...'

অপ্ৰতিভ, সপ্ৰশ্ন দৃষ্টিৰে তাৰ মুখলৈ চাই আইমণি বৈ যোৱাত ৰাজেনে লাহেকৈ সোধে—'সেই ছোৱালীজনী কোন আপুনি জানেনে ?'

'আপোনাৰ প্ৰয়োজন ?'

'এনেয়েহে সুধিছোঁ। তেওঁ কোন আপুনি নিশ্চয় জানে।'

চকু-মুখত তীব্ৰ বিদ্ৰূপ লৈয়ে আইমণিয়ে ৰাজেনৰ মুখলৈ চাই তীব্ৰ স্বৰত কয়—'নেজানো, কিন্তু এইটো হলে খুব ভালকৈয়ে জানো—সেই ছোৱালীজনীৰ আজিৰ এই অসহায় চকুৰ পানী, বুকু ভগা করুণ অৱস্থাটোৰ কাৰণে কোন দায়ী।'

'আপুনি কি কব খুজিছে ?'

'বুজা নাই ? লাজ নেলাগে আপোনাৰ ?...হৃদয়হীন, মনুষ্যত্বহীন যিবোৰ মানুহৰূপী পশু দেশৰ বুকুত আজিও জীয়াই আছে, সেইবোৰৰ মাজত আপুনিও এজন...' কথা শেষ নকৰি তাই উচাৎ মাৰি গুচি আহিব খোজোতেই ৰাজেনে আকৌ বাধা দিয়ে—'ৰব, নেযাব।'

চূড়ান্ত বিৰক্তিত, খঙত আইমণিৰ মুখখন ৰঙা পৰি উঠে। অপদস্থ ৰাজেনে আইমণিৰ মুখলৈ চাব নোৱাৰি তলমূৰ কৰিয়েই কৈ যায়—'মই জানো, আপোনাৰ এই অৱজ্ঞা, এই ভৎসনাই হয়তো মোৰ প্ৰাপ্য।...আপুনি মোক ঘিণ কৰে। অৰুণ, বীৰু আনকি মোৰ একালৰ বন্ধু, সহপাঠী মুকুল, ৰঞ্জিত, কৃষ্ণ, জয়াইঁতেও মোকে ঘিণ কৰে...'

ৰাজেনৰ কথাত আইমণি ডুৱাৰমুখৰপৰা ভুখোজ আগবাঢ়ি যায় যদিও কঠোৰতা অলপো নকমে: 'কিয় ঘিণ নকৰিব ? আপোনাৰ সেই বন্ধুসকলে আপোনাক লৈ গৌৰৱ কৰিব পৰা কাম জীৱনত আপুনি কি কৰিলে ? আজিয়েইবা কি কৰিছে ?'

'একো নাই কৰা, একো নাই কৰা মিছ বৰুৱা। সেয়ে হয়তো এই চহৰৰ



প্ৰতিটো ল'ৰা, প্ৰতিজনী ছোৱালীৰ ওচৰত মই আজি ঘৃণাৰ পাত্ৰ। কিন্তু—কিন্তু আপোনালোকৰ মাজত মাত্ৰ এজন মানুহ আছিল, যিজনে মোক কোনোদিন ঘিণ কৰা নাছিল। যিজনৰ অপত্য স্নেহ, সহানুভূতিৰপৰা মই কোনোদিন বঞ্চিত হোৱা নাছিলোঁ—আজি হলোঁ। তেওঁ বুজিছিল, এই ৰাজেন নামৰ মানুহটোৰ গাত আজিও কিয় এই পুলিচৰ পোছাক—'

'সেইবোৰ শুনি মোৰ লাভ ?'

'একো নাই, লাভ হয়তো একো নাই মিছ বৰুৱা।' কিছু আবেগ, কিছু আক্ষেপেৰে ৰাজেনে কৈ যায়—'কিন্তু সেইজন মানুহৰে আপুনি ভনী, সেয়ে কলোঁ। আপোনাৰ পুতৌ বিচাৰি নহয়। আপুনি মোতকৈ বহু সৰু, তথাপি আপোনাকেই কলোঁ—হয়তো কেতিয়াবা আপুনি বুজিব...'

'তাকে কবলৈ মোক ৰাখিছিল ?'

'নহয়, দুৰ্বল মুহূৰ্তত ভুলতে কথাবোৰ ওলাই আহিছে, ক্ষমা কৰিব। আচলতে যিজনাৰ কথা কৈছিলোঁ, সেইজনায়েই যোৱাৰ আগতে তেওঁৰ শেষ স্মৃতিকণ আপোনাৰ হাতত তুলি দিবলৈ মোক নিৰ্দেশ দি গৈছিল।'

নিৰ্বাক অথচ অপ্ৰস্তুত দৃষ্টিৰে আইমণিয়ে ৰাজেনৰ মুখলৈ চাই থাকে। সেই সুবিধাতে ৰাজেনে কোঠাৰ এদাঁতিয়ে থকা আলমাৰীটো খুলি তাৰ ভিতৰৰপৰা কাগজেৰে মেৰুওৱা ডাঙৰ পেকেট এটা উলিয়াই আইমণিৰ ফালে আগবঢ়াই দিয়ে: 'ধৰক, ইয়াৰ ভিতৰত আছে এখন তেজ লগা চুৰিয়া, এটা খদ্দৰৰ পাঞ্জাবী, এটা নিমা আৰু—আৰু এখন ফুলাম কাশ্মিৰী স্কাৰ্ফ। স্কাৰ্ফখন...'

আইমণিৰ বুকুখন ধপ্‌কৈ উঠে। কেইমুহূৰ্তমান থৰ লাগি ৰাজেনৰ মুখলৈ চাই থাকি, পাচত লাহে লাহে পেকেটটোলৈ চকু ঘূৰাই নিয়ে। এই প্ৰথমবাৰলৈ যেন আইমণিৰ কঠোৰতাৰে পূৰ্ণ চকুৰ দৃষ্টি অলপ কোমল হৈ করুণ হৈ উঠে। লাহে লাহে অঞ্জলি পতাৰ দৰেই হাত দুখন ৰাজেনৰ ফালে আগবঢ়াই নিয়াত ৰাজেনে পেকেটটো তাইৰ হাতত তুলি দিয়ে।

কঁপি থকা হাতৰ টোপোলাটোলৈ আইমণিয়ে কিছু সময় একেথৰে চাই ৰয়। তাৰ পাচতে হঠাৎ বুকু ভাগি ওলাই অহা কান্দোনটো কোনোমতে ৰোধ কৰিব নোৱাৰি টোপোলাটোৰ ওপৰতে মুখখন গুজি উচুপিবলৈ ধৰে। অপ্ৰত্যাশিত-ভাবে ৰাজেনৰ চকু দুটাও পানীৰে ভৰি যায়। আইমণিৰ ফালে আৰু চাই থাকিব নোৱাৰি আঁতৰি গৈ খিৰিকীৰে বাহিৰলৈ চাই ৰয়।

নীৰৱতাৰ মাজত আইমণিৰ উচুপনিৰ বাহিৰে আন একো শুনা নেযায়।

অৱশেষে কিছুপৰৰ পিচত আইমণিয়ে লাহে লাহে নিজক সংযত কৰে। হাতৰ তলুৱাৰে চকুপানীখিনি মচি লাহে লাহে বাজেনৰ পিঠিখনলৈ চায়। তাৰ পিচত চকু ঘূৰাই এখোজ-এখোজকৈ কোঠাৰপৰা ওলাই আহে।

ইমান সময়ে আইমণিয়ে যেন অহল্যাৰ কথা একেবাৰে পাহৰি আছিল। বাহিৰৰ চিৰিত ভৰি দিয়াৰ লগে লগে হঠাৎ তাইৰ অচিনাকি বাইদেউজনীলৈ মনত পৰি যায়। বেগেৰে চিৰি পাৰ হৈ আহি গেটৰ ওচৰত ইফালে সিফালে চাই ক'তো অহল্যাক নেদেখি আইমণি চিন্তিত হৈ পৰে। কেউফালে ঘূৰি-পকি চাই ক'তো একো সন্ধান নাপাই আইমণি ৰহস্যাভিভূত হৈ পৰে। নিজৰ ওপৰতে তাইৰ খং উঠি যায়: কিয় বাৰু তাইক অকলে এৰি থৈ গৈছিল?

এটাৰ পাচত এটাকৈ বহুবোৰ অশান্ত ৰাতি পাৰ হৈ যোৱাৰ পাচত আৰু এটা ৰাতি শেষ হয়।···শোৱা কোঠাৰ বিছনাত বহি আইমণিয়ে আপোন মনে অন্তৰৰ গোটেইখিনি মৰম ঢালি জ্যোতিৰ চোলা-কাপোৰখিনি ভালকৈ জাপি-কুচি থয়। সেই স্পৰ্শৰ মাজেৰেই যেন আইমণিয়ে আকৌ এবাৰ জ্যোতিৰ সান্নিধ্য বিচাৰে। আপোনা-আপুনি সেমেকি উঠে আইমণিৰ চকু দুটা।

ফ্লাম স্কাৰ্ফখনে আইমণিক যেন আকৰ্ষণ কৰে। স্কাৰ্ফখনৰ দীঘে দীঘে এম্ব্ৰইডাৰী কৰা ফুলাম শাৰীবোৰ হঠাৎ যেন তাইৰ চকুৰ আগতে ছেলৰ দুৱাৰত থকা লোৰ বাৰবোৰলৈ ৰূপান্তৰিত হৈ যায়।···বাৰৰ সিঁদাতিৰ অস্পষ্ট আন্ধাৰৰ মাজত যেন অভাৱনীয়ভাৱে ভাঁহি উঠে জ্যোতিৰ মুখখন। জ্যোতিয়ে যেন আকৌ এবাৰ তাইক সোঁৱৰাই দিছে: 'অহল্যাক স্কাৰ্ফখন ঘূৰাই দিবলৈ নেপাহৰিবি আইমণি!'

স্কাৰ্ফখন ভাঁজ কৰি, কাগজত মেৰিয়াই মুৰা কৰি লৈ আইমণিয়ে মনৰ মাজতে কৈ উঠে: 'নেপাহৰোঁ, নেপাহৰোঁ ককাইদেউ! অহল্যাৰ স্কাৰ্ফখন এতিয়াই মই ঘূৰাই দি আহিম। লগতে তাইৰ মুৰত জাপি দি আহিম জীৱন্মৃত হৈ থকা নিৰ্মম অভিশাপ! তুমি মোক ক্ষমা কৰিবা ককাইদেউ···'

হাতত কাগজৰ মুৰাটো লৈ আইমণি বিছনাৰপৰা উঠি আহে। পিন্ধি থকা চাদৰখন সলাই আন এখন পিন্ধে। তাৰ পিচত সুদা ভৰিৰেই দুৱাৰমুখৰ ফালে আগবাঢ়ি আহে। হঠাৎ দেখে, দুৱাৰমুখত অকণ নিঃশব্দে থিয় হৈ আছে। অকণেই আগধৰি মাত লগালে—'মই জানো বাইদেউ তই ক'লৈ যাবলৈ



ওলাইছ! কিন্তু তই যাব নেলাগে! বহুত দূৰ বাট। পেকেটটো মোক দে, মৰে দি আহিমগৈ।'

'নেলাগে অকণ, দূৰ হলেও মযে যাম।'

'কিন্তু তইতো অহল্যাক চিনি নেপাৱ! কেতিয়াবা দেখিছ জানো?'

'নেদেখিলেও আজি দেখিম। তই যা অকণ, মাৰ ওচৰত থাকগৈ। মই সোনকালেই উভতি আহিম।' কৈ উঠি তাই আৰু নৰ'ল।

বাতিপুৱাৰ ৰ'দটো কোমল। কোমল যদিও খোজ কাঢ়ি কাঢ়ি আইমণি যেন ভাগৰি পৰিছে।

অহল্যাহঁতৰ প্ৰকাণ্ড বঙলাটোৰ গেটখন বন্ধ যদিও তলা লগোৱা নাই। গতিকে আইমণি অনায়াসে বঙলাৰ ফালে আগবাঢ়ি যায়। ফুলনিখন পাৰ হৈ তাই বাৰাণ্ডাত উঠেগৈ। কিন্তু ওচৰত কোনো এটা জন-প্ৰাণী চকুত নপৰাত তাই অলপ বিমোৰত পৰি যায়। ইফালে-সিফালে চাই একাষে খোলা দুৱাৰ এখন দেখি, সেইফালেই আগবাঢ়ি যায়। দুৱাৰত ওলমি থকা বহুমূলীয়া নেটৰ পৰ্দাখন সামান্য আঁতৰাই, ভিতৰলৈ এখোজ সোমাই গৈয়ে আইমণি থমকি ৰয়।

বিবিধ চৌখীন সামগ্ৰীৰে ধুনীয়াকৈ সজাই থোৱা প্ৰকাণ্ড ড্ৰইংৰুমটোও জনশূন্য। তাই দুৱাৰত টুকুৰিয়াই, 'ঘৰত কোন আছে' বুলি দুৱাৰমান মাতে; কিন্তু কাৰো সঁহাৰি নেপাই অস্বস্তি অনুভৱ কৰে। কাকো যদি লগ নেপায় তেন্তে তাইৰ ইমানখিনি পৰিশ্ৰম, সংকল্প সকলো দেখোন অথলে যাব!

কিছু অধৈৰ্য্য হৈয়ে আইমণিয়ে এইবাৰ দুৱাৰত জোৰেৰে শব্দ কৰি মাত দিয়ে: 'ঘৰত কোন আছে?'

খন্তেক অপেক্ষাৰ পিচত এইবাৰ আইমণিৰ কাণত পৰে, ড্ৰইংৰুমৰ সিমূৰে ওলমি থকা বহুমূলীয়া পৰ্দাখনৰ সিঁদাতিৰপৰা খোজৰ অস্পষ্ট শব্দ এটা যেন ক্ৰমাৎ আগুৱাই আহিছে।

পৰ্দা ঠেলি যিটো মূৰ্তি তাইৰ সমুখত থমকি ৰ'ল, এইখন ঘৰত তেওঁক দেখিব বুলি আইমণিয়ে ভুলতো কল্পনা কৰা নাছিল।

কিন্তু মুহূৰ্তৰ বিস্ময়, অস্বস্তি পাহৰি গৈ আইমণিয়ে আনন্দত চিঞৰি উঠে—'বাইদেউ তুমি? তুমি ইয়াত কি কৰিছা?'

উৎসাহ-আনন্দত অধীৰ হৈ তাই মূৰ্তিটোৰ ফালে লৰি যায়। কিন্তু কেইখোজমান গৈয়ে হঠাৎ আকৌ ৰৈ পৰে।

বিস্ময়, হতাশা, ক্ৰোধ, বেদনাৰ সহস্ৰ অনুভূতিয়ে উত্তাল তৰঙ্গ তোলা সৰু

বুকুখন এহাতেৰে খামুচি ধৰি আইমণিয়ে কিবা এক মৌন উপলব্ধিৰে থৰ লাগি ৰয় সমুখৰ শিলামূৰ্তিৰ দৰে পাষাণী হৈ যোৱা ছোৱালীজনীক।

বহুত সময়ৰ পাচত আইমণিৰ কম্পিত ওঁঠ দুটিৰ মাজেৰে অস্ফুটভাবে ওলাই আহে—'তুমিয়েই তেন্তে অহল্যা?'

পাষাণী অহল্যাৰ বোবা বেদনাৰে সিক্ত পলকহীন চকু দুটা চল্‌চলীয়া হৈ উঠে। তলমূৰ কৰি কোনোমতে যেন উত্তৰ দিয়ে—'হয়,ময়েই অহল্যা!... মোক...মোক অভিশাপ দিয়া আইমণি! পৃথিবীত যিমান ভয়াবহ, যিমান নিৰ্মম অভিশাপ আছে, সকলোবোৰ মোৰ মূৰৰ ওপৰত জাপি দিয়া। তাৰ বাহিৰেতো এই পৃথিবীত মোৰ আৰু একো পাবলগীয়া নাই।' নিজক সংযত কৰিব নোৱাৰি অহল্যাই দুয়োহাতেৰে মুখ ঢাকি কান্দি পেলায়।

আইমণিয়ে অনুভৱ কৰে তাইৰ ভৰিৰ তলৰ মজিয়াখন যেন কঁপি উঠিছে। অজ্ঞাতসাৰেই হাতৰ পেকেটটো মাটিত সৰি পৰে। ভাষাহীন, বোবা চাৱনিৰে তাই একেথৰে মাথো চাই ৰয় অহল্যালৈ। অহল্যাৰ অশ্ৰুসিক্ত চকুযুৰিলৈ। তাইৰ ভাব হয়, সুগভীৰ মৰমেৰে বুকুৰ মাজত সাৱটি ধৰা কালিৰ সেই ছোৱালীজনী যেন আজি বেছি অসহায়, বেছি নিৰাশ্ৰয়, বেছি করুণ হৈ উঠিছে। মাত্ৰ এটা ৰাতিৰ ভিতৰতে অহল্যাৰ বয়স যেন বহু বছৰ বাঢ়ি গ'ল।

এক অননুভূত স্নেহত, মমতাত আইমণিৰ বুকুখন যেন ভৰি উঠে। তাইৰ চকুযুৰিও পানীৰে উপচি পৰে। মনৰ সকলো সংকল্প, পুঞ্জীভূত ক্ৰোধ, ক্ষোভ আৰু ঘৃণা যেন মুহূৰ্ততে অৰ্থহীন, মূল্যহীন হৈ পৰে।

ইমান পৰে অহল্যাই যেন অপেক্ষা কৰি আছিল আইমণিৰ অভিশাপলৈ; তাইৰ ভৰ্ৎসনালৈ। কিন্তু সেই প্ৰতীক্ষাৰ যেন শেষ নাই। কাৰণ অহল্যাই লক্ষ্য কৰে—আইমণিও যেন তাইৰ দৰেই এক অপ্ৰকাশ্য বোবা বেদনাত স্থবিৰ হৈ গৈছে। তাইৰ দৰেই অনুভূতিহীন এক শিলামূৰ্তিলৈ ৰূপান্তৰিত হৈ গৈছে। দুটা উত্তাপহীন, স্পন্দনহীন সত্তাৰ লগত যেন পৃথিবীখনো অনন্ত স্থবিৰতাৰ মাজত বোবা হৈ গৈছে।